# নাৰী আৰু সামাজিক অবিচাৰ

(Women And Social Injustice)

মহাত্মা গান্ধী

অনুবাদ

কল্পিতা দুৱৰা

সম্পাদনা

চন্দ্ৰপ্ৰসাদ শইকীয়া

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী—৩

১৯৬৯

প্ৰথম প্ৰকাশ :
দুই অক্টোবৰ, ১৯৬৯
পোন্ধৰ আহিন, ১৮৯১

প্ৰকাশক :
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব, অসম প্ৰকাশন পৰিষদ
গুৱাহাটী—৩

প্ৰচ্ছদপট :
শৰনীয়া আশ্ৰমত প্ৰাতভ্ৰমণৰত
মহাত্মা গান্ধী

মূল্য
পাঁচ টকা

মুদ্ৰক :
শ্ৰীগুৰু প্ৰেছ
গুৱাহাটী—১১

অসম ৰাজ্যিক গান্ধী জন্মশতবাৰ্ষিকী উদ্‌যাপন কমিটীৰ সিদ্ধান্তমতে অসম প্ৰকাশন পৰিষদৰ পক্ষৰপৰা এই পৱিত্ৰ দিৱসত পাঁচখন গ্ৰন্থ প্ৰকাশ কৰা হৈছে। এই অনুবাদ গ্ৰন্থ সেই প্ৰকাশন-আঁচনিৰ অন্তৰ্ভুক্ত।

ভাৰতীয় নাৰীসকলৰ সৰ্বপ্ৰকাৰ মুক্তিৰ বাবে মহাত্মা গান্ধীয়ে আজীৱন সংগ্ৰাম কৰিছিল। Women And Social Injustice নামৰ গ্ৰন্থত তেওঁ কৰা সেই মহৎ প্ৰচেষ্টাৰ কাহিনী লিপিবদ্ধ আছে। গ্ৰন্থখনি ইংৰাজীৰপৰা অসমীয়ালৈ দায়িত্বপূৰ্ণভাৱে অনুবাদ কৰি শ্ৰীমতী কল্পিতা দুৱৰা আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰী হৈছে। তেওঁৰ প্ৰতি আমাৰ গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

উক্ত ইংৰাজী গ্ৰন্থৰ অসমীয়া অনুবাদৰ বাবে অনুমতি দিয়া হেতুকে নৱজীৱন ট্ৰাষ্টৰ ( আহমেদাবাদ ) প্ৰতি ধন্যবাদ জ্ঞাপন কৰিলোঁ।

গুৱাহাটী
গান্ধী-জয়ন্তী দিৱস
দুই অক্টোবৰ, ১৯৬৯

চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ

# ভূমিকা

ভাৰতীয় পৰম্পৰাত নাৰীয়ে সমাজত এক বৈশিষ্ট্যপূর্ণ স্থান অধিকাৰ কৰি আহিছে। প্রাচীন ভাৰতৰ আয সমাজত নাৰীয়ে পুৰুষৰ সমানে সামাজিক স্বীকৃতি লাভ কৰিব পাৰিছিল ঃ সেই কালতো ভাৰতত স্ত্রীশিক্ষাৰ প্রচলন আছিল, ধর্মীয় অনুষ্ঠান আদিত পুৰুষৰ সমানে তিৰোতাই সক্রিয় অংশ গ্রহণ কৰিছিল। পাৰিবাৰিক জীৱনতো নাৰীয়ে স্বামীৰ পৰিপূৰক হিচাপে ঘৰুৱা কাম-কাজৰ উপৰিও পথাৰৰ কৃষিকর্মত মুকলি মনেৰে পুৰুষক সহায় কৰিছিল।

কিন্তু বিৱর্তনশীল জগতত যুগৰ পৰিবৰ্তনৰ লগে লগে সমাজৰ ৰীতি নীতিৰ পৰিবৰ্তন হয়, আইন-কানুনৰ সাল-সলনি ঘটে। তাৰ ফলস্বৰূপে মানুহৰ মনোভংগীৰো পৰিবৰ্তন ঘটে। ভাৰতীয় সমাজৰ ইতিহাসতো তেনে এটা যুগ আহিল যিটো যুগত পুৰুষৰ দৃষ্টিত নাৰীৰ সামাজিক মানদণ্ড বহুখিনি অধোনমিত হ'ল। স্মৃতিকাৰ-শাস্ত্রকাৰসকলে নাৰীক তথাকথিতভাৱে বহুখিনি তলত স্থান দিলে। নাৰীয়ে যাগ যজ্ঞত অংশ গ্রহণ কৰিব নোৱাৰা হ'ল। বেদপাঠ কৰাৰপৰা তেওঁলোক বঞ্চিত হ'ল। তেওঁলোক ঘৰৰ চাৰিবেৰৰ মাজত পর্দাৰ আঁৰত সোমাই পৰিল। মুঠ কথাত, নাৰী হৈ পৰিল পুৰুষৰ হাতৰ পুতলা।

বহুকাললৈ এনে এটা পৰিস্থিতি চলি থাকিল। আধুনিক ভাৰতত ৰাজা ৰামমোহন ৰায়ৰ নেতৃত্বত সতীদাহ প্রথা বিলোপৰ দ্বাৰা নাৰীৰ মর্যাদা ৰক্ষাৰ সংগ্রাম আৰম্ভ হ'ল। তাৰ পিচত হ'ল গান্ধীজীৰ আৱির্ভাৱ। গান্ধীৰ জন্মৰ এশ বছৰৰো আগৰেপৰাই ভাৰতবৰ্ষ বৃটিছৰ পৰাধীনতাৰ শিকলিত বান্ধ খাই আছিল। পৰাধীন ভাৰতবৰ্ষত অলেখ কু-প্রথা, কু-সংস্কাৰে দকৈ শিপাই ভাৰতীয় জনগণৰ মহা ব্যাধি-স্বৰূপ হৈ সমাজক বহুত তললৈ নমাই নিছিল। যুগ-মানৱ গান্ধীজীয়ে অহিংস নীতিৰে ভাৰতবর্ষৰ পৰাধীনতাৰ বন্ধন ছিন্ন কৰি স্বাধীন ভাৰতীয়ৰ মাজত এক ৰামৰাজ্য স্থাপনৰ সংকল্প ললে। গান্ধীজীৰ সংকল্পৰ ৰামৰাজ্যৰ ভেটি হ'ব সত্য, অহিংস আৰু প্রেম। এই ৰামৰাজ্যত শোষণ নাথাকিব, দুর্নীতি নাথাকিব, নাথাকিব সামাজিক পর্যায়ৰ কোনো উচ্চ-নীচৰ

ভেদাভেদ। তেওঁৰ কল্পনাৰ ৰামৰাজ্যক বাস্তৱ-ৰূপ দিবলৈ হ'লে সমাজত নাৰী-পুৰুষৰ ভূমিকা সম পৰ্যায়ৰ হ'ব লাগিব তদানীন্তন কালৰ প্ৰচলিত প্ৰথা অনুযায়ী নাৰীয়ে পৰ্দাৰ আঁৰত থাকিলে নহ'ব। এনে এক গভীৰ দৃষ্টিভংগীৰে নাৰী জীৱনলৈ অৱলোকন কৰি গান্ধীজীয়ে নাৰীজীৱনৰ মাহাত্ম্য, নাৰীৰ প্ৰতি সমাজে কৰা অবিচাৰ-দুৰ্নীতিৰ দূৰীকৰণ, সমাজত নাৰীৰ ভূমিকা, ভাৰতৰ মুক্তি-সংগ্ৰামত নাৰীৰ কৰ্তব্য আদি তথ্য গধুৰ বিষয়বোৰ লৈ 'ইয়ং ইণ্ডিয়া', নৱজীৱন,' 'হৰিজন' আদি পত্ৰিকাত নিজৰ দৰ্শনমূলক অভিমত প্ৰকাশ কৰিছিল। তদুপৰি এনেবোৰ বিষয় লৈ নানাজনে তেওঁলৈ পঠিওৱা প্ৰশ্ন সমূহৰো যথাযথ উত্তৰ সেই কাকতবোৰৰ জৰিযতে দাঙি ধৰিছিল। নাৰীজীৱনক কেন্দ্ৰ কৰি গঢ়ি উঠা সমাজৰ কু প্ৰথা কু সংস্কাৰবোৰৰ দূৰীকৰণ কৰি নাৰীক তেওঁলোকৰ নিজস্ব প্ৰতিভাৰ পৰিস্ফুৰণৰ যোগেদি কৰ্তব্যশীলা কৰি তোলাৰ কাৰণে এয়ে আছিল গান্ধীজীৰ বাণী।

গান্ধীজীৰ এই বাণীবোৰৰ সংকলনতেই 'Women and Social Injustic' নামৰ গ্ৰন্থখনিৰ সৃষ্টি হয়।

কিন্তু সমাজলৈ এই সংস্কাৰ অনাৰ দায়িত্ব কাৰ? অকল পুৰুষৰেনে নাৰীয়েও সেই কাযত নিজে কিবা ভূমিকা লবলগীয়া আছে? এনেবোৰ কথাৰ পুংখানুপুংখভাৱে বিচাৰ কৰিবলৈ গান্ধীজীৰ নেতৃত্বত বোম্বাইত 'ভগিনী সমাজ'ৰ জন্ম হয়। নাৰী সমাজৰ উন্নতিকল্পে 'ভগিনী সমাজ'ৰ জৰিয়তে গান্ধীজীয়ে সমাজৰ দায়িত্বশীলা মহিলাসকলক আহ্বান জনায় আৰু পুৰুষসকলকো সেই বিষয়বোৰৰ প্ৰতি সজাগ হ'বলৈ উপদেশ দিয়ে। পুৰুষসকলে যাতে পূৰ্বৰ দৃষ্টিভংগীৰ সলনি কৰি উদাৰ মনেৰে সমদৃষ্টিৰে নাৰীজীৱনলৈ দৃষ্টি ৰাখে, নাৰীক উপযুক্ত মৰ্যাদা দিবলৈ শিকে—সেই সম্পৰ্কেও তেওঁ বাৰে বাৰে উপদেশ দিয়ে। ১৯১৮ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে বোম্বাইত বহা 'ভগিনী সমাজ'ৰ বছৰেকীয়া সম্মিলনত সভাপতিৰ আসনৰপৰা গান্ধীজীয়ে কৈছিল, "মুনিহ আৰু তিৰোতাৰ মৰ্যাদা সমান, কিন্তু একে নহয়। মুনিহ, তিৰোতা দুয়োৰে যুগ্মতা অতুলনীয়। এজন আনজনৰ পৰিপূৰক। এজনে আনজনক সহায় কৰে। এজনৰ অবিহনে আনজনৰ অৱস্থিতি কল্পনাই কৰিব নোৱাৰি। এইবোৰ কথাৰপৰা স্বাভাৱিকতে ইয়াকে বুজিব পাৰি যে যি কথাই এজনৰ মৰ্যাদা হানি কৰে সেই কথা দুয়োজনৰে

মানে হানিকৰ হ'ব।" [ পৃষ্ঠা-৪ ] সেই একেসূত্ৰতে তেওঁ নাৰীসকলকো উদ্দেশ্য কৰি কৈছিল যে ভাৰতীয় নাৰীৰ এটা ঐতিহ্য আছে, এক পৰম্পৰা আছে। এইখন দেশ সীতা-সাবিত্ৰী, জয়মতী-দময়ন্তীৰ দেশ। এইসকল সতী-সাধ্বী ৰমণীৰ জীৱনৰ আদৰ্শেৰে আজিৰ ভাৰতীয় ৰমণীয়ে নিজৰ জীৱন গঢ়ি তুলিব লাগিব।

মনুস্মৃতি, যাজ্ঞবল্ক্যস্মৃতি আদি কেতবোৰ শাস্ত্ৰই নাৰীক সমাজত তেনেই নিম্নস্তৰত ৰখা দেখা যায়। সেই শাস্ত্ৰবোৰত এনে কেতবোৰ উক্তি দেখা যায়—যিবোৰত শাস্ত্ৰকাৰসকলে কৈছে যে স্ত্ৰীয়ে নিজৰ সৰ্বস্ব বিলীন কৰি স্বামীসেৱাত আত্মনিয়োগ কৰিব লাগিব, তেহেলৈ স্বামীজন মদপী, অত্যাচাৰী বা অবিবেচকেই হওঁক , স্বামীৰ যিকোনো প্ৰকাৰৰ অত্যাচাৰ-উৎপীড়নক নাৰীয়ে বিনা প্ৰতিবাদে সহ্য কৰি ল'ব লাগিব। তদুপৰি স্বামীৰ অবাধ্যকাৰিণী তিৰোতাক নৃশংসভাৱে উৎপীডন কৰি হত্যা কৰাটোও বিধিসম্মত বুলি অনেক শাস্ত্ৰত উল্লেখ আছে। শাস্ত্ৰৰ এনেবোৰ কথাৰ প্ৰতি আজিৰ যুগৰ মানুহৰ শ্ৰদ্ধা নাই। গান্ধীজীয়েও শাস্ত্ৰৰ তেনে নিৰ্দেশক চকুমুদি পালন কৰিবলৈ কোৱা নাই। তেওঁ কৈছে যে শাস্ত্ৰৰ গধুৰ তত্ত্ব উপলব্ধি কৰাটো সৰ্বসাধাৰণৰ পক্ষে সম্ভৱ নহয়। সেইগুণে কোনবোৰ শাস্ত্ৰীয় বচন হিতকৰ আৰু কোনবোৰ অহিতকৰ তাকে প্ৰকৃততে বুজিবলৈ আৰু যুগসাপেক্ষে সাল-সলনি কৰি সমাজত প্ৰযোজ্য কৰি তুলিবলৈ একোটা 'কৰ্তৃত্বশীল সংঘ' পতাৰ বাবে গান্ধীয়ে উপদেশ দিছে। গান্ধীজীয়ে কৈছে, " মই প্ৰায়েই কৈ আহিছো যে শাস্ত্ৰৰ নামত যি লিখা থাকে সেই সকলোবোৰ কথা ঈশ্বৰৰ বাণী বুলি বা অনুপ্ৰেৰণামূলক বাণী বুলি লব নেলাগে। কিন্তু প্ৰত্যেকেই কোননটো ভাল আৰু কোনটো বেয়া আৰু বিকৃত তাক ঠিক কৰি লব নোৱাৰে। শাস্ত্ৰৰ নামত প্ৰকাশিত সকলো কথা পুনৰ চাই-চিতি দিবৰ কাৰণে এটা 'কৰ্তৃত্বলীল সংঘ'ৰ প্ৰয়োজন। এই সংঘই নৈতিক মূল্য নথকা ধৰ্ম আৰু নৈতিকতাৰ ঘাই নীতিৰ বিৰোধ হোৱা সকলো কথা সংশোধন কৰি হিন্দু সকলক পথ দেখুৱাবৰ কাৰণে হিন্দুসকললৈ এটা সংশোধিত সংস্কৰণ আগবঢাব লাগে।" ( পৃষ্ঠা-১৬ ১৭ )

স্ত্ৰী-শিক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে তেওঁ কৈছে, "ইংৰাজী শিক্ষা আমাৰ মহিলাসকলৰ কাৰণে আৱশ্যক নে অনাৱশ্যক—এই বিষয়ে মোৰ কিছু কবলগীয়া আছে। আমাৰ সাধাৰণ জীৱনধাৰাত মুনিহ তিৰোতা দুয়োজনৰে ইংৰাজীৰ

জ্ঞান নিষ্প্ৰয়োজন মই এই সিদ্ধান্তত উপনীত হৈছো। এফালেদি জীৱিকাৰ কাৰণে আৰু আনফালে আমাৰ জাতীয় আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিবৰ কাৰণে ইংৰাজীৰ জ্ঞান আৱশ্যক এইটো সঁচা কথা। নাৰীয়ে জীৱিকা নিৰ্বাহৰ কাৰণে কাম কৰা বা ব্যৱসায়ত নমা কথাটো মই বিশ্বাস নকৰোঁ। যি কেই গৰাকীয়ে ইংৰাজী শিক্ষা ল'ব খোজে তেওঁলোকে অতি সহজে সেই শিক্ষা মুনিহৰ কাৰণে কৰা স্কুলতে লাভ কৰিব পাৰে।" (পৃষ্ঠা-৫)

সকলো সমাজৰ বাবেই বিবাহ এটা তাৎপৰ্যপূৰ্ণ সামাজিক অনুষ্ঠান। বিবাহে নৰ-নাৰীৰ জীৱনলৈ যুগ্মতা আনে। এই যুগ্মতা অকল দৈহিক মিলনৰ যুগ্মতাই নহয়, দৰা-কন্যাৰ দুটি ভিন্ন আত্মাৰ মাজত একাত্মক ভাবৰ উদ্বুদ্ধ কৰাই হৈছে বিবাহৰ দৰ্শনমূলক তাৎপৰ্য। বিবাহৰ জাগতিক বৈশিষ্ট্য তথা আৱশ্যকতা হৈছে বিবাহোত্তৰ কালৰ গাৰ্হস্থ্যজীৱনৰ বাবে প্ৰস্তুতি। গতিকে বিবাহৰ তাৎপৰ্যলৈ দৃষ্টি ৰাখি ল'ৰা-ছোৱালীৰ পিতৃ, মাতৃ, অভিভাৱক তথা সমাজে এই বিষয়ৰ প্ৰতি গভীৰভাৱে মনোনিৱেশ কৰা উচিত। কিয়নো, বিবাহৰ ক্ষেত্ৰত সমাজত বহুতো কেৰোণে দেখা দিছে। সেইবোৰৰ ভিতৰত বাল্য বিবাহেই হ'ল প্ৰধান। ভাৰতৰ অনেক সম্প্ৰদায়ৰ মাজত প্ৰচলিত ৰীতি অনুসৰি অতি কম বয়সতে ছোৱালীক বিয়া দিয়া হয়। কিন্তু এই বাল্য-বিবাহৰ ফল অতি ভয়াবহ। গান্ধীজীৰ মতে বাল্য-বিবাহ সমাজৰ প্ৰতি এক প্ৰচণ্ড অভিশাপ, সমাজৰ এক অক্ষমণীয় পাপ। বাল্য-বিবাহৰ প্ৰথা অনুযায়ী নিচেই কম বয়সতে বিয়া হোৱা ছোৱালীবোৰে বিয়া কি সেইটো বুজি নেপায়; স্বামীৰ প্ৰতি তাইৰ কৰ্তব্য কি উপলব্ধি কৰিব নোৱাৰে আৰু তাৰেই পৰিণামস্বৰূপে বহুতো ঘৃণনীয় ঘটনাৰ সৃষ্টি হয়। তদুপৰি ইয়াৰ আন এটা ভয়াবহ পৰিণাম এয়ে যে দৈৱদুৰ্বিপাকত পৰি যিবিলাক বালিকাবধু কম বয়সতে বিধৱা হবলগীয়া হয় তেওঁলোকে গোটেই জীৱন বৈধৱ্যৰ চিতাগ্নিত দেই-পুৰি মৰিবলগীয়া হয়।

গান্ধীজীয়ে দেখিলে যে বাল্য-বিবাহ প্ৰথা সমাজৰ এটা ডাঙৰ অবিচাৰ, ইয়াৰ সংস্কাৰ সাধন অতি প্ৰয়োজন। সেইবাবে গান্ধীজীয়ে বিবাহৰ এটা যোগ্য বয়স নিৰূপণ কৰি দি কৈছে যে বিয়াৰ বাবে ল'ৰাৰ ২৪ বছৰ আৰু ছোৱালীৰ ১৮ বছৰেই নিম্নতম বয়স হ'ব লাগে।

বাল্য বিবাহৰ সমপৰ্যায়ৰে আন এটা সামাজিক অবিচাৰ হ'ল বিধৱা বিবাহ।" হিন্দু সমাজৰ বাবে বিধৱা বিবাহ এটা ডাঙৰ অভিশাপ। অকালতে বিধৱা

হোৱা দুৰ্ভগীয়া নাৰীসকলে গোটেই জীৱন ধৰি এক দুৰ্বিসহ মনোবেদনাৰে জীৱন অতিক্ৰম কৰিবলগীয়া হোৱাৰ উপৰিও সমাজৰ কাৰণেও তেওঁলোক বহুসময়ত একোটা গলগ্ৰহ হৈ পৰে। কিয়নো বিধৱাসকলক কেন্দ্ৰ কৰিয়েই সমাজত বহুত অনৈতিক তথা অবৈধ ঘটনাই ঠাই পায়। সেইবাবে গান্ধীজীয়ে জোৰ দি কৈ গৈছে যে সমাজৰ কল্যাণৰ কাৰণে শিশু বিবাহ যিদৰে বৰ্জনীয়, সেইদৰে বিধৱা বিবাহ প্ৰচলনযোগ্য। তেওঁ কয় যে বিধৱাসকলৰ ভৰণ-পোষন আৰু নিৰাপত্তালৈ লক্ষ্য কৰি তেওঁলোকক নিজৰ ইচ্ছাৰ সপক্ষে বিয়া দিয়াৰ বন্দবস্ত কৰাটো সমাজৰ এটা কৰ্তব্য। অৰ্থাৎ যিসকল বিধৱা দ্বিতীয় বাৰৰ বাবে বিয়া কৰাবলৈ ইচ্ছুক, তেওঁলোকক উপযুক্ত দৰালৈ বিয়া দিব লাগে। বিধৱা বিবাহৰ প্ৰচলন নথকাটো কেউটাফালৰপৰাই বিপজ্জনক।

বিবাহ সম্পৰ্কে চিন্তা কৰিবলগীয়া অন্য এটা দিশ হল পণপ্ৰথা। ভাৰতৰ কেবাটাও সম্প্ৰদায়ৰ মাজত পণপ্ৰথা বৰ্তমান। সিন্ধু প্ৰদেশত ইয়াক 'দেতি লেতি' প্ৰথা নামেৰে জনা যায়। পণপ্ৰথাৰ ঘোৰ বিৰোধিতা কৰি গান্ধীজীয়ে কৈছে যে এগাল টকা দাবী কৰি ছোৱালী বিয়া কৰাব খোজাটোৰ দৰে সভ্য সমাজ এখনত অধিক লাজৰ কথা থাকিব নোৱাৰে।

পণপ্ৰথাৰদ্বাৰা দাৰিদ্ৰ্যপীড়িত পিতৃসকলক অধিক দুৰ্দশাগ্ৰস্ত কৰাহে হয়। এই বিয়া 'ছোৱালী ক্ৰয় কৰা' বিয়াত বাদে আৰু একো নহয়। সেইগুণে বিয়াৰ নামত পণপ্ৰথাৰ মূলোচ্ছেদ কৰিব লাগিব। বিবাহ অনুষ্ঠানৰ যোগেদি অৰ্থ নৈতিক দিশটোৰ প্ৰতিও লক্ষ্য ৰাখি গান্ধীজীয়ে কৈছিল যে বিয়া উৎসৱ যিমান দূৰ পৰা যায় কম খৰচেৰে অনাড়ম্বৰভাৱে সমাধা কৰা উচিত। শই শই, হেজাৰে হেজাৰে টকা খৰচ কৰি অৰ্থ নৈতিক জটিলতাক অধিক জটিলতৰ কৰাৰ কোনো কাৰণ থাকিব নোৱাৰে। তেওঁ কৈছিল যে, বিয়াৰ নামত যিখিনি ধৰ্মীয় অনুষ্ঠান পাতিব লাগে তাত নিচেই কম খৰচ হয়; দৰাচলতে সেইখিনিহে আচল খৰচ, বাকীখিনি হল আড়ম্বৰ-পয়োভৰৰ বাবে কৰা খৰচ দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নোপোৱা ভাৰতবাসীয়ে বিয়াৰ নামত ধুমধামেৰে খৰচ কৰিবলৈ কোনো পধ্যেই সমৰ্থ নহয়। সেইবাবে বিয়াৰ খৰচ যথাসম্ভৱ কম কৰিব পৰাটো সমগ্ৰ দেশৰ কাৰণেই মঙ্গলজনক কাম।

নাৰী জীৱনৰ কৰ্তব্যলৈ দৃষ্টি ৰাখি গান্ধীজীয়ে কৈছিল যে পুৰুষসকলে নাৰীক সদায় অবলা বুলি অভিহিত কৰি অহাটো সমীচীন নহয়। নৈতিক গঠনত

পুৰুষতকৈ বেলেগ হলেও নাৰী শক্তিৰ আধাৰ। তেওঁৰ দৃষ্টিত নাৰী পুৰুষৰ ভেদ নাই। সমাজৰ মংগলৰ অৰ্থে, দেশৰ কল্যাণৰ অৰ্থে নাৰীয়ে গুৰুত্বপূৰ্ণ ভূমিকা লব পাৰে। এই ভূমিকাৰ উৎস হৈছে নাৰীৰ ত্যাগ। নাৰী ত্যাগৰ প্ৰতিমূৰ্তি, মংগলময়ী। ত্যাগৰ মহিমামণ্ডিত নাৰী জীৱনৰ সাৰ্থকতা হ'ল প্ৰেম আৰু স্নেহৰ দীক্ষাৰে নিজ জীৱনক দেশৰ কামত বিলাই দিয়াত। তথাপি নাৰীৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হৈছে মাতৃত্বৰ কৰ্তব্য। নিজৰ শিশু কেইটিৰ ভবিষ্যত নিৰ্ভৰ কৰে মাতৃৰ ওপৰত। শিশু কেইটিক মানুহ কৰাৰ, দেশৰ উপযুক্ত নাগৰিক কৰি গঢ়ি তোলাৰ প্ৰধান কৰ্তব্য হৈছে মাতৃৰ। "The hand that rocks the cradle rules the world"—এই কথাৰ প্ৰতি লক্ষ্য ৰাখি ল'ৰা-ছোৱালীকেইটিক সু-নাগৰিক হিচাপে গঢ় দিয়াত মাতৃয়ে গুৰু দায়িত্ব বহন কৰিব লাগে। দ্বিতীয়তে স্বামীৰ প্ৰতিও তেওঁৰ কৰ্তব্য আছে। পতিসেৱা নাৰীৰ জীৱনৰ এক ডাঙৰ ব্ৰত। কিন্তু পতিসেৱাই মাত্ৰ এইটোকে নুবুজায় যে মদপী, লম্পট আৰু অনাচাৰী স্বামীৰ যিকোনো অনৈতিক কথাকেই স্ত্ৰীয়ে সদায় নিৰ্বিবাদে মূৰ পাতি লব লাগিব। তেনেস্থলত নাৰীৰ কৰ্তব্য হ'ব স্বামীক সৎ পথলৈ আনবলৈ চেষ্টা কৰাটো। আৰু যদি একান্ত চেষ্টা কৰাৰ পিচতো স্বামীক সৎ-পথলৈ আনিব নোৱাৰে তেন্তে স্ত্ৰীয়ে সেই স্বামীক পৰিত্যাগ কৰাটোও কোনো দোষণীয় কাম নহয় বুলি গান্ধীজীয়ে মত প্ৰকাশ কৰিছিল।

মহাত্মা গান্ধীয়ে ভাৰতৰ মুক্তিৰ অৰ্থে যি অহিংস বিপ্লৱ আৰু সত্যাগ্ৰহৰ অৱতাৰণা কৰিছিল সেই যুঁজত নাৰীয়েও পুৰুষৰ সমানে অংশ গ্ৰহণ কৰিব পাৰে। হিংসানীতিৰ ৰণত নাৰী, বৃদ্ধ তথা দুৰ্বলীৰ স্থান নাই; কিন্তু অহিংস ৰণত নাৰী আৰু বৃদ্ধযো সক্ৰিয় অংশ ল'ব পাৰে—এয়ে গান্ধীজীৰ সত্যাগ্ৰহ আৰু অহিংস বিপ্লৱৰ বৈশিষ্ট্য। এইহেতু স্বৰাজ্য আন্দোলনত ভূমিকা লবলৈ গান্ধীয়ে দেশৰ মহিলাসকলক আহ্বান জনালে। এই কামত সফলতা লাভৰ কাৰণে, প্ৰগতিবাদৰ যুগৰ আহ্বানক স্বাগতম্ জনাবৰ বাবে নাৰীয়ে পৰ্দাপ্ৰথাক নিৰ্মূল কৰিব লাগিব। যি পৰ্দাপ্ৰথাই নাৰীৰ অসীম শক্তিকো অৱদমিত কৰি ৰাখিছে, যি পৰ্দাপ্ৰথাই তিৰোতাৰ ওপৰত অনধিকাৰ আধিপত্য চলাবলৈ সুযোগ দিছে সেই পৰ্দাপ্ৰথাক সমূলে ধ্বংস কৰি নাৰীক ওলাই আহিবলৈ মহাত্মাই আহ্বান জনালে। মহাত্মাৰ আহ্বানক্ৰমে সমাজৰ সংৰক্ষণশীলতাৰ বান্ধন ছিন্ন

কৰি দেশৰ কামত আত্মনিয়োগ কৰিবলৈ নাৰী সমাজ আগবাঢ়ি আহিল, গান্ধীজীৰ বাণী সাৰোগত কৰি তেওঁলোকে অহিংস বিপ্লৱত জঁপিয়াই পৰিল। গান্ধীজীয়ে পুৰুষৰ লগতে নাৰী সমাজকো দঢ়াই দঢ়াই উপদেশ দিলে যে যঁতৰ আৰু খাদীৰ জৰিয়তেহে ভাৰত জননীৰ মুক্তিলাভ সম্ভৱ হ'ব পাৰে। যঁতৰেই হ'ল অহিংস বিপ্লৱৰ প্ৰতীক। এই যঁতৰে এহাতে যেনেকৈ বিলাতী বস্ত্ৰৰ আমদানিক প্ৰতিৰোধ কৰোৱাই ভাৰতত ইংৰাজৰ বাণিজ্য হ্ৰাস কৰা কাৰ্যৰ প্ৰধান সহায়ক, আনহাতেদি তেনেকৈ দৰিদ্ৰ জনসাধাৰণৰ দুখ মোচন কৰাৰো এক প্ৰধান অৱলম্বন। যঁতৰেৰে উৎপাদন কৰা এনেছা সূতা, তাৰেই এডুখৰি কাপোৰ -দেখাত তেনেই নগণ্য। কিন্তু বুদ্ বুদ্ জলবিন্দুৰ সমষ্টিৰে মহাসিন্ধুৰ সৃষ্টি হোৱাৰ দৰে নিখিল ভাৰতবৰ্ষৰ সমূহ জনগণে দিনৌ এনেছাকৈ হলেও সূতা কাটিলে, প্ৰতি গৰাকী শিপিনীয়ে পষেকে-মাহেকে এডুখৰিকৈ হলেও কাপোৰ ব'ই উলিয়ালে তাৰদ্বাৰাই দৰিদ্ৰ জনতাৰ শুকান মুখত এটোপাল পানী আহিব। এয়া হ'ল যঁতৰৰ দাৰিদ্ৰ-মোচনৰ ভূমিকা। ইয়াতোকৈ প্ৰধান ভূমিকা হ'ল স্বদেশী অহিংস আন্দোলনত বৃটিছৰ শক্তি ক্ষুণ্ণ কৰাটোতহে। গান্ধীজীৰ আহ্বানত উদ্বুদ্ধ হৈ ভাৰতীয়ই যেতিয়া হাতত যঁতৰ তুলি ললে তেতিয়া বৃটিছৰ বস্ত্ৰশিল্পৰ বিৰাট লাঙ্কাছায়াৰ প্ৰতিষ্ঠানৰ অৱস্থা শোচনীয় হৈ পৰিবলগীয়া হৈছিল। এয়ে যঁতৰৰ মাহাত্ম্য। সেয়ে গান্ধীজীৰ মতে ভাৰতবাসীৰ বাবে যঁতৰ হ'ল কল্পতৰু।

মুঠতে, নাৰীসকলক তলত পেলাই থৈ ভাৰত বা পৃথিৱীৰ কোনো জাতিয়েই জগৎ সভাত যোগ্য আসন গ্ৰহণ কৰিব নোৱাৰে বুলি ভাবি মহাত্মা গান্ধীয়ে ভাৰতৰ নাৰীসমাজৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে আপ্ৰাণ চেষ্টা কৰি গৈছে। তেওঁৰ নিজৰ জীৱনতো নিজ মাতৃ আৰু পত্নীৰ মৃত্যুহীন প্ৰভাৱৰ কথা তেওঁ নিজেই বাৰে বাৰে কৈ গৈছে ; জীৱনৰ শেষ কালতো তেওঁ নাৰীৰ মহিমাময়ী সান্নিধ্য আৰু সাহায্য লাভ কৰিছিল।

এই গ্ৰন্থখন ভাৰতীয় নাৰীৰ সকলো ধৰণৰ মুক্তিৰ বাবে কৰা সংগ্ৰামৰ এক মহৎ প্ৰচেষ্টা হিচাপে চিৰদিন গণ্য হব।

চন্দ্ৰপ্ৰসাদ শইকীয়া

# সুচীপত্র

# নাৰী-জাগৰণ

(গান্ধীজীৰ সভাপতিত্বত বোম্বাইৰ 'ভগিনী সমাজ'ৰ বছেৰেকীয়া সম্মিলন এখন ১৯১৮ চনৰ ২০ ফেব্রুৱাৰীত বহিছিল। তলৰ কথাখিনি তেখেতৰ গুজৰাটীত দিয়া অভিভাষণৰ ইংৰাজী অনুবাদৰপৰা অনূদিত।)

নাৰী-জাগৰণৰ প্রকৃত অর্থ ভালকৈ বুজি লোৱা আৱশ্যক। জাগৰণ বুলিলে অধঃপতিত অৱস্থাৰপৰা উন্নতি বুজায়। যদি সেয়ে হয় তেন্তে এই অধঃপতন কেনেকৈ কি কাৰণে হ'ল তাক আমি বিবেচনা কৰি চাব লাগিব। এই বিষয়ে গভীৰ চিন্তা কৰা আমাৰ প্ৰথম কৰ্তব্য হ'ব। গোটেই ভাৰতবৰ্ষ ভ্ৰমণ কৰি মই উপলব্ধি কৰিব পাৰিছো যে বৰ্তমানৰ এই আন্দোলন অতি কম সংখ্যক মানুহৰ মাজত আবদ্ধ হৈ আছে। এই সংখ্যা বিৰাট আকাশৰ মণিৰ নোৱাৰা এটি বিন্দুৰ দৰে মাত্ৰ। কোটি কোটি মুনিহ-তিৰোতাই এই আন্দোলনৰ বিষয়ে একোকেই নেজানে। এই দেশৰ শতকৰা পঁচাশীজন মানুহে তেওঁলোকৰ চাৰিওফালে ঘটা ঘটনাৰ প্ৰতি সম্পূৰ্ণ উদাসীন হৈ নিৰ্লিপ্তভাৱে জীৱন-যাপন কৰিছে। একো নেজানে যদিও এই মুনিহ তিৰোতাসকলে জীৱনৰ কৰিবলগীয়াখিনি ঠিকমতে নিয়াৰিকৈ কৰি যায়। মুনিহ, তিৰোতা উভয়েই একে ধৰণেই শিক্ষিত বা অশিক্ষিত। এজনে আনজনক যেনেকৈ সহায় কৰা উচিত তেনেকৈ উভয়ে ইজনে সিজনক সহায় কৰিছে। তেওঁলোকৰ জীৱন

যদি কিবা কথাত সম্পূৰ্ণ হোৱা নাই তেন্তে তাৰ কাৰণ হ'ল বাকী থকা শতকৰা পোন্ধৰ ভাগ মানুহৰ জীৱনৰ অসম্পূৰ্ণতা। 'ভগিনী সমাজ'ৰ মোৰ ভনীসকলে যদি এই শতকৰা ৮৫ ভাগ মানুহৰ জীৱন সূক্ষ্মভাৱে অধ্যয়ন কৰে তেন্তে তেওঁলোকে তেওঁলোকৰ অতি উত্তম ধৰণৰ কাৰ্যক্ৰমণিকাৰ কাৰণে অজস্ৰ বিষয়বস্তু লাভ কৰিব।

মই ওপৰত উল্লেখ কৰা শতকৰা ১৫ ভাগ মানুহৰ কথাহে ক'বলৈ ওলাইছোঁ; কিন্তু তেতিয়াও মুনিহ, তিৰোতা উভয়ৰে থকা অক্ষমতাবোৰৰ কথা আলোচনা কৰা অযুগুত হ'ব। পুৰুষসকলৰ অনুপাতত মহিলাৰ জাগৰণৰ কথা আমি বিবেচনা কৰি চাব খুজিছোঁ। আইন-কানুনবোৰ প্ৰায় পুৰুষেই কৰিছে আৰু পুৰুষসকলে উপযাচি লোৱা এই কামটো সদায় ন্যায়সঙ্গতভাৱে তথা নিৰপেক্ষভাৱে সমাধা কৰিব পৰা নাই। নাৰী-জাগৰণৰ উন্নতিৰ হকে কৰা আমাৰ প্ৰচেষ্টাৰ এটা বৃহৎ আশা আমাৰ শাস্ত্ৰত তিৰোতাৰ জন্মগত আৰু অন্তৰ্নিহিত বৈশিষ্ট্য বুলি কোৱা দোষবোৰ অপসৰণ কৰা কামত নিয়োগ কৰা উচিত হ'ব। কোনে বাৰু কেনেকৈ এই প্ৰচেষ্টা কৰিব? মোৰ মনেৰে এই প্ৰচেষ্টা হাতত লবলৈ আমি সীতা, দময়ন্তী আৰু দ্ৰৌপদীৰ লেখীয়া পৱিত্ৰ, দৃঢ়মনা, আত্মসংযমী নাৰী সৃজন কৰিব লাগিব। এনেকুৱা নাৰীৰ সৃষ্টি কৰিব পাৰিলে আধুনিক ভগিনীসকলেও পুৰাকালৰ তেওঁলোকৰ লেখীয়া ভগিনীসকলৰ দৰে হিন্দু সমাজৰপৰা সম্মান আৰু শ্ৰদ্ধা-ভক্তি লাভ কৰিব। তিৰোতাৰ চৰিত্ৰত কলঙ্ক পেলোৱা স্মৃতি-শাস্ত্ৰৰ কিছুমান কথাৰ কাৰণে আমি লাজ পাওঁ; অচিৰেই আমি এইবোৰ কথা পাহৰি পেলাম। হিন্দুধৰ্মত এনেকুৱা বিপ্লৱ অতীতত হৈছিল; ভৱিষ্যতলৈও এনেকুৱা বিপ্লৱ হৈ থাকিব আৰু সিয়ে আমাৰ বিশ্বাস দৃঢ়তৰ কৰি তুলিব। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যাতে এই অনুষ্ঠানৰ-পথা সোনকালে এনে ধৰণৰ নাৰীৰ সৃষ্টি হয়।

আমি এতিয়া নাৰী-সমাজৰ অৱনতিৰ ঘাই কাৰণটোৰ কথা কলোঁ আৰু কি আদৰ্শক বাস্তৱত পৰিণত কৰি তেওঁলোকৰ বৰ্তমান অৱস্থাৰ উন্নতি

সাধিব পাৰি সেই বিষয়ে বিবেচনা কৰি চালোঁ। এই আদৰ্শক বাস্তৱত ৰূপ দিয়া মহিলাৰ সংখ্যা সঁচাকৈয়ে তাকৰ হ'ব। সেই কাৰণে সাধাৰণ মহিলাই চেষ্টা কৰিলে কি কৰিব পাৰে তাকে এতিয়া ভাবি চাওঁ। এওঁলোকে প্ৰথমতে যিমান পাৰে সিমান মহিলাক তেওঁলোকৰ বৰ্ত্তমানৰ অৱস্থাৰ প্ৰতি সজাগ কৰি তুলিব লাগিব। ফলি-পুথিৰপৰা পোৱা শিক্ষাৰ দ্বাৰাহে কেৱল এই ভাব জগাই তুলিব পাৰি বুলি মই বিশ্বাস নকৰোঁ। এই ভিত্তিত কাম কৰিলে আমাৰ উদ্দেশ্য-সিদ্ধি অনিৰ্দিষ্ট কাললৈ স্থগিত হৈ ৰব। ইমান দিনলৈকে অপেক্ষা কৰা একেবাৰে নিষ্প্ৰয়োজন বুলি মই মোৰ জীৱনৰ প্ৰতিটো খোজতে অভিজ্ঞতা লাভ কৰিছোঁ। প্ৰথমতেই লিখিব-পঢ়িবলৈ নিশিকোৱাকৈয়ে আমাৰ তিৰোতা-সকলক তেওঁলোকৰ শোকলগা বাস্তৱৰ কথা আমি বুজাই দিব পাৰোঁ। নাৰী হ'ল পুৰুষৰ সঙ্গিনী—পুৰুষৰ সমানেই তেওঁলোকৰ মেধা-বুদ্ধি আছে। পুৰুষৰ কাৰ্যৰ সৰুসুৰা কথালৈকে অংশ গ্ৰহণ কৰিবৰ বাবে তিৰোতাৰ স্বত্ব আছে। পুৰুষৰ দৰে তিৰোতাৰো মুক্তি আৰু স্বাধীনতাৰ স্বত্ব আছে। নিজৰ কৰ্মক্ষেত্ৰত পুৰুষ যেনেকৈ সৰ্বেসৰ্বা, তিৰোতাও নিজৰ কাৰ্যক্ষেত্ৰত সকলোতকৈ ওপৰত। এইটো এটা স্বাভাৱিক কথা হব লাগে। লেখা-পঢ়া শিক্ষাৰ দ্বাৰাহে যে এই আসন পাব পাৰি এনে নহয়। কিছুমান ঘিণ-লগা ৰীতি-নীতিৰ বলেৰে একেবাৰে অজ্ঞ, অপদাৰ্থ পুৰুষ এজনেও তিৰোতাৰ ওপৰতে আধিপত্য বিস্তাৰ কৰি থাকে। এই আধিপত্য তেওঁলোকে পোৱা উচিতো নহয়। আমাৰ বহুতো আন্দোলন তিৰোতাসকলৰ অৱস্থাৰ কাৰণে আধৰুৱা হৈ থাকে—আমাৰ বহুতো কামৰ উপযুক্ত ফলাফল আমি নেপাওঁ। আমাৰ অৱস্থা যথেষ্ট মূলধন ব্যৱসায়ত নখটুৱা বেজিৰ জলণ্ডা মনা কুঠাৰৰ জলণ্ডা নমনা মূৰ্খ বেপাৰীজনৰ লেখীয়া হৈ পৰে।

লিখা-পঢ়া, গণিত আদি নেজানিলে বহুতো লাগতিয়াল কাম কৰিব পাৰি যদিও মোৰ দৃঢ় বিশ্বাস যে এই কথাকেইটা নেজানিলে সদায় আমি সুচাৰুভাৱে চলিব নোৱাৰোঁ। লিখা-পঢ়া বিদ্যাই বুদ্ধি-বৃত্তি বঢ়াই

চোকা কৰে আৰু আমাৰ ভাল কাম কৰিব পৰা শক্তি বৃদ্ধি কৰে। মই কেতিয়াও অনাৱশ্যকভাৱে লিখা-পঢ়া-পাণ্ডিত্য আদিত উচ্চ মূল্য আৰোপ কৰা নাই—মই এইকেইটা বস্তুৰ যথাৰ্থ স্থান নিৰূপণ কৰিবলৈহে চেষ্টা কৰিছোঁ। মই সদায় আঙুলিয়াই দেখুৱাই আহিছোঁ যে বিদ্যাশিক্ষা নাই বুলি তিৰোতাক সমানাধিকাৰৰপৰা বঞ্চিত কৰাৰ কোনো যুক্তি নাই। তেওঁলোকৰ স্বাভাৱিক স্বত্ব দাবী কৰিবলৈ, সেই স্বত্ব ভালদৰে প্ৰয়োগ কৰিবলৈ আৰু তাৰ পৰিসৰ বৃদ্ধি কৰিবৰ কাৰণে তিৰোতাসকলৰ শিক্ষাৰ প্ৰয়োজন। এই শিক্ষা নেপালে লাখ লাখ মানুহে প্ৰকৃত আত্মজ্ঞান লাভ কৰিব নোৱাৰিব। বহুতো কিতাপ পৱিত্ৰ আনন্দেৰে পৰিপূৰ্ণ। শিক্ষা নেপালে আমি এই আনন্দৰপৰা বঞ্চিত হ'ম। শিক্ষাহীন মানুহ পশুতকৈ বৰ বেছি বেলেগ নহয় বুলি ক'লে একো বঢ়াই কোৱা নহব। সেইকাৰণে পুৰুষৰ দৰে তিৰোতাৰ কাৰণেও শিক্ষা প্ৰয়োজনীয়। উভয়ৰ ক্ষেত্ৰতে শিক্ষা পদ্ধতি যে একে হ'ব লাগিব এনে নহয়। আমাৰ ৰাজ্যিক শিক্ষা-পদ্ধতি অতি ত্ৰুটিপূৰ্ণ আৰু বহুতো ক্ষেত্ৰত অনিষ্টকাৰী। এনেকুৱা শিক্ষা মুনিহ, তিৰোতা উভয়ে বৰ্জন কৰিব লাগিব। এই শিক্ষা-পদ্ধতি বৰ্তমানৰ দোষবোৰৰপৰা মুক্ত হ'লেও সকলো পিনৰপৰা চাই এই শিক্ষা-পদ্ধতি তিৰোতাৰ কাৰণে উপযোগী হব বুলি নেভাবোঁ। মুনিহ আৰু তিৰোতাৰ মৰ্যাদা সমান, কিন্তু একে নহয়। মুনিহ, তিৰোতা দুয়োৰে অতুলনীয় যুগ্মতা। এজন আনজনৰ পৰিপূৰক। এজনে আনজনক সহায় কৰে। এজনৰ অবিহনে আনজনৰ অৱস্থিতি কল্পনাই কৰিব নোৱাৰি। এইবোৰ কথাৰপৰা স্বাভাৱিকতে ইয়াকে বুজিব পাৰি যে যি কথাই এজনৰ মৰ্যাদা হানি কৰে সেই কথা দুয়োজনৰে সমানে হানিকৰ হ'ব। তিৰোতাৰ শিক্ষা-পদ্ধতিৰ আঁচনি গ্ৰহণ কৰিব খুজিলে এই চিৰ সত্যটো সদায় মনত ৰাখিব লাগিব। বিবাহিত দম্পতীৰ ক্ষেত্ৰত বাহিৰা জগতৰ কামত পুৰুষ সদায় ওপৰত। সেইকাৰণে পুৰুষৰ এনে কামত অধিক জ্ঞান থকা যথাৰ্থ নিয়মসঙ্গত কথা। আনহাতে ঘৰুৱা জীৱনটো হৈছে সম্পূৰ্ণভাৱে তিৰোতাৰ গণ্ডিত, সেইকাৰণে ঘৰুৱা কামত ল'ৰা-

ছোৱালী তুলনিতালি অধ্যয়ন-নীতিৰ কৰি শিক্ষা দিয়াৰ কামত তিৰোতাৰ অধিক জ্ঞান থকা উচিত। তুলনাৰ কাৰণে জ্ঞানক সম্পূৰ্ণৰূপে দুটা ভাগ কৰি দিব লাগিব যে এনে নহয়—জ্ঞানৰ শাখা কাৰো কাৰণেই বন্ধ হ'ব নেলাগে, কিন্তু এই মূল নীতিবোৰৰ পাৰ্থক্যবোধৰ ভিত্তিত পাঠ্যক্ৰম প্ৰতিষ্ঠিত নহ'লে পুৰুষ আৰু তিৰোতাৰ সম্পূৰ্ণ জীৱনটোৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰি।

ইংৰাজী শিক্ষা আমাৰ মহিলাসকলৰ কাৰণে আৱশ্যক নে অনাৱশ্যক—এই বিষয়ে মোৰ কিছু কৈফিয়ৎ আছে। আমাৰ সাধাৰণ জীৱন-ধাৰাত মুনিহ তিৰোতা দুয়োজনৰে ইংৰাজীৰ জ্ঞান নিষ্প্ৰয়োজন—মই এই সিদ্ধান্তত উপনীত হৈছোঁ। এফালেদি জীৱিকাৰ কাৰণে আৰু আনফালে আমাৰ জাতীয় আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিবৰ কাৰণে ইংৰাজীৰ জ্ঞান আৱশ্যক—এইটো সঁচা কথা। নাৰীয়ে জীৱিকা নিৰ্বাহৰ কাৰণে কাম কৰা বা ব্যৱসায়ত নমা কথাটো মই বিশ্বাস নকৰোঁ। যি কেইগৰাকীয়ে ইংৰাজী শিক্ষা ল'ব খোজে তেওঁলোকে অতি সহজে সেই শিক্ষা মুনিহৰ কাৰণে কৰা স্কুলতে লাভ কৰিব পাৰে। তিৰোতাৰ স্কুলত ইংৰাজী শিক্ষাৰ প্ৰৱৰ্তনে আমাৰ অসহায় অৱস্থা আৰু দীৰ্ঘস্থায়ী কৰিব। ইংৰাজী সাহিত্যৰ সমৃদ্ধিশালী ভাণ্ডাৰ মুনিহ, তিৰোতা উভয়ৰে কাৰণে একে ধৰণে উন্মুক্ত হৈ থাকিব লাগে বুলি কোৱা কথা মই প্ৰায়েই পঢ়োঁ আৰু শুনিবলৈ পাওঁ। এনেকুৱা মনোবৃত্তি ধাৰণ কৰা ভুল বুলি মই অতি বিনীতভাৱে জনাইছোঁ। ইংৰাজী সাহিত্যৰ এই সম্পদৰাশি পুৰুষৰ কাৰণে উন্মুক্ত কৰি তিৰোতাৰ কাৰণে বন্ধ কৰি থব কোনেও খোজা নাই। আপোনালোকৰ ভাল লাগিলে পৃথিৱীৰ কোনেও আপোনালোকক গোটেই পৃথিৱীৰ সাহিত্যৰাজি অধ্যয়ন কৰিবলৈ বাধা দিব নোৱাৰে। কিন্তু বিশেষ এটা সমাজৰ প্ৰয়োজন আগত ৰাখি যদি শিক্ষাৰ পাঠ্যক্ৰম যুক্ত কৰা হয় তেতিয়া আপোনালোকে সাহিত্যৰ প্ৰতি ধাপ থকা কম সংখ্যক মানুহৰ প্ৰয়োজনৰ ব্যৱস্থা কৰিব নোৱাৰিব। ইংৰাজী শিক্ষাৰ কাৰণে এতিয়াতকৈ কম সময় খৰচ কৰিলেহে

কৈ মানুহক মই ইংৰাজী পঢ়ি পোৱা আনন্দৰপৰা বঞ্চিত কৰিব খোজা নাই। এই একেটা আনন্দকে আমি স্বাভাৱিক পদ্ধতি মানি চলিলে কম খৰচতে তথা কম আয়াসতে লাভ কৰিব পাৰিম বুলি মই ভাবোঁ। পৃথিৱীখন অতুলনীয় সৌন্দৰ্যৰ হীৰা-মৰকতেৰে পৰিপূৰ্ণ; কিন্তু এই হীৰা-মৰকত সকলোবোৰ ইংৰাজী ধৰণৰে বাখৰ পটোৱা নহয়। আন আন ভাষায়ো একে ধৰণৰ অপূৰ্ব সৃজনী প্ৰতিভাৰ কাৰণে গৌৰৱ কৰিব পাৰে। এই সকলো সাহিত্য আমাৰ সৰ্বসাধাৰণ ৰাইজে ঢুকি পাব লাগিব। আমাৰ বিজ্ঞ পণ্ডিতসকলে আমাৰ ভাষালৈ এই কিতাপবোৰ অনুবাদ কৰিবলৈ গাত ললে ৰাইজৰ কাৰণে এই কাম কৰিব পৰা হব।

আমাৰ সমাজৰপৰা বাল্য বিবাহৰ অভিশাপ আঁতৰ নকৰি, তিৰোতা-সকলক সমানাধিকাৰ প্ৰদান নকৰি ওপৰত কোৱাৰ দৰে শিক্ষাৰ আঁচনি ললেই কেৱল নহব। বিয়াৰ পিচতেই আমাৰ চকুৰ আঁতৰ হৈ পৰা ছোৱালীবিলাকৰ কথা এতিয়া অলপ ভাবি চাওঁ। সেই ছোৱালীবোৰ আমাৰ স্কুলবোৰলৈ আৰু উভতি অহাৰ আশা নাই। ছোৱালীবিলাকক অতি কম বয়সতে বিয়া দি যি অপকৰ্ম কৰা হয়। তাৰ ফলতে মাকবিলাকে সেই ছোৱালীবিলাকক পুনৰ শিক্ষা দিব নোৱাৰে বা সেই ছোৱালীবিলাকৰ নীৰস জীৱন আনন্দপূৰ্ণ কৰি তুলিব নোৱাৰে। কুমলীয়া ছোৱালীজনীক বিয়া কৰোৱা মানুহজনে কেৱল কামনাৰ বশৱৰ্তী হৈ বিয়া কৰায়— নিস্বাৰ্থভাৱে বিয়া নকৰায়। এই ছোৱালীবিলাকক কোনে বাৰু উদ্ধাৰ কৰিব? এই প্ৰশ্নটোৰ সঠিক উত্তৰে তিৰোতাৰ সমস্যা সমাধান কৰিবলৈ উপায় দিব। এই প্ৰশ্নৰ উত্তৰ দিবলৈ যে টান তাত সন্দেহ নাই। ইয়াৰ মাত্ৰ এটা উত্তৰেই হব পাৰে। তেওঁলোকৰ নিজৰ স্বামীৰ বাহিৰে শিশু-কন্যাসকলৰ হকে কওঁতা অৱশ্যে কোনো নাই। শিশু-ভাৰ্যা এগৰাকীয়ে তেওঁক বিয়া কৰোৱা মানুহজনক শুদ্ধ কৰিব বুলি আশা কৰা মিছা। এই কঠিন কামটো বৰ্তমানলৈ অন্ততঃ পুৰুষ-সকলকে দিব লাগিব। মই পাৰিলে এই শিশু ভাৰ্যাবিলাকৰ এটা পিয়ল

লম আৰু তেওঁলোকৰ স্বামীসকলক বিচাৰি উলিয়াই আৰু তেওঁলোকে তেওঁলোকৰ ভাগ্য শিশু-ভাৰ্যাৰকলৰ লগত জড়িত কৰি কিমান দোষণীয়. কাম কৰিছে সেই কথাটো বুজাবলৈ চেষ্টা কৰিম। যেতিয়ালৈকে তেওঁলোকে তেওঁলোকৰ নিজৰ স্ত্ৰীক কেৱল সন্তান ধাৰণ কৰিবলৈকে নহয়—সন্তানক উপযুক্তভাৱে ডাঙৰ-দীঘল কৰিবলৈ শিক্ষা দি উপযুক্ত কৰি নলয় আৰু এই সময়ডোখৰত সম্পূৰ্ণভাৱে ব্ৰহ্মচৰ্য জীৱন পালন কৰি নচলে তেতিয়ালৈকে তেওঁলোকৰ পাপৰপৰা মুক্তি পাব নোৱাৰে।

'ভগিনী সমাজ'ৰ সভ্যসকলৰ কৰ্মশক্তি নিয়োগ কৰিবৰ কাৰণে এনেকুৱা বহুতো ফলদায়ক ক্ষেত্ৰ আছে। কৰ্মক্ষেত্ৰ ইমান বিশাল যে দৃঢ়মনেৰে কাম কৰিব পাৰিলে সংস্কাৰৰ বিপ্লৱপূৰ্ণ আন্দোলন বৰ্তমানলৈ তেওঁলোকৰ হাততে দি দিব পৰা হব আৰু হোমৰুলৰ কথা বৰ বেছিকৈ উল্লেখ নকৰাকৈ হোমৰুল আন্দোলনৰ মহৎ সেৱা কৰা হব। যেতিয়া ছপাশাল নাছিল, যেতিয়া বক্তৃতা দিয়াৰ পৰিসৰ আছিল অতি সীমাবদ্ধ, যেতিয়া এতিয়াৰ দৰে হেজাৰ মাইলৰ দৰে দিনটোৰ ভিতৰত আনকি ২৪ মাইল ভ্ৰমণ কৰিব পৰা নহৈছিল তেতিয়া আমাৰ আদৰ্শ প্ৰচাৰ কৰিবৰ কাৰণে মাত্ৰ এটা পথ খোলা আছিল আৰু সেই পথ আছিল আমাৰ কৰ্মত। কৰ্মত বিৰাট সম্ভাৱনা শক্তি নিহিত আছে। এতিয়া আমি বতাহৰ গতিত ইফালে সিফালে ঘূৰি ফুৰিছোঁ, বক্তৃতা দিছোঁ, বাতৰি কাকতত প্ৰবন্ধ লেখিছোঁ, তথাপিও আমি আমাৰ উদ্দেশ্যৰপৰা বহু আঁতৰত। হতাশাৰ কান্দোন যেন চাৰিওফালে শুনিবলৈ পাইছোঁ। আমাৰ কাৰ্যই আগৰ দৰেই হেজাৰ বক্তৃতা আৰু লেখনীতকৈ বাইজৰ মাজত শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব বুলি মই ভাবোঁ। 'ভগিনী সমাজ'ৰ সভ্যসকলে অনাড়ম্বৰভাৱে নীৰৱ সেৱা আৰু কামত যেন বেছি গুৰুত্ব দিয়ে—এয়ে মোৰ 'ভগিনী সমাজ'ৰ সভ্যসকললৈ সনিৰ্বন্ধ অনুৰোধ।

( দুই )

## নাৰীক মুক্তি দিয়ক

মাদ্ৰাজৰ প্ৰসিদ্ধ সমাজসেৱিকা ডাঃ মুথুলক্ষ্মী ৰেড্ডিয়ে অন্ধ্ৰ প্ৰদেশত দিয়া মোৰ এটা বক্তৃতাক ভেটি কৰি এখন চিঠি লিখিছে। তাৰে কৌতূহলোদ্দীপক কিছুমান কথা উদ্ধৃত কৰি দিলোঁ—

"বেজোৱাডা আৰু গুনটুৰলৈ যোৱাৰ পথত সংস্কাৰৰ আশু প্ৰয়োজনীয়তা আৰু আমাৰ মানুহৰ দৈনন্দিন জীৱনৰ অভ্যাস কিছুমানৰ সুস্থ পৰিৱৰ্তনৰ কাৰণে দিয়া আপোনাৰ অভিমতে সঁচাকৈ মোক বৰকৈ অভিভূত কৰিছে।

এগৰাকী ডাক্তৰ হিচাপে মই অতি বিনীতভাৱে জনাওঁ যে আপোনাৰ কথাত মই একেবাৰে একমত। কিন্তু আপুনি অনুগ্ৰহকৈ মোক এইখিনি কথা ক'বলৈ দিয়ক :

শিক্ষাৰ লগে লগে সমাজ সংস্কাৰ, স্বাস্থ্যসম্মতভাৱে থকামেলাৰ সুব্যৱস্থা আৰু জনস্বাস্থ্যৰ উন্নতি হ'বলৈ হ'লে কেৱল মহিলাসকলক শিক্ষা দিলেই হ'বনেকি ?

বৰ্তমান সমাজ ব্যৱস্থাত শিক্ষা, আত্মপ্ৰকাশ আৰু দেহ আৰু মনৰ পূৰ্ণ বিকাশৰ কাৰণে অতি কম সংখ্যক মহিলাইহে ভালকৈ সুবিধা পাইছে বুলি আপুনি নেভাবেনে ?

তেওঁলোকৰ ব্যক্তিত্বক নীতি-নিয়ম আচাৰ-পদ্ধতিবিলাকে নিষ্ঠুৰভাৱে দমন কৰি থৈছে বুলি আপুনি নেভাবেনে ?

শাৰীৰিক, বৌদ্ধিক, আনকি আধ্যাত্মিক সকলো প্ৰকাৰৰ উৎকৰ্ষতাক বাল্যবিবাহ প্ৰথাই গুৰিতে কুঠাৰাঘাত কৰা নাইনে ?

শিশু-ভাৰ্যা, শিশু-মাতৃ, বিধবা আৰু পৰিত্যক্তা ভাৰ্যাৰ অন্তহীন দুখ-যাতনাৰ বিমোচন অচিৰেই হব নেলাগেনে ?

হিন্দু সমাজে ধৰ্মৰ নামত নিৰীহ লক্ষ লক্ষ ছোৱালীবোৰক অধঃপতনলৈ লৈ যোৱা আৰু কু-কৰ্মত লিপ্ত কৰা কিছুমান ৰীতি-নীতিক জানিও নজনা ভাও জুৰি সহ্য কৰি থকা সমীচিন হৈছেনে ?

প্ৰাচীন ভাৰতৰ মৈত্ৰেয়ী, গাৰ্গী বা সাবিত্ৰীক আৰু আজিৰ হিন্দু ধৰ্মৰ অৰ্থহীন পূজা-পাৰ্বন আৰু ৰীতি-নীতিৰপৰা মুক্ত ব্ৰাহ্মসমাজ, আৰ্যসমাজ আৰু খ্ৰিষ্টচিয়ান সমাজৰ মহিলাসকলক কৰ্মপ্ৰেৰণা যোগোৱা মনোবল, সাহস, স্বাধীন চিন্তা আৰু কৰ্ম-প্ৰচেষ্টা মাত্ৰ কেইগৰাকীমানৰ বাহিৰে গোটেই ভাৰতীয় নাৰীসমাজে সামাজিক অত্যাচাৰৰ কাৰণে হেৰুৱাই পেলাইছে বুলি আপুনি নেভাবেনে ?

জাতীয় মহাসভাৰ, অৰ্থাৎ কংগ্ৰেছৰ সভাসকলে আমাৰ দুৰ্বলতাৰ বাই কাৰণ আৰু অধঃপতনৰ গুৰিস্বৰূপ এই সকলোবোৰ সামাজিক কলঙ্ক মোচন কৰিবলৈ উৎসাহ-উদ্দীপনাৰে উঠি-পৰি লাগিব নেলাগেনে ? দাসত্বৰ বন্ধনত থকা তিৰোতাসকলক মুক্তি দিবলৈকে অন্ততঃ তেওঁলোকে জনসাধাৰণক শিক্ষা দিব নেলাগেনে ? যাতে এই তিৰোতাসকলে শাৰীৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিকভাৱে বিকশিত হৈ সাহস আৰু জ্ঞানৰ দৃষ্টান্তস্বৰূপ হৈ উঠিব পাৰে আৰু ভাৰ্যা আৰু মাতৃৰূপে শুদ্ধ সত্যভাৱে ভৱিষ্যত ভাৰতৰ প্ৰশাসকসকলক দৈনন্দিন জীৱনৰ অভ্যাস, চৰিত্ৰ আদিৰ বিষয়ে প্ৰশিক্ষণ দি বাট দেখুৱাই গঢ় দি তেওঁলোকৰ পৱিত্ৰ কাম সুচাৰুৰূপে সমাধা কৰিব পাৰে ।

স্বাধীনতা প্ৰত্যেক জাতি আৰু ব্যক্তিৰ জন্মস্বত্ব বুলি যদি কংগ্ৰেছৰ সভ্যসকলে বিশ্বাস কৰে, এই স্বাধীনতা লাভ কৰিবলৈ তেওঁলোক যদি দৃঢ় প্ৰতিজ্ঞ, তেন্তে তেওঁলোকে তেওঁলোকৰ তিৰোতাসকলক সুস্থ বিকাশত বাধা জন্মোৱা কু-নীতি নিয়মবোৰৰপৰা প্ৰথমতেই মুক্তি দিব নেলাগেনে ? এই সকলোবোৰ কু-নীতি তেওঁলোকেহে আঁতৰাব পাৰিব ।

আমাৰ কবি, সন্ত পুৰুষ আৰু ঋষি-মুনিসকলে একে সুৰকে গাইছে । স্বামী বিবেকানন্দই কৈছিল, 'যি দেশে, যি জাতিয়ে তিৰোতাক সম্মান নকৰে, সেই দেশ বা জাতি কেতিয়াও মহান হ'ব পৰা নাই আৰু

ভবিষ্যতেও হ'ব নোৱাৰে। আপোনালোকৰ জাতিটোৰ অধঃপতনৰ ঙাই কাৰণ হৈছে শক্তিৰ জীৱন্ত মূৰ্তিসকলৰ প্ৰতি আপোনালোকৰ শ্ৰদ্ধাহীনতা। দেৱীৰ জীৱন্ত মূৰ্তিসকলৰ যদি উন্নতি নকৰে আপোনালোকে আপোনালোকৰ উন্নতিৰ আন পথ আছে বুলি আশা নকৰিব।'

প্ৰতিভাশালী তামিল কৱি স্বৰ্গীয় সুব্ৰহ্মণ্য ভাৰতীয়েও একে ভাবকেই প্ৰতিধ্বনিত কৰি গৈছে।

সেইকাৰণে আপুনি আপোনাৰ ভ্ৰমণকালত মুনিহসকলক স্বাধীনতা লাভৰ শুদ্ধ আৰু নিশ্চিত পথটোৰ বিষয়ে উপদেশ দিবনে ?"

এই দায়িত্ব কংগ্ৰেছ সেৱীসকলে বহন কৰিব লাগে বুলি কবলৈ ডাঃ মুথুলক্ষী ৰেড্ডিৰ সম্পূৰ্ণ স্বত্ব আছে। বহুতো কংগ্ৰেছসেৱীয়ে ব্যক্তিগতভাৱে তথা যুটীয়াভাৱে এই ধৰণে ডাঙৰ ডাঙৰ কাম কৰি আছে। এই কেৰোণৰ গুৰি দেখাতকৈ দ'লৈকে শিপাইছে। স্ত্ৰীশিক্ষাই যে কেৱল ভুল হৈছে এনে নহয়, আমাৰ গোটেই শিক্ষা-পদ্ধতিয়েই কেৰোণ লগা। কেৱল এটা নিয়ম বা আনটো নিয়ম বেয়া বুলি সেই নিয়মবোৰক আঁতৰালেই নহব, কু-কথা বুলি জনা কথাক আঁতৰাবলৈ আমাৰ জড়তাক আমি দূৰ কৰিব লাগিব। এই দোষাৰোপ নগৰত থকা মধ্যবিত্ত শ্ৰেণীকহে কেৱল কৰিব পাৰি—এই মধ্যবিত্ত শ্ৰেণী আমাৰ বিৰাট জনসংখ্যাৰ শতকৰা ১৫ ভাগহে হ'ব। গাঁৱত বাসকৰাসকলৰ ভিতৰত বাল্যবিবাহ নাই, তাত বিধবাবিবাহত বাধা-নিষেধ নাই। তেওঁলোকৰ উন্নতিৰ প্ৰতিবন্ধক সৃষ্টি কৰা আন আন কু-কথা আছে, এইটো সঁচা। জড়তা, কৰ্মবিমুখতা দুয়ো ঠাইতে আছে। সেই কাৰণে আমাৰ শিক্ষা-পদ্ধতিৰ পূৰ্ণসংস্কাৰৰ প্ৰয়োজন হৈছে আৰু সৰ্বসাধাৰণৰ কাৰণে এটা শিক্ষা-পদ্ধতিও উদ্ভাৱন কৰিব লাগে। ল'ৰা-ছোৱালীৰ শিক্ষাৰ লগে লগে প্ৰাপ্ত বয়স্কৰ শিক্ষাৰ প্ৰতি সমানে গুৰুত্ব নিদিলে শিক্ষা-পদ্ধতি গ্ৰহণযোগ্য হ'ব নোৱাৰে। মাতৃভাষাক সৰ্বোচ্চ স্থানত প্ৰতিষ্ঠিত কৰিব নোৱাৰিলে কোনো শিক্ষা-পদ্ধতিয়ে সমস্যাৰ সমাধান

কৰিব নোৱাৰিব। এই কামটো কেৱল বৰ্তমানৰ শিক্ষিত শ্ৰেণীৰ দ্বাৰাহে কৰিব পৰা হ'ব। সেই কাৰণে বৃহৎ পৰ্যায়ৰ সংস্কাৰ হাতত লোৱাৰ আগতে শিক্ষিত শ্ৰেণীৰ মনোভাৱৰ পৰিৱৰ্তন হ'ব লাগিব। ভাৰতবৰ্ষৰ যি কেইগৰাকী শিক্ষিতা মহিলা আছে তেওঁলোকে পশ্চিমৰ উচ্চ শিখৰৰ-পৰা ভাৰতীয় সমভূমিলৈ নামি আহিব লাগে বুলি মই ডাঃ মুথুলক্ষী ৰেড্ডীক ক'ব পাৰোনে? তিৰোতাসকলক অৱহেলা বা অসৎ ব্যৱহাৰ কৰা কাৰণে পুৰুষসকলকে দোষ দিব লাগিব তাত কোনো সন্দেহ নাই। এইবাবে পুৰুষসকল যথেষ্ট অনুতপ্ত হ'ব লাগিব। কিন্তু যিসকল মহিলাই অন্ধবিশ্বাস ত্যাগ কৰি অশুদ্ধ কথাৰ প্ৰতি সজাগ হৈছে তেওঁলোকে সংস্কাৰৰ গঠনমূলক কাম কৰিব লাগিব। নাৰীৰ মুক্তি, ভাৰতৰ মুক্তি, অস্পৃশ্যতা দূৰীকৰণ, ৰাইজৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি আদি কাম কৰিবলৈ গাওঁবিলাকত সোমাই পৰিব লাগিব আৰু গাঁৱৰ জীৱনক পুনৰ্গঠন বা সংস্কাৰ কৰিব লাগিব।

ইয়ং ইণ্ডিয়া: ২২-৫-২৯

## ( তিনি )

## নাৰীৰ স্থান

এতিয়ালৈকে বিবাহিত জীৱনৰ প্ৰলোভনৰপৰা কৃতকাৰ্যতাৰে আঁতৰি থাকিব পৰা মহিলা বন্ধু এগৰাকীয়ে লিখিছে—

"কালি মালাবাৰী হলত এখন মহিলা সভা হৈছিল, এই সভাত বহুতে ভাল ভাল বক্তৃতা দিছিল, বহুতো প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। সন্ধিয়াৰ এই সভাখনৰ বিষয়টো আছিল 'চৰ্দা আইন' (Sarda Bill)। আপুনি ছোৱালীৰ বিবাহৰ বয়স ১৮ বছৰ হব লাগে বুলি কোৱাত আমি অতিশয় আনন্দিত হৈছিলোঁ আৰু এটা লাগতিয়াল প্ৰস্তাৱত

উত্তৰাধিকাৰিতাৰ আইনৰ বিষয়ে আলোচনা হৈছিল। এই বিষয়ে আপুনি এটা শক্তিশালী প্ৰবন্ধ 'নবজীৱন' আৰু 'ইয়ং ইণ্ডিয়া'ত লিখিলে ইমান যে সহায় হ'ব। তিৰোতাই কিয় বাৰু তেওঁলোকৰ জন্মস্বত্বক ভিক্ষা কৰিব লাগে বা সেই স্বত্ব পাবৰ কাৰণেই বাৰু কিয় বিদ্ৰোহ কৰিব লাগে? তিৰোতাবপৰাই জন্ম লৈ পুৰুষে বৰ বৰ কথাৰে 'অবলা নাৰী' বুলি আমাক আমাৰ প্ৰাপ্যখিনি মহত্ত্বপূৰ্ণভাৱে 'দিম' বুলি কোৱা শুনিলে বৰ আচৰিত লাগে আৰু দুখ লাগিও হাঁহি উঠে। এই 'দিম' বোলা কথাটো ইমান অৰ্থহীন। পশু-শক্তিৰ বলেৰে অন্যায়ভাৱে মানুহৰপৰা কাঢ়ি লোৱা বস্তু ঘূৰাই দিয়াত মহত্ত্বই বা ক'ত? পুৰুষত্বই বা ক'ত? পুৰুষতকৈ তিৰোতাৰ গুৰুত্ব কি কথাত কম? উত্তৰাধিকাৰিতাৰ অংশ কি কাৰণে পুৰুষতকৈ তিৰোতাৰ কম হ'ব লাগে? এই অংশ সমান নহ'ব কিয়? এই কথা লৈয়ে কেদিনমান আগতে কিছুমান মানুহৰ লগত উত্তেজিত হৈ আলোচনা কৰিছিলোঁ। এগৰাকী ভদ্ৰ মহিলাই কৈছিল, 'আমি আইনৰ একো পৰিৱৰ্তন নিবিচাৰো, আমি বেচ সুখী। ল'ৰাই বংশৰ নাম, বংশ পৰম্পৰা লৈ থাকে, সেইকাৰণে ল'ৰাৰ ভাগ বেছি হোৱা যুগুত কথা। ল'ৰা বংশৰ আশা-ভৰসা।' 'ছোৱালী কিন্তু কি হ'ব?' বুলি আমি প্ৰশ্ন কৰিলোঁ। তাত থকা এজন ডেকা ল'ৰাই তৎক্ষণাৎ ক'লে, 'আন মানুহজনে ছোৱালীৰ যত্ন ল'ব।' এইখিনিতে কথা। এই 'আনজন মানুহ', সদায় এই আনজন মানুহৰে কথা, এইটো বৰ অপ্ৰীতিকৰ। আন এজন মানুহ কিয় লাগে? আন এজন মানুহ ওলাই পৰিব বুলি কিয়নো ধৰি ল'ব লাগিছে? তেওঁলোকে ছোৱালীবোৰক একোখন বস্তা বুলিহে ভাবে যেন লাগে। ছোৱালীক মাক-দেউতাকৰ ঘৰত আন এজন মানুহ নহালৈকে থাকিবলৈ দিয়া হয়। সেইজন আহি পৰিলেই লাহেকৈ স্বস্তিৰ নিশ্বাস লৈ সেইজনক ছোৱালীজনীক গতাই দিয়া হয়। আপুনি যদি ছোৱালী হ'লহেঁতেন এনেবোৰ কথাত আপোনাৰ খং উঠিলহেঁতেননে বাৰু?"

তিৰোতাৰ প্ৰতি পুৰুষৰ অন্যায়-অত্যাচাৰত এবং উৎপীড়নৰ কাৰণে মই ছোৱালী হ'ব নেলাগে। উত্তৰাধিকাৰিতাৰ আইনক মই অতি কম মূল্য দিওঁ। উত্তৰাধিকাৰিতাৰ আইনতকৈ বেছি ভাৱৰ কথাৰ প্ৰতি 'চৰ্দা আইনে' মনোনিবেশ কৰিছে। তিৰোতাৰ স্বত্বৰ বিষয়টোত শিথিল হৈ মই মীমাংসা কৰিব নোখোজোঁ। যি আইনৰ বাধা-নিষেধ পুৰুষ-সকলে পোৱা নাই, সেই বাধা-নিষেধ তিৰোতাসকলৰো থাকিব নেলাগে। মই ল'ৰা-ছোৱালীক সম্পূৰ্ণভাৱে সমান ব্যৱহাৰ কৰোঁ। তেওঁলোকে লাভ কৰা শিক্ষা অনুপাতে তিৰোতাই যেতিয়া নিজৰ শক্তিক উপলব্ধি কৰিব পাৰিব তেতিয়া তেওঁলোকে স্বাভাৱিকতে জলজল্ পট্‌পট্‌কৈ ওলাই থকা বৈষম্যবোৰৰ প্ৰতিবাদ কৰিব।

আইনৰ অসমতা দূৰীকৰণ এটা সাময়িক ব্যৱস্থাৰ দৰেহে হ'ব। এই কু-কথাৰ ঘাই কাৰণটো বহুত মানুহে উপলব্ধি কৰিব পৰা নাই। পুৰুষৰ ক্ষমতা আৰু যশস্যাৰ প্ৰতি লালসা আৰু বিশেষকৈ পাৰম্পৰিক ভোগলিপ্সা এই কু-কথাৰ কাৰণ। মানুহ সদায় ক্ষমতালিপ্সু। এই ক্ষমতা সম্পত্তিৰ অধিকাৰে প্ৰদান কৰে। ক্ষমতাৰ যশস্যা পুৰুষে মৃত্যুৰ পিচতো পাবলৈ বিচাৰে। ভবিষ্যতৰ সকলো বংশধৰ সম্পত্তিৰ সমান অংশীদাৰ হবলৈ হলে সম্পত্তি ক্ৰমাগতভাৱে ভাগ ভাগ হৈ যাব আৰু পুৰুষে সেইকাৰণে সম্পত্তিৰ ক্ষমতাৰপৰা বঞ্চিত হ'ব। সেই-কাৰণে সম্পত্তিৰ অধিক ভাগ পায় জ্যেষ্ঠ পুত্ৰই। বেছিভাগ তিৰোতা বিবাহিত। আইন তেওঁলোকৰ প্ৰতি বিৰোধ হোৱা সত্ত্বেও তিৰোতা-সকল স্বামীৰ ক্ষমতা আৰু সা-সুবিধাৰ অংশীদাৰ হৈ পৰে। তেওঁলোক কোনো সম্পত্তিশালী আৰু ক্ষমতাশালী ব্যক্তিৰ পৰিবাৰ হৈয়েই আনন্দিত হয়। অসমতাৰ বিষয়ে আলোচনা হলে তেওঁলোকে যদিও এই নিয়মৰ সম্পূৰ্ণ সংস্কাৰ হব লাগে বুলি অভিমত দিয়ে, সেই অভিমত অনুসাৰে কাম কৰিবলগীয়া হলে তেওঁলোকে তেওঁলোকৰ সুবিধাখিনি এৰি দিবলৈ অনিচ্ছা প্ৰকাশ কৰে।

এই আইনগত বাধা-নিষেধ আঁতৰাবৰ কাৰণে মই সদায় কৈ থাকিম;

কিন্তু বিদুষী মহিলাসকলে ইয়াৰ ঘাই কাৰণটোৰ প্ৰতি মনোনিবেশ কৰিলে মই ভাল পাম। নাৰী হ'ল ত্যাগ আৰু ধৈৰ্যৰ প্ৰতিমূৰ্তি; সেইকাৰণে বাইজৰ কাম কৰিবলৈ ওলাই আহিলে নাৰীয়ে সম্পত্তি সংগ্ৰহ আৰু অনিয়ন্ত্ৰিত অভিলাষক সংযত কৰি ৰাজহুৱা জীৱন পবিত্ৰ কৰি তুলিব। লাখ লাখ মানুহৰ ভৱিষ্যতৰ কাৰণে থৈ যাবলৈ সম্পত্তি নাই—এই কথা বুজিব লাগে। পৈতৃক সম্পত্তি নেথাকিলে মঙ্গলৰ কথা বুলি তেওঁলোকৰপৰা আমি শিকি ল'ব লাগিব। প্ৰকৃত সম্পত্তি হ'ল চৰিত্ৰ আৰু শিক্ষাৰ সুবিধা। মাক-দেউতাকে এই সম্পত্তি সমানে ল'ৰা-ছোৱালীলৈ থৈ যাব পাৰে। তেওঁলোকৰ ল'ৰা-ছোৱালীক আত্ম-নিৰ্ভৰশীল হবলৈ নিজে পৰিশ্ৰম কৰি সাধুভাৱে জীৱন যাপন কৰিবলৈ শিকাব লাগে। নাবালক ল'ৰা-ছোৱালীক তুলিতালি ডাঙৰ-দীঘল কৰাৰ ভাৰ স্বাভাৱিকতে পৰিয়ালৰ ডাঙৰজনৰ ওপৰতে পৰিব। উদ্যোগবিনাশী, অলসতা-বিলাসিতাক প্ৰশ্ৰয় দিয়া পৈতৃক সম্পত্তিৰ দাস কৰাৰ পৰিৱৰ্তে ধনী মানুহবিলাকে তেওঁলোকৰ সন্তানক স্বাধীনচিতীয়া আৰু আত্মনিৰ্ভৰশীল হবলৈ শিক্ষা দিব পাৰিলে তেওঁলোকৰ ল'ৰা-ছোৱালীৰ মনৰ দুৰ্বলতা বহুখিনি নাইকিয়া হ'ব। সচেতন নাৰীসকলে এই কথাটো মানি লৈ যুগ-যুগ ধৰি চলি থকা কুসংস্কাৰবোৰ নিৰ্মূল কৰিব লাগে।

পৰম্পৰৰ ভোগলিপ্সাই এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈ তিৰোতাক অৰ্হতাহীন কৰি তুলিছে বুলি বেছিকৈ বুজাই নকলেও হ'ব। নাৰীয়ে পুৰুষক আপোন কলা-কৌশলেৰে অজানিতভাৱে বহুত ধৰণেৰে বন্দী কৰি থৈছে আৰু পুৰুষেও 'মইবৰ' ভাব লৈ সমানে অজানিতভাৱে তিৰোতাক পুৰুষতকৈ ওপৰলৈ উঠাত বাধা প্ৰদান কৰিবলৈ চেষ্টা কৰিছে। ফলত অচলাৱস্থাৰ সৃষ্টি হৈছে। এই দৃষ্টিভঙ্গীৰে চালে ই এটা ডাঙৰ সমস্যা হৈ পৰে - এই সমস্যা সমাধান কৰিবলৈ ভাৰতমাতাৰ জ্ঞানলব্ধ জীয়াৰীসকলক আহ্বান কৰা হৈছে। তেওঁলোকে পশ্চিমৰ ধৰণ-কৰণ অনুকৰণ কৰিব নেলাগে। পশ্চিমৰ নীতি পশ্চিমীয়া

পৰিবেশতহে খাপ খাব। আমাৰ সংস্কৃতিৰ উত্তম কথাবোৰ সংৰক্ষণ কৰিবলৈ আৰু আমাৰ অধঃপতনমূলক নীচ কথাবোৰ নিসংকোচে আঁতৰ কৰিবৰ কাৰণে শক্তিশালী, সংযমী, পৱিত্ৰ আৰু ধীৰ-স্থিৰ কৰ্মী থাকিব লাগিব। এই কাম সীতা, সাৱিত্ৰী, দময়ন্তীৰ লেখীয়া নাৰীৰ কাম। এই কাম কৰিবলৈ বলিষ্ঠা নাৰীও নেলাগে, এই কাম কৃত্ৰিম নৈতিকতাৰে চালচলন কৰা নাৰীৰো নহয়।

ইয়ং ইণ্ডিয়া : ১৭-১০-২৯

## ( চাৰি )

# স্মৃতিশাস্ত্ৰত নাৰী

এজন পত্ৰলিখকে বেজোৱাডাৰপৰা প্ৰকাশিত 'ইণ্ডিয়ান স্বৰাজ্য' বোলা কাগজখন মোলৈ পঠিয়াইছে। তাত স্মৃতিশাস্ত্ৰত নাৰীৰ স্থানৰ বিষয়ে এটা প্ৰবন্ধ ওলাইছে। তাৰেপৰা একো সাল-সলনি নকৰাকৈ তলৰ কথাখিনি তুলি দিলোঁ :

> "স্বামীজন চৰিত্ৰহীন, কামুক, নিৰ্গুণী হলেও ভাৰ্যাই স্বামীক সদায় ঈশ্বৰ বুলি ভাবিব লাগে। ( মনু : ৫, ১৫৪ )
>
> তিৰোতাই স্বামীৰ কথামতে চলিব লাগে। এইটো তেওঁলোকৰ আটাইতকৈ ডাঙৰ কৰ্তব্য। ( যাজ্ঞবল্ক্য : ১, ১৮ )
>
> তিৰোতাৰ কাৰণে বেলেগ যাগ-যজ্ঞ, আচাৰ-পাৰ্বন বা ব্ৰতাচাৰ নাই। স্বামীক সেৱা কৰিলে স্বৰ্গত তিৰোতাই সু-উচ্চ স্থান লাভ কৰিব। ( মনু : ৫, ১৪৫ )
>
> স্বামীৰ জীৱিত কালত তিৰোতাই উপবাস ব্ৰতাদি আচাৰ পালন কৰিলে স্বামীৰ আয়ুস ক্ষয় হয়। সেই তিৰোতা নৰকলৈ যায়। স্বামীৰ চৰণ ধোৱা পানী আৰু স্বামীৰ স্নান কৰা

পানী তিৰোতাৰ কাৰণে পৱিত্ৰ; সেই পানী পান কৰিলে তিৰোতাই উচ্চ স্থান লাভ কৰে। (অত্ৰী: ১৩৬–৩৭)

স্বামীতকৈ তিৰোতাৰ আন উত্তম স্থান নাই। যি নাৰীয়ে স্বামীক অসন্তুষ্ট কৰে সেই নাৰীয়ে কেতিয়াও মৃত্যুৰ পিচত স্বামীৰ ওচৰ নেপায়গৈ। সেইকাৰণে তিৰোতাই কেতিয়াও স্বামীক দুখ দিব নেলাগে। (বশিষ্ঠ: ২১, ৪)

যি তিৰোতাই নিজৰ 'পিতৃ-পৰিয়ালৰ গৌৰৱ কৰে আৰু স্বামীৰ অবাধ্য হয় সেই তিৰোতাক ৰজাই ৰাইজৰ আগত কুকুৰৰ মুখত পেলাই দিব লাগে। (মনু: ৮, ৩৭১)

কোনেও স্বামীৰ অবাধ্য নাৰীৰ হাতে খাব নেলাগে, এনেকুৱা নাৰীক অসতী বুলি গণ্য কৰিব লাগে। (অঙ্গিৰস: ৬৯)

স্বামীৰ বদ অভ্যাস থাকিলে বা স্বামী মদাহী বা ব্যাধিগ্ৰস্ত হলে ভাৰ্যাই যদি স্বামীৰ কথা নুশুনে সেই ভাৰ্যাক তিনিমাহৰ কাৰণে মূল্যবান বস্ত্ৰ, অলংকাৰ আদিৰপৰা বঞ্চিত কৰি আঁতৰ কৰি থব লাগে। (মনু: ১০, ১৮)"

স্মৃতিশাস্ত্ৰৰ এনেবোৰ কথা দেখিলে দুখ লাগে। নাৰীক জাতিৰ জননী জ্ঞান কৰা, তিৰোতাৰ স্বাধীনতাপ্ৰেমী পুৰুষসকলৰপৰা স্মৃতিশাস্ত্ৰৰ এনেবোৰ কথাই শ্ৰদ্ধা লাভ কৰিব নোৱাৰে। ধৰ্মৰ আনুষঙ্গিক কথা বুলি বাতৰি কাকতে ৰক্ষণশীলতাৰ নামত এনেবোৰ কথা প্ৰকাশ কৰা কাৰণে বেছি দুখ লাগিছে। অৱশ্যে স্মৃতিশাস্ত্ৰত নাৰীক গভীৰ শ্ৰদ্ধাৰে উপযুক্ত মৰ্যাদা প্ৰদান কৰা কথাও আছে। কিন্তু প্ৰশ্নটো হৈছে স্মৃতিশাস্ত্ৰৰ যিবোৰ কথা সেই একে শাস্ত্ৰতে থকা আনবোৰ কথাৰ লগত বিতৰ্কমূলক হয়, যিবোৰ কথা নীতি বিগৰ্হিত বুলি ভবা হয়, সেই কথাবোৰ কি কৰিব পাৰি? এই স্তম্ভত মই প্ৰায়েই কৈ আহিছোঁ যে শাস্ত্ৰৰ নামত যি লিখা থাকে সেই সকলোবোৰ কথা ঈশ্বৰৰ বাণী বা অনুপ্ৰেৰণামূলক বাণী বুলি ধৰি লব নেলাগে। কিন্তু প্ৰত্যেকেই

কোনটো ভাল আৰু প্ৰকৃত আৰু কোনটো বেয়া আৰু বিকৃত তাক ঠিক কৰি ল'ব নোৱাৰে। শাস্ত্ৰৰ নামত প্ৰকাশিত সকলো কথা পুনৰ চাই-চিতি দিবৰ কাৰণে এটা কৰ্তৃত্বশীল সংঘৰ প্ৰয়োজন। এই সংঘই নৈতিক মূল্য নথকা ধৰ্ম আৰু নৈতিকতাৰ ঘাই নীতিৰ বিৰোধ হোৱা সকলো কথা সংশোধন কৰি হিন্দুসকলক পথ দেখুৱাবৰ কাৰণে হিন্দুসকললৈ শাস্ত্ৰৰ এটা সংশোধিত সংস্কৰণ আগবঢ়াব লাগে। সমূহ হিন্দু ৰাইজ আৰু ধৰ্মনায়কসকলে এই কৰ্তৃত্বৰ অস্তিত্ব স্বীকাৰ নকৰিব বুলি কৰা নিশ্চিত ধাৰণাই এই পৱিত্ৰ কামত বাধাৰ সৃষ্টি কৰিব নেলাগে। সৎ আৰু সেৱাৰ ভাবেৰে কৰা কামৰ ফল বহুত দিনৰ পিচত পোৱা যায়। শাস্ত্ৰৰ কথা বুজিবলৈ কোনোবাই সহায় বিচাৰিলে এই কামে নিশ্চিতভাৱে সহায় কৰিব।

হৰিজন : ২৮-১১-৩৬

( পাঁচ )

## নাৰী আৰু বৰ্ণ

এজন শ্ৰদ্ধাভাজন বন্ধুৱে লিখিছে—

"অলপতে 'হৰিজন' কাকতত বৰ্ণৰ বিষয়ে লিখা আপোনাৰ প্ৰবন্ধত আপুনি অস্পষ্টভাৱে বৰ্ণনা কৰা বৰ্ণৰ সূত্ৰ কেৱল পুৰুষসকলতহে প্ৰযোজ্য যেন লাগে। তিৰোসকলৰ বৰ্ণ পিছে কি হ'ব? তিৰোতাৰ বৰ্ণ কিহে ঠিক কৰিব? আপুনি হয়তো উত্তৰত ক'ব যে বিয়াৰ আগতে পিতৃৰ বৰ্ণ আৰু বিয়াৰ পিচত স্বামীৰ বৰ্ণই তিৰোতাৰ বৰ্ণ হ'ব। এই কথাৰপৰা আপুনি তিৰোতাৰ জীৱনৰ কোনো স্তৰতে স্বাধীনতা নাই বোলা মনুৰ কুখ্যাত সূত্ৰক সমৰ্থন জনায় বুলি ধৰি লমনেকি? এই সূত্ৰমতে বিয়াৰ আগতে তিৰোতা পিতৃৰ অধীনত,

বিয়াৰ পিচত স্বামীৰ অধীনত আৰু বিধবা হ'লে পুত্ৰৰ অধীনত থাকিব লাগে।

যিয়েই নহওক, আমাৰ যুগটো নাৰীৰ ভোটাধিকাৰৰ যুগ—এই কথা সত্য। স্বাধীন জীৱিকা বৃত্তি লবলৈ তিৰোতাসকল পুৰুষৰ লগতে ওলাই আহিছে। স্বামীয়ে হয়তো ব্যৱসায়ত টকা লেনদেন কৰা কাম কৰিছে আৰু স্ত্ৰীয়ে স্কুলত শিক্ষকতা কৰিছে—এইটো আজি-কালি এটা সচৰাচৰ হৈ থকা কথা। এনেকুৱা অৱস্থাত তিৰোতাগৰাকীৰ বৰ্ণ কি হ'ব? বৰ্ণাশ্ৰম-ধৰ্মমতে পুৰুষে সাধাৰণতে দেউতাকৰ জীৱিকাবৃত্তি লয়, সেইকাৰণে স্বাভাবিকতে দেউতাকৰ বৰ্ণও গ্ৰহণ কৰে। তিৰোতাইও দেউতাক-মাকৰ বৰ্ণ লয় আৰু তেওঁলোকে বিয়াৰ পিচতো নিজৰ নিজৰ বৰ্ণ লৈ থাকিব পাৰে বুলি আশা কৰিব পাৰি। কিন্তু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বৰ্ণ কি হ'ব? ল'ৰা-ছোৱালীক তেওঁলোকৰ স্বাধীন বিচাৰেৰে নিজৰ বৰ্ণ ঠিক কৰি ল'বলৈকে এৰি দিবনেকি? তিৰোতাই দেউতাক মাকৰ বৰ্ণ বিয়াৰ পিচতো লৈ থাকিব পাৰিলে আপুনি ব্যাখ্যা কৰা বৰ্ণ-ধৰ্মৰ মূলাধাৰ উত্তৰাধিকাৰ-সূত্ৰৰ ভিত্তি কি হ'ব?"

মোৰ মতে আজিৰ যুগত এই প্ৰশ্নটো অবান্তৰ হৈছে। উল্লেখিত প্ৰবন্ধটোত মই কৈয়েই দিছো যে আজিকালি বৰ্ণ-বিভ্ৰাটৰ দিনত প্ৰকৃততে একো বৰ্ণই নাই। বৰ্ণ-ধৰ্ম আজিকালি অচল। বৰ্তমান হিন্দু সমাজত অৰাজকতা হৈছে বুলি ক'ব পাৰি। চাৰিটা বৰ্ণ নামতহে আছে। আজিকালি বৰ্ণ বুলিলে হিন্দু সমাজত মুনিহ তিৰোতা সকলোৰে কাৰণে কেৱল এটা বৰ্ণই আছে বুলি ক'ব পাৰি—সেই বৰ্ণ হৈছে শূদ্ৰবৰ্ণ। আমি সকলোবোৰ শূদ্ৰবৰ্ণৰ।

পুনৰ সঞ্জীৱিত হৈ উঠা মোৰ কল্পনাৰ বৰ্ণ-ধৰ্মমতে ছোৱালীয়ে বিয়াৰ আগতে ককাই-ভাইৰ দৰে দেউতাকৰ বৰ্ণ ল'ব। অসবৰ্ণ বিবাহ বিৰল হব। ছোৱালীয়ে সেইকাৰণে নিজৰ একো ক্ষতি নোহোৱাকৈ নিজৰ বৰ্ণ লৈ থাকিব পাৰিব। যদি স্বামীৰ বৰ্ণ

বেলেগ হয় তেন্তে স্বাভাৱিকতে ছোৱালীয়ে দেউতাকৰ বৰ্ণ এৰি স্বামীৰ বৰ্ণ গ্ৰহণ কৰিব। এনেকৈ বৰ্ণ পৰিৱৰ্তন কৰি কোনোবাই দুৰ্বল বা হীন বুলি অপযশ পাব বুলি ভাবিব নেলাগে, কাৰণ সঞ্জীৱিত হৈ উঠা বৰ্ণ-ধৰ্মত চাৰিওটা বৰ্ণই সম্পূৰ্ণ সামাজিক সমতা লাভ কৰিব।

পত্নীয়ে স্বাধীনভাৱে জীৱিকা অৰ্জন কৰা কথা মই সাধাৰণতে ভাবিব নোৱাৰোঁ। তিৰোতাৰ সকলো শক্তি নিয়োগ কৰিবৰ কাৰণে ল'ৰা-ছোৱালীৰ যত্ন আৰু ঘৰখন চলোৱা কামেই যথেষ্ট। সুসংগঠিত সমাজত পৰিয়াল প্ৰতিপালনৰ উপকৰণ বোজাখিনি সাধাৰণতে তিৰোতাৰ গাত পৰা উচিত নহয়। পৰিয়াল প্ৰতিপালন পুৰুষে কৰিব, তিৰোতাই ঘৰ চলাব—দুয়োজনে এনেদৰে দুয়োজনৰ শ্ৰমৰ সম্পূৰক-পৰিপূৰক হব।

এই প্ৰসঙ্গত তিৰোতাৰ অধিকাৰ কাঢ়ি লোৱা হৈছে বা তিৰোতাৰ স্বাধীনতা দমন কৰা হৈছে বুলিও মই নেভাবোঁ। 'তিৰোতাৰ কাৰণে স্বাধীনতা নাই' বোলা মনুৰ উক্তি বুলি কোৱা কথাখিনি মোৰ কাৰণে অতি পৱিত্ৰ, অখণ্ডনীয় উক্তি নহয়। খুব সম্ভৱ এই কথাখিনি যেতিয়া প্ৰচাৰ হৈছিল তিৰোতাসকলক পৰাধীন অৱস্থাত ৰখা হৈছিল। আমাৰ সাহিত্যত ভাৰ্যাক অৰ্ধাঙ্গিনী আৰু সহধৰ্মিনী বুলি বৰ্ণোৱা হয়। স্বামীয়ে স্ত্ৰীক দেৱী বুলি সম্বোধন কৰা কথাটো একো অসম্মানজনক কথা নহয়। কিন্তু দুৰ্ভাগ্যবশতঃ তিৰোতাৰ সকলো সা-সুবিধা স্বত্বৰ-পৰা বঞ্চিত কৰি তিৰোতাক হীন মৰ্যাদা দি ৰাখি থোৱাৰ এটা যুগ আহিছিল। কিন্তু তিৰোতাৰ বৰ্ণৰ মৰ্যাদা হ্ৰাস কৰা প্ৰশ্ন কেতিয়াও নুঠে। বৰ্ণৰ অৰ্থ কিছুমান সা-সুবিধা বা অধিকাৰ নহয়। বৰ্ণৰ অৰ্থই হল কৰ্তব্য আৰু দায়িত্ব। কৰ্তব্য পৰাঙ্মুখ নহ'লে কোনেও আমাৰ কৰ্তব্যক কাঢ়ি লৈ যাব নোৱাৰে। যি তিৰোতাই নিজৰ কৰ্তব্য জানে আৰু পালন কৰে সেই তিৰোতাই নিজৰ সম্মানিত গাম্ভীৰ্যপূৰ্ণ মৰ্যাদা উপলব্ধি কৰিব পাৰে। তিৰোতা আপোন গৃহৰ সম্ৰাজ্ঞী, দাসী নহয়।

সমাজত তিৰোতাৰ কৰ্তব্যৰ বিষয়ে মই কোৱা কথাখিনি মানি ল'লে ল'ৰা-ছোৱালীৰ বৰ্ণ সম্বন্ধীয় প্ৰশ্নটোৱে সমস্যাৰ সৃষ্টি কৰা বুলি কোৱাটো নিষ্প্ৰয়োজন। কাৰণ তেতিয়া স্বামী আৰু স্ত্ৰীৰ বৰ্ণৰ মাজত একো বিভিন্নতা নেথাকিব।

হৰিজন: ১২-১০-৩৪

( ছয় )

## নাৰী আৰু যুদ্ধবৃত্তি

নাৰীয়ে যুদ্ধবৃত্তিৰ বিৰুদ্ধে কেনেকৈ যুঁজিব পাৰিব বুলি এই প্ৰশ্নটো কেবাখনো সভাত উঠিছে। ইটালী দেশৰ এখন ঘৰুৱা মেলত গান্ধীজীক ভাৰতীয় নাৰীৰপৰা ইটালীৰ নাৰীয়ে শিকিবলগীয়া কথা কিছুমান কবলৈ অনুৰোধ কৰা হৈছিল।

গান্ধীজীয়ে এবাৰ পেৰিচত কৈছিল, "নাৰীয়ে নিজক অবলা বুলি পাহৰি গ'লেই যুদ্ধৰ বিৰুদ্ধে পুৰুষতকৈ অলেখ বেছি কাম কৰিব পাৰিব; তাত মোৰ সন্দেহ নাই। নিজৰ ভাৰ্যা, দুহিতা আৰু মাতৃয়ে যুদ্ধৰ কোনো কথাতে যোগদান কৰিবলৈ অমান্তি হ'লে ডাঙৰ ডাঙৰ যোদ্ধা আৰু সেনানায়কসকলে কি কৰিব পাৰিব বাৰু আপোনালোকেই তাৰ উত্তৰটো দিয়কচোন।"

তেখেতে লৌজেনত কৈছিল, "ইউৰোপৰ নাৰীসকলক তেওঁলোকে বিচৰা বাণী দিবৰ কাৰণে মোৰ সাহ হ'বনে নহয় মই ক'ব নোৱাৰোঁ।" তেওঁলোকে যদি বেয়া নেপায় তেন্তে মই তেওঁলোকক যোৱা বছৰ একগোট হৈ জাগ্ৰত হৈ উঠা ভাৰতীয় মহিলাৰ পদানুসৰণ কৰিবলৈ কম। ইউৰোপে কেৱল তিৰোতাৰ যোগেদিহে অহিংসা-নীতিৰ শিক্ষা গ্ৰহণ কৰিব বুলি মই সঁচাকৈয়ে বিশ্বাস কৰোঁ। মই নাৰীক আত্ম-

ত্যাগৰ প্ৰতিমূৰ্তি বুলি গণ্য কৰোঁ। কিন্তু দুৰ্ভাগ্যবশতঃ নাৰীয়ে নিজৰ সুবিধাখিনি উপলব্ধি কৰিব পৰা নাই। তিৰোতা পুৰুষৰ যাদুৰ প্ৰভাৱত পৰি আছে বুলি টলষ্টয়ে কৈছিল। অহিংসাৰ শক্তিৰ কথা উপলব্ধি কৰিব পাৰিলে তেওঁলোকে কেতিয়াও অবলা আখ্যা ল'বলৈ মান্তি নহ'ব।"

ইটালী দেশৰ কেগৰাকীমান মহিলাক তেখেতে কৈছিল, "অহিংস যুদ্ধত তিৰোতাই পুৰুষৰ দৰে সমানে অংশ গ্ৰহণ কৰিব পাৰে— অহিংস যুদ্ধৰ সৌন্দৰ্য এইখিনিতে। হিংসামূলক যুদ্ধত নাৰীয়ে এনেকুৱা সুবিধা নেপায়। যোৱা বছৰ আমাৰ অহিংস যুদ্ধত তিৰোতাসকলে পুৰুষতকৈ বেছি কাৰ্যকৰী অংশ গ্ৰহণ কৰিছিল। অহিংস যুদ্ধত বহুতো ত্যাগ স্বীকাৰ কৰিব লাগে, দুখ-যাতনা ভুগিবলগীয়া হয়— তিৰোতাতকৈ কোনে বাৰু পৱিত্ৰ আৰু মহৎভাৱে দুঃখ-কষ্ট বৰণ কৰিব পাৰিব? ভাৰতীয় নাৰীয়ে পৰ্দাপ্ৰথা আঁতৰাই জাতিৰ হকে কাম কৰিবলৈ আগবাঢ়ি আহিছে। দেশে তেওঁলোকৰপৰা গৃহস্থালিৰ কামৰ বাহিৰেও আৰু বেছি কাম বিচাৰিছে বুলি তেওঁলোকে বুজিব পাৰিছে। তেওঁলোকে নিষিদ্ধ লোণ তৈয়াৰ কৰিছে, তেওঁলোকে বিদেশী কাপোৰ আৰু মদৰ দোকানত পিকেটিং কৰিছে, গ্ৰাহক আৰু দোকানী দুয়োজনকে সেইবোৰ দোকানৰপৰা আঁতৰাবলৈ তেওঁলোকে চেষ্টা কৰিছে। সাহসেৰে অন্তৰত দয়াৰ ভাব লৈ গভীৰ নিশা মদাহীৰ পিছ লৈ মদৰ আড্ডাবিলাকলৈ গৈছে। তেওঁলোকে কাৰাবৰণ কৰিছে আৰু পুৰুষৰ দৰেই লাঠিৰ প্ৰহাৰকো সহ্য কৰিছে। পাশ্চাত্যৰ নাৰীয়ে যদি পশুত্বৰ পৰ্যায়লৈ নামিবলৈ পুৰুষৰ লগত প্ৰতিযোগিতা কৰে তেন্তে তেওঁলোকৰ ভাৰতীয় নাৰীৰপৰা শিকিবলৈ একো কথা নাই। তেওঁলোকে স্বামী-পুত্ৰক নৰহত্যা কৰিবলৈ যুদ্ধলৈ পঠিয়াই স্বামী-পুত্ৰৰ সাহ-বিক্ৰমক অভিনন্দন জনাই আনন্দ লভিবলৈ এৰি দিব লাগিব।

ইয়ং ইণ্ডিয়া: ১৪-১-৩২

## ( সাত )

# নাৰীৰ বিশেষ ধৰ্ম

" 'হৰিজন' কাকতৰ সম্পাদক ডাঙৰীয়া ঃ

মহাশয় ;

অলপতে ইউৰোপত হোৱা সংকটৰ বিষয়ে আপুনি লিখা প্ৰবন্ধটো পঢ়ি অতিশয় আনন্দিত হ'লোঁ। আপুনি আজি ইউৰোপক কবই লাগিব। মানৱতা যেতিয়া ধ্বংস হৈ যাব খুজিছে আপুনি নিজকে কেনেকৈ সংযত কৰি ৰাখিব বাৰু ?

কিন্তু পৃথিৱীয়ে আপোনাৰ কথা শুনিবনে ?—এইটোৱেই হল প্ৰশ্ন।

সেই ভয়াবহ সপ্তাহটোত মানুহবিলাকে বৰ কষ্টত দিন কটাবলগীয়া হৈছিল বুলি ইংলণ্ডত থকা বন্ধুবিলাকৰ চিঠিৰপৰা বুজিব পাৰি। গোটেই পৃথিৱীতে এনে অৱস্থা হৈছিল বুলি মই ভাবোঁ। যুদ্ধৰ চিন্তাই—নাৰকীয় কৌশলৰ আধুনিক ৰণসজ্জাৰ পৰিণামত হোৱা নিৰ্ম্মম হত্যা আৰু পাশবিকতাই মানুহক কেতিয়াও নভবা কথা চিন্তা কৰিবলৈ বাধ্য কৰিছে। 'যুদ্ধ বিৰতিৰ বাতৰি অহাৰ লগে লগে প্ৰতিজন মানুহৰ স্বস্তিৰ নিশ্বাস পেলোৱাৰ আৰু প্ৰতিজনে ঈশ্বৰৰ প্ৰতি অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰাৰ কথা মই জীৱনত কিজানি পাহৰিব নোৱাৰিম'—এইবুলি এজন ইংৰাজ বন্ধুৱে লিখিছে। অবৰ্ণনীয় দুখ-যাতনা আৰু আপোন প্ৰিয়জনক হেৰুৱাবলৈ ভয় কৰে কাৰণে মানুহে যুদ্ধ বেয়া পায়নেকি ? নে নিজৰ দেশৰ অপমান চাবলৈ ভয় কৰে কাৰণে মানুহে যুদ্ধ বেয়া পায় ? আন এটা জাতিক অপমানিত কৰি হলেও যুদ্ধ বিৰতি হ'ল কাৰণে আমি আনন্দিত হমনে ? আমাৰ সম্মান বিসৰ্জন দি যদি যুদ্ধ বিৰতি হ'লহেঁতেন আমি বেলেগ ধৰণে জানো নেভাবিলোহেঁতেন ? বাক্-বিতণ্ডা মীমাংসা কৰিবৰ কাৰণে

যুদ্ধ ভুল পন্থা বুলি আমি যুদ্ধক ঘিণ কৰো নে আমাৰ ভয়ৰ কাৰণে যুদ্ধক আমি ঘিণ কৰোঁ ? পৃথিৱীৰপৰা যদি যুদ্ধ নাইকিয়া হৈ যাব লাগে, এইবোৰ প্ৰশ্নৰ উত্তৰ শুদ্ধ হব লাগিব।

সংকট পাৰ হৈ গ'ল। কিন্তু আমি কি দেখিছোঁ ? আগতকৈ বেছিকৈ যুদ্ধ-সজ্জাৰ তুমুল প্ৰতিযোগিতা। যুদ্ধ হ'ব বুলি মুনিহ-তিৰোতা, ধন-ঐশ্বৰ্য আৰু প্ৰতিভা-দক্ষতা আদি সকলো সম্পদৰ সজোৰ বৃহত্তৰ সংগঠন আগতকৈ অধিক হৈ আহিব ধৰিছে। 'যুদ্ধ আৰু নহয়' বুলি মুক্তকণ্ঠে কোনেও ঘোষণা কৰা নাই। আজি যুদ্ধ বিৰতি হ'ল যদিও প্ৰবাদিত ডিমক্লেচৰ তৰোৱালখনৰ দৰে যুদ্ধৰ চিন্তা জানো মানুহৰ মনৰপৰা আঁতৰি গৈছে ?

তিৰোতাই বিশ্বশান্তিৰ হকে যিমানখিনি কাম কৰিব লাগিছিল সিমান কৰিব পৰা নাই। এই কাম কৰিবলৈ নাৰীৰ স্বাভাৱিক গুণ আৰু বিশেষ সুবিধা আছে। এই কথা উপলব্ধি কৰি এগৰাকী নাৰী হিচাপে মই বৰ দুখ পাইছোঁ। যেতিয়া যুদ্ধ হয় তিৰোতাৰ অন্তৰ দুখত কান্দি উঠে, তিৰোতাৰ আত্মা চিৰকাললৈ দহি-পমি যায়। এই কথাবোৰ ইমান বুজাব নোৱাৰি। আমি ইমান দিনে কিয় বাৰু আমাৰ কৰিবলগীয়া ভাল কামখিনি কৰিবলৈ ওলাই আহিব পৰা নাই। আমি কিয় বাৰু বিনা প্ৰতিবাদে ঘৃণনীয় আত্মাবিহীন পশুশক্তিৰ ওচৰত সৈমান হৈছোঁ ? ই আমাৰ আধ্যাত্মিক উৎকৰ্ষতাৰ দুখজনক অভিব্যক্তি। আমাৰ মহৎ কৰ্তব্যক বুজিবলৈ আমি অপাৰগ হৈছোঁ। তিৰোতাই অহিংসাৰ শক্তি আৰু মহিমাক হৃদয়েৰে উপলব্ধি কৰিলে পৃথিৱীৰ সৰ্বপ্ৰকাৰে মঙ্গল হ'ব বুলি মোৰ দৃঢ়বিশ্বাস।

আপুনি আমাক - ভাৰতৰ মহিলাসকলক—অনুপ্ৰেৰণা দি সংগঠন কৰি নলয় কিয় ? আপোনাৰ হাতৰ অস্ত্ৰস্বৰূপে আমাক প্ৰয়োগ কৰিবলৈ আপুনি মনোনিবেশ নকৰে কিয় ? এই উদ্দেশ্যৰ কাৰণেই আপুনি এটা সৰ্বভাৰত-ভ্ৰমণৰ কাৰ্যসূচী ল'ব লাগে বুলি মই প্ৰায়েই ভাবোঁ। আপুনি অতি সুন্দৰ সঁহাৰি পাব বুলি মই বিশ্বাস কৰোঁ।

কাৰণ ভাৰতীয় নাৰীৰ অন্তৰ দৃঢ়—পৃথিৱীৰ কোনো নাৰীৰেই কিজানি ভাৰতীয় নাৰীৰ দৰে ত্যাগ আৰু আত্মবিলীনতাৰ মহৎ ঐতিহ্য নাই। আপুনি আমাৰপৰা এই কামত কিবা সহায় পায়েই বা।

আমি আমাৰ ক্ষুদ্ৰ শক্তিৰে দুখ-যাতনাৰে জৰ্জৰিত পৃথিৱীত কিজানি শান্তিৰ পথ দেখুৱাবই পাৰোঁ। কোনে জানে?”

২২-১০-৩৮ এগৰাকী মহিলা—

এই চিঠিখন মই এতিয়া নিঃসংকোচে প্ৰকাশ কৰিলোঁ। তিৰোতাৰ অন্তৰ জগাই তুলিবৰ কাৰণে পত্ৰলিখিকাৰ মোৰ প্ৰতি থকা আস্থা দেখি মই মুগ্ধ হৈছোঁ। কিন্তু মোৰ শক্তিৰ পৰিধিক মই জানো। ভ্ৰমণ কৰা দিন মোৰ আৰু নাই যেন লাগে। লিখনিৰে মই যি কৰিব পাৰোঁ তাকেই মই কৰি থাকিব লাগিব। কিন্তু নীৰৱ প্ৰাৰ্থনাৰ মাহাত্ম্যৰ প্ৰতি মোৰ বিশ্বাস বাঢ়ি গৈছে। নীৰৱ প্ৰাৰ্থনা এটা সুকুমাৰ কলা—বোধকৰোঁ, সুউচ্চ কলা। ইয়াৰ কাৰণে অতি মাৰ্জিত অধ্যৱসায়ৰ আৱশ্যক। অহিংস নীতি সুউচ্চভাৱে আৰু উত্তমৰূপে প্ৰদৰ্শন কৰা তিৰোতাৰ বিশেষ ধৰ্ম বুলি মই বিশ্বাস কৰোঁ। পুৰুষ এজনে তিৰোতাৰ অন্তৰ কিয় জগাই তুলিব লাগে?—এই আবেদন মোৰ ওচৰলৈ মোক এজন পুৰুষ বুলি ভাবি অহা নাই; অহিংস নীতিৰ তথাকথিতভাৱে সৰ্বোত্তম প্ৰচাৰক বুলি আহিছে। যদিও ভাৰতীয় নাৰীৰ মাজত অহিংস নীতি প্ৰচাৰ কৰিবলৈ মোৰ কোনো স্পৃহা নাই, পত্ৰলিখিকাক মই নিশ্চয়তাৰে জনাওঁ যে তেখেতৰ আবেদনক সঁহাৰি জনাবলৈ মোৰ ইচ্ছা নোহোৱা নহয়। কংগ্ৰেছৰ পুৰুষসকলে অহিংসাত বিশ্বাস ৰাখি অহিংসাৰ কাৰ্যবিধি বিশ্বাসেৰে সম্পূৰ্ণভাৱে পালন কৰিলে তিৰোতাসকল আপোনা-আপুনি অহিংস মন্ত্ৰত দীক্ষিত হৈ উঠিব। তাৰে হয়তো কোনো এজনে মই ভবাতকৈও এখোজ আগবাঢ়ি যাব। কাৰণ তিৰোতাসকল অহিংস নীতিৰে কৰিব

পৰা সাহসিক কাৰ্য উদ্ধাৰন কৰি এই নীতিত শক্তিশালী ভূমিকা লবৰ কাৰণে পুৰুষতকৈ •বেছি উপযুক্ত। পাশবিক বলত পুৰুষ তিৰোতাতকৈ আৰু সাহ আৰু আত্মত্যাগত তিৰোতা পুৰুষতকৈ শ্ৰেয় বুলি মই বিশ্বাস কৰোঁ।

বাম্ন : ২৫-১০-৩৮
হৰিজন : ৫-১১-৩৮

## ( আঠ )

## নাৰীৰ ভূমিকা

আব্বটাবাদত অলপতে সৰ্বভাৰতীয় নাৰী সম্মিলনৰ কাৰ্যকৰী সমিতিখন বহিছিল। সীমামূৰীয়া প্ৰদেশ এখনত সম্মিলন পাতিবলৈ এইবাৰ তেওঁলোকে প্ৰথম সাহ কৰিছে। সমিতিৰ সভ্যসকলে ইয়াত অতি সুখজনক অভিজ্ঞতা লাভ কৰিছিল বুলি মই জানিব পাৰিছোঁ। তাত জাতিভেদ বা ধৰ্মভেদৰ ভাব দেখা নগৈছিল। মুছলমান, শিখ আৰু হিন্দু নাৰীসকলে মুকলিমূৰীয়াভাৱে সমিলমিল হৈ কামবোৰ কৰিছিল। কাৰ্যকৰী সভাই তলৰ তিনিটা প্ৰস্তাৱ গ্ৰহণ কৰে ঃ

(১) আব্বটাবাদত সম্মিলিত হোৱা সদৌ ভাৰত মহিলা সম্মিলনীৰ কাৰ্যকৰী সভাৰ সভ্যসকলে ইউৰোপ আৰু সুদূৰ প্ৰাচ্যত হোৱা যুদ্ধৰ কাৰণে গভীৰ দুখ আৰু হতাশাৰ ভাবক প্ৰস্তাৱাকাৰে প্ৰকাশ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। যি নাজী আৰু ফেচিষ্ট শক্তিৰ আধিপত্যৰ প্ৰতি ভাৰতবৰ্ষৰ সকলোৱে দ্বিধাহীন ভাব প্ৰকাশ কৰিছে সেই শক্তিৰ লোহ কবলত পৰি স্বাধীনতা হেৰুওৱা দেশসমূহলৈ এই সমিতিয়ে গভীৰ সহানুভূতি জনাইছে, বাক-বিতণ্ডা আৰু অভিযোগৰ মীমাংসাত যুদ্ধৰ ব্যৰ্থতা উপলব্ধি কৰি শান্তিৰ হকে কাম কৰিবৰ

কাৰণে তেওঁলোকৰ সকলো প্ৰচেষ্টা প্ৰয়োগ কৰিবলৈ পৃথিৱীৰ নাৰী-সমাজক এই সমিতিয়ে পুনৰ গোহাৰি জনাইছে।

(২) বিশ্ব ভ্ৰাতৃত্বৰ যোগেদি পৃথিৱীৰ চিৰস্থায়ী শান্তিৰ কাৰণে অহিংস নীতিয়েই একমাত্ৰ কাৰ্যকৰী পন্থা বুলি সমিতিয়ে তেওঁলোকৰ বিশ্বাস পুনৰ দৃঢ়বদ্ধ কৰে। এই আদৰ্শত উপনীত হবলৈ কিমান যে কঠিন তাক সমিতিয়ে উপলব্ধি কৰিছে, সেইকাৰণে সমিতিয়ে ভাৰতবৰ্ষৰ মহিলাসকলক তেওঁলোকৰ ব্যক্তিগত আৰু সমূহীয়া জীৱনত অহিংস নীতি প্ৰয়োগ আৰু চৰ্চা কৰিবলৈ গোহাৰি জনাইছে। কাৰণ সমিতিয়ে ভাবে যে এই ক্ষেত্ৰত ভাৰতীয় মহিলাই উত্তৰাধিকাৰ সূত্ৰে পোৱা সেৱা আৰু ত্যাগৰ ঐতিহ্যেৰে পৃথিৱীৰ নাৰীসমূহক নেতৃত্ব প্ৰদান কৰিব পাৰিব।

(৩) সকলো জাতিৰ স্বাধীনতা আৰু পৃথিৱীত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ কাৰণে বৃটেইন যুদ্ধত লিপ্ত হৈছে। এই উদ্দেশ্য সিদ্ধিৰ কাৰণে ভাৰতৰ স্বাধীনতাৰ স্বীকৃতিয়ে প্ৰথম আৰু যুক্তিসঙ্গত পদক্ষেপ হব বুলি সমিতিৰ সভ্যসকলে মত প্ৰকাশ কৰে।

আব্বটাবাদত সন্মিলিত হোৱা ভগিনীসকলে যুদ্ধৰ বিৰুদ্ধে কৰা যুদ্ধত পৃথিৱীৰ নাৰীসকলে নেতৃত্ব লব লাগে বুলি মোৰ দৃঢ়েই বিশ্বাস কৰে। এই কাম কৰিবলৈ নাৰীসকলৰ বিশেষ চৰিত্ৰগত গুণ আৰু সুবিধা আছে। সেই কাৰণে সমিতিয়ে অহিংসাৰ প্ৰতি তেওঁলোকৰ বিশ্বাসৰ কথা পুনৰ দোহাৰিছে। এই মহিলা সন্মিলনীৰ দ্বাৰা প্ৰভাৱান্বিত মহিলাসকলে এই বিশ্বাসৰ ভাগ লৈ এই উদ্দেশ্য সিদ্ধিৰ কাৰণে কাম কৰিব বুলি মই আশা কৰিছোঁ।

সেৱাগ্ৰাম : ২৭-৭-৪০

হৰিজন : ৪-৮-৪০

( ন )

## নাৰীৰ ভূমিকা কি ?

কিছুমান কথা বাদ দি এগৰাকী অতি উচ্চ শিক্ষিতা ভগিনীৰ চিঠিৰ পৰা তলৰ কথাখিনি মই উদ্ধৃত কৰি দিলোঁ ঃ

"অহিংসা আৰু সত্যাগ্ৰহৰ যোগেদি আপুনি পৃথিৱীক আত্মাৰ মৰ্যাদা দেখুৱাই দিছে। এই দুটা শব্দইহে কেৱল পুৰুষৰ নীচ প্ৰবৃত্তিক জয় কৰাৰ উপায় দিব পাৰিব।

হাতৰ কামৰ যোগেদি শিক্ষা—ই এটা কেৱল মহৎ ধাৰণাই নহয়, আমাৰ ল'ৰা-ছোৱালীক আত্মনিৰ্ভৰশীল কৰি তুলিবলৈ হলে এনেকুৱা শিক্ষাই হব শিক্ষাৰ একমাত্ৰ শুদ্ধ পন্থা। হাতৰ কামৰ যোগেদি শিক্ষাৰ কথা আপুনিয়েই কৈছে আৰু এই এষাৰি বাক্যেৰে আমাৰ বিৰাট শিক্ষা-সমস্যাৰ সমাধান কৰিছে। এই শিক্ষা-পদ্ধতিৰ সকলুৰা লাগতিয়াল কথাবোৰৰ দিহা অৱস্থাভেদে অভিজ্ঞতা অনুসৰি কৰি লব পৰা হব।

আমাৰ সমস্যাটো—মানে নাৰীৰ সমস্যাটো—সমাধান কৰিবলৈ মই আপোনাক অনুৰোধ কৰিছোঁ। ৰাজাজীয়ে তিৰোতাৰ সমস্যা নাই বুলি কৈছে, বোধকৰোঁ ৰাজনীতিৰ ক্ষেত্ৰত একো সমস্যা নাই। জীৱিকা-বৃত্তিৰ পিনৰপৰাও আইনৰ দ্বাৰা সকলো জীৱিকাবৃত্তিৰ দুৱাৰ মুনিহ-তিৰোতা উভয়ৰে কাৰণে মুকলি কৰি থব পাৰি। আমি যে তিৰোতা সেইকাৰণে পুৰুষতকৈ বেলেগ—এই সত্যৰ পৰিৱৰ্তন এইবোৰ কথাই নঘটায়। অহিংসা আৰু সত্যাগ্ৰহ নীতিৰ উপৰিও আমাৰ নীচ প্ৰবৃত্তিক জয় কৰিবৰ কাৰণে অতিৰিক্ত কিছুমান নীতি লাগে। পুৰুষৰ দৰে তিৰোতাৰ আত্মাইও শ্ৰেষ্ঠত্ব লভিবলৈ ইচ্ছা কৰে। কাম, ক্ৰোধ, লোভ আদি পুৰুষৰ আক্ৰমণাত্মক পাশবিক মনোবৃত্তি জয় কৰিবৰ

কাৰণে অহিংস আৰু ব্ৰহ্মচৰ্য ধৰ্মৰ আৱশ্যক, ঠিক তেনেকৈ আমাৰ তিৰোতাৰ সাধাৰণতে স্বভাৱজাত বুলি কোৱা পুৰুষতকৈ বেলেগ ধৰণৰ কিছুমান হীন প্ৰবৃত্তিক জয় কৰিবলৈ কিছুমান নীতিৰ আৱশ্যক। তিৰোতাৰ স্বাভাৱিক গুণ, তিৰোতাৰ লালন-পালনৰ ধৰণ, তিৰোতাৰ জীৱনৰ পৰিবেশ—এই সকলোবোৰ তিৰোতাৰ প্ৰতি বিৰূপ। তিৰোতাৰ কামত তিৰোতাৰ প্ৰকৃতি, তিৰোতাৰ লালন-পালনৰ ধৰণ আৰু তিৰোতাৰ পৰিবেশে প্ৰাধান্য লাভ কৰি বাধাস্বৰূপ হৈ পৰে আৰু এই সদায় শুনি থকা গতানুগতিক কথাষাৰ কবলৈ মানুহক লাই দিয়ে—তিৰোতা সদায় তিৰোতাই। নাৰীৰ প্ৰতি এই দৃষ্টি-ভঙ্গীটোৱে আমাক সদায় শিকলিৰ দৰে বান্ধি ৰাখিছে। এই কথাটোৰ যদি এটা শুদ্ধ সমাধান পালোঁহেতেন, আমাৰ উৎকৰ্ষ সাধনৰ এটা যদি শুদ্ধ পদ্ধতি থাকিলহেঁতেন, তেনেহ'লে সহানুভূতি, দয়া, মৰমৰ দৰে আমাৰ স্বভাৱজাত গুণবোৰ আমাৰ কামৰ প্ৰতিবন্ধক নহৈ আমাৰ কামৰ সহায়স্বৰূপ হ'লহেতেন। পুৰুষ আৰু শিশুসকলৰ ক্ষেত্ৰত আপুনি যি সমাধান দিছে তেনেদৰে এই উৎকৰ্ষ সাধন আমাৰ নিজৰ ভিতৰৰপৰা হব লাগিব।

মই তিৰোতাৰ প্ৰকৃতি, লালন-পালনৰ ধৰণ আৰু পৰিবেশৰ কথা কৈছোঁ। মোৰ কথাখিনি ভালকৈ বুজাই দিবৰ কাৰণে এটা উদাহৰণ দিওঁ।

ল'ৰা-ছোৱালীৰ মাতৃত্বৰ দায়িত্ব বহন কৰিবলৈকে তিৰোতাসকল স্বভাৱতে কোমল স্বভাৱৰ, মৰমিয়াল আৰু সহানুভূতিশীল। এই কথাবোৰে মহিলাক বহুদূৰ নজনাকৈয়ে প্ৰভাৱান্বিত কৰি থাকে। সেইকাৰণে কিবা এটা কৰিবলৈ হ'লে নাৰী অতি ভাবপ্ৰৱণ হৈ উঠে। পুৰুষৰ লগে লগে যাবলৈ হলে তিৰোতাই ভুল কাম কৰি পেলায়। কোমল অন্তৰৰ হ'ব নলগীয়া কথাটোত তিৰোতাৰ অন্তৰ কুমলি যায়। তিৰোতাৰ মন অলপতে উত্তেজিত হৈ উঠে আৰু অলপতে ঠৈহ বা ওফোন্দ পাতে আৰু সাধাৰণতে নিৰ্বোধ ধৰণে কামবোৰ কৰে।

আপোনাক দেখা কৰিবলৈ মই অতি ব্যগ্ৰ হৈ পৰিছিলোঁ। দেখা কৰিবলৈ অহাৰ আগদিনা ৰাতি মোৰ এই কথা ভাবিয়েই টোপনি অহা নাছিল। কিন্তু দেখা কৰিবলৈ আহি আপোনাক সমুখতে দেখি মোক বহিবলৈ কওঁতে মই দেশাইৰ পিছফালে বহিলোঁগৈ। মই আপোনাৰ কথা সুশুনিলোঁ, এজনৰ পিঠিৰ পিছফালে বহিলোঁ কাৰণে মই আপোনাক নেদেখিলোঁ। ইমান মূৰ্খৰ দৰে কাম কৰিলোঁ। মই মোৰ কথা কব নোৱাৰিলোঁ। এটা কথাও মুখৰপৰা নোলাল। মোৰ ভাবপ্ৰৱণতাৰ কাৰণেই এনেকুৱা হল বুলি মই ভাবোঁ। এই ভাব-প্ৰৱণতাক মই নিয়ন্ত্ৰণ কৰিব নোৱাৰোঁ। সু-প্ৰশিক্ষণে হয়তো মোৰ এই দোষ আঁতৰাব পাৰিলেহেঁতেন, কিন্তু মই আগলৈ এনেকুৱা নিৰ্বোধ ধৰণৰ কাম আকৌ কৰিম চাগৈ।

তিৰোতাৰ ভূমিকাৰ বিষয়ে জাতীয় পৰিকল্পনা সমিতিৰ উপ-সমিতিয়ে পঠিওৱা প্ৰশ্নাৱলীৰ উত্তৰ মোৰ বন্ধু এগৰাকীয়ে দিছিল। উত্তৰবোৰ মোক দেখুৱাইছিল। আপুনি জানেই চাগৈ যে প্ৰশ্নও বৰ বেছি নাছিল। প্ৰশ্নবোৰ আছিল এনেকুৱা ধৰণৰ—আপোনালোকৰ ঠাইখনত তিৰোতাই কিমান সম্পত্তি ৰাখিব পাৰে বা পাব পাৰে? উত্তৰাধিকাৰ-স্বত্ব কিমানদূৰ আছে আৰু তিৰোতাই নিজে সম্পত্তি বেচা-কিনা কৰিব পাৰেনে নোৱাৰে? তিৰোতাৰ যথাৰ্থ শিক্ষাৰ কাৰণে আৰু বিভিন্ন ধৰণৰ তিৰোতাই কৰিব পৰা কামত নিয়োগ হবৰ কাৰণে প্ৰশিক্ষণৰ কি কি সুবিধা আছে? বন্ধুগৰাকীয়ে প্ৰশ্নৰ উত্তৰ দিয়া নাই, কিন্তু লেখিছে যে 'পুৰণি কালত তিৰোতাই শিক্ষা পোৱা নাছিল বুলিলে সত্যৰ অপলাপ হব। বৈদিক যুগত বিয়া হলে তিৰোতাই ঘৰত এটা সন্মানিত স্থান লাভ কৰিছিল আৰু স্বামীৰ গৃহত তিৰোতা গৃহলক্ষ্মী ৰূপে আছিল' ইত্যাদি। তেওঁ মনুৰ কথাও উল্লেখ কৰিছিল। প্ৰশ্নাৱলীত বৰ্তমানৰ কথা সুধিছে যেতিয়া পুৰণি কালৰ আঁচাৰ-নীতিৰ কথা লিখাৰ প্ৰয়োজন কি বুলি মই তেওঁক সুধিলোঁ। তেওঁ ৰচনাৰ আকাৰে উত্তৰ দিয়া ভাল বুলি মুখৰ ভিতৰতে কিবাকিবি

ক'লে আৰু তৎক্ষণাৎ প্ৰফুল্লিত হৈ ক'লে যে শ্ৰীমতী অমুকীৰ উত্তৰটো তেওঁতকৈও বেয়া হৈছে। তিৰোতা বুলিয়েই যথোচিত সু-প্ৰশিক্ষণৰ-পৰা বঞ্চিত হোৱা কাৰণে মোৰ বন্ধুজনে এই ভুল কৰিছে। প্ৰশ্ন এটা সুধিলে উত্তৰত অইন এটা বিষয় লৈ ৰচনা এখন লিখি দিব নেলাগে বুলি কেৰাণী এজনেও আনকি জানে।

মোৰ কথা বুজাবৰ কাৰণে আৰু উদাহৰণ দি থাকিব নেলাগিব চাগৈ। বিভিন্ন ধৰণৰ তিৰোতাৰ বিষয়ে আপোনাৰ প্ৰগাঢ় অভিজ্ঞতাৰে তিৰোতাৰ ভুল শুধৰাবৰ কাৰণে প্ৰকৃত মূল নীতিৰ অভাৱ বোলা মোৰ কথাষাৰ ঠিক হয়নে নহয় আপুনি জানিব পাৰিব।

আপুনি মোক 'হৰিজন' পঢ়িবলৈ উপদেশ দিছে। মই অতি আগ্ৰহেৰে সৈতে 'হৰিজন' পঢ়োঁ। কিন্তু অন্তৰাত্মাৰ কাৰণে ভাল উপদেশ মই এতিয়ালৈকে একো পোৱা নাই। সূতাকটা আৰু জাতীয় মুক্তিৰ কাৰণে সংগ্ৰাম কৰা প্ৰশিক্ষণৰে অঙ্গবিশেষ। এইবোৰ কথাত সমস্যাৰ সমাধান পোৱা নেযায়। মই সূতাকটা আৰু কংগ্ৰেছৰ আদৰ্শেৰে কাম কৰা তিৰোতা কিছুমানো দেখিছোঁ, তথাপি তেওঁলোকে কিছুমান ভুল কাম কৰে। তিৰোতা কাৰণেই তেওঁলোকে এই ভুলবোৰ কৰে বুলি মানুহে কয়।

তিৰোতা পুৰুষৰ দৰে হব লাগে বুলি মই নেভাবোঁ। নীচ প্ৰবৃত্তি জয় কৰিবৰ কাৰণে আপুনি পুৰুষক অহিংস নীতি শিকাইছে—আমাৰ নিবোধ গুণ আঁতৰ কৰিবলৈ আমাকো এটা উপায় শিকাওক। আপুনি অনুগ্ৰহকৈ আমাৰ গুণবোৰৰ সদ্ব্যৱহাৰৰ উপায় এটা দিয়ক। আমাৰ দুৰ্বলতাবোৰক কেনেকৈ গুণত পৰিৱৰ্তন কৰিব পাৰোঁ তাকো কওক।

এই নাৰী শব্দটো সদায় মোৰ মনত লাগি থাকে। মই কাৰোবাক ঠাট্টা কৰি 'নাৰীহে' বুলি কোৱা শুনিলে মোৰ অন্তৰাত্মা দুখতে জঁয় পৰি যায়। এজন পুৰুষৰ আগত এইবোৰ কথা কওঁতে তেখেতে হাঁহিবলৈ ধৰিলে আৰু ক'লে, 'তুমি আমাৰ বন্ধুজনৰ ঘৰত এটা অকণ-মানি ল'ৰা দেখিছিলানে? সি ৰেলগাড়ী হৈ খেলি আছিল। ৰেল হৈ

:খলি থাকোতে সি এটা খুটাত খুন্দা খালে, খুটাটোৰ কাষেৰে ঘূৰি নগৈ কান্ধেৰে খুটাটো আঁতৰাবলৈ চেষ্টা কৰিছিল—তাৰ শিশু-সুলভ মনেৰে খুটাটো তেনেকৈয়ে আঁতৰাব পাৰিব বুলি ভাবিছিল। তোমাৰ কথা শুনি মোৰ তালৈ মনত পৰিছে। তোমাৰ কথাবোৰ মনস্তাত্বিক কথা—এই কথা বুজিবলৈ আৰু সমাধান কৰিবলৈ তোমাৰ প্ৰচেষ্টা দেখি মোৰ হাঁহি উঠিছে'।"

সত্যাগ্ৰহ নীতিৰ উদ্ভাৱনৰ লগে লগে নাৰীৰ উদ্দেশ্যে কৰা মোৰ কামৰ আৰম্ভ হৈছে কাৰণে মই নিজেই বৰ সুখ পাইছো। কিন্তু এই চিঠিৰ লিখিকা গৰাকীয়ে তিৰোতাৰ নীতি পুৰুষৰ দৰে নহৈ বেলেগ ধৰণৰ হ'ব লাগে বুলি ভাবে। যদি সেয়ে হয় তেন্তে কোনো পুৰুষেই ইয়াৰ এটা শুদ্ধ সমাধান বিচাৰি নেপাব। যিমানেই চেষ্টা নকৰক লাগে পুৰুষে হাৰ মানিব, কাৰণ প্ৰকৃতিয়ে পুৰুষক তিৰোতাতকৈ বেলেগ কৰি সৃষ্টি কৰিছে। 'সুইতেহে গম পায় বঠাৰ কোব'। সেইকাৰণে তিৰোতাসকলেহে তেওঁলোকক কি লাগে সেই বিষয়ে দৃঢ়তাৰে সিদ্ধান্ত লব লাগিব। মূলতে পুৰুষ আৰু তিৰোতা একে কাৰণে তেওঁলোকৰ সমস্যাও আচলতে একেই হব লাগে বুলি মই ভাবোঁ। উভয়ৰে আত্মা একে—দুয়োজনে একে জীৱন যাপন কৰে—দুয়োজনৰে ভাব-অনুভূতিও একে। এজনে আনজনৰ পৰিপূৰক। এজনে আনজনৰ সক্ৰিয় সহায় নেপালে জীয়াই থাকিব নোৱাৰে।

কিবা কাৰণত অতীত যুগৰেপৰা পুৰুষে তিৰোতাৰ ওপৰত আধিপত্য বিস্তাৰ কৰি আহিছে। সেইকাৰণে তিৰোতাসকলৰ এটা নীচাত্মিকা মনোভাব হৈছে। তিৰোতা পুৰুষতকৈ হেয় বোলা পুৰুষৰ স্বাৰ্থজড়িত শিক্ষাক তিৰোতাই বিশ্বাস কৰি লৈছে। কিন্তু সন্ত মহাপুৰুষসকলে তিৰোতাৰ পুৰুষৰে সৈতে সমান মৰ্যাদা স্বীকাৰ কৰিছে।

কিন্তু এটা কথাত তিৰোতা আৰু পুৰুষ ভিন্ন হৈ পৰে। দুয়োজন মূলতঃ একে, কিন্তু এইটো সত্য যে পুৰুষ আৰু তিৰোতাৰ আকাৰৰ যথেষ্ট ভিন্নতা আছে। সেই কাৰণে দুয়োজনৰে কাৰ্যাৱলী নিশ্চয়

বেলেগ বেলেগ হ'ব। বেছি ভাগ তিৰোতাই মাতৃত্বৰ কৰ্তব্য পালন কৰিব আৰু এই কৰ্তব্য পালনৰ কাৰণে কিছুমান গুণৰ আৱশ্যক। এই গুণ পুৰুষৰ নেথাকিলেও হয়। তিৰোতা নিষ্ক্ৰিয়, পুৰুষ সক্ৰিয়। তিৰোতা প্ৰধানকৈ ঘৰৰ গৃহিণী, ঘৰৰ কৰ্ত্ৰী। পুৰুষ অন্ন সংগ্ৰহকাৰী আৰু তিৰোতা অন্ন ৰক্ষণকাৰী আৰু অন্নদাত্ৰী। ঘৰৰ সকলো বস্তু তিৰোতাই ৰক্ষণাবেক্ষণ কৰে। বংশৰ ল'ৰা-ছোৱালীক ডাঙৰ দীঘল কৰা তিৰোতাৰ বিশেষ আৰু একমাত্ৰ প্ৰধান কাম। তিৰোতাৰ যত্ন বিনে বংশ নিঃশেষ হৈ যাব।

চৰু, আখল এৰি আখলক ৰক্ষা কৰিবৰ কাৰণে বন্দুক হাতত লবলৈ তিৰোতাক প্ৰৰোচিত কৰা বা আহ্বান কৰা কথাটো স্ত্ৰী-পুৰুষ দুয়োৰে কাৰণে বৰ লাজৰ কথা। এনে কৰিলে আমাৰ বৰ্বৰতালৈ উভতি যোৱাৰ দৰে হ'ব আৰু এনে কাম হ'ব ধ্বংসৰ আগজাননী স্বৰূপ। পুৰুষৰ দৰে ঘোঁৰাত উঠিবলৈ চেষ্টা কৰি তিৰোতাই নিজৰ লগে লগে পুৰুষকো তললৈ লৈ যায়। নিজৰ সঙ্গিনীক নিজৰ প্ৰধান কৰ্তব্য এৰিবলৈ প্ৰৰোচনা কৰা বা বাধ্য কৰা কাৰণে পুৰুষেই পাপৰ ভাগী হ'ব লাগিব। ঘৰখন বাহিৰা আক্ৰমণৰপৰা প্ৰতিৰক্ষা কৰাৰ নিচিনাকৈ ঘৰখন নিয়াৰিকৈ চলোৱা এটা সাহসিকতামূলক কাম।

মোৰ অকণমানি সেৱাগ্ৰামখনত সদায় দেখি থকাৰ দৰে লাখ লাখ খেতিয়কে প্ৰাকৃতিক আবেষ্টনীৰ মাজত পথাৰত কাম কৰি থকা দেখিলে নাৰী-পুৰুষৰ স্বাভাৱিকতে হোৱা শ্ৰম বা কাৰ্যৰ বিভাগৰ কথা আপোনা-আপুনি চকুত পৰে। তিৰোতা কমাৰ বা তিৰোতা কাঠমিস্ত্ৰী দেখিবলৈ পোৱা নেযায়। কিন্তু পুৰুষ আৰু তিৰোতাই পথাৰত কাম কৰে—টান কামবোৰ পুৰুষসকলে কৰে, তিৰোতাই ঘৰ চলায়। পৰিয়ালৰ তাকৰীয়া সম্পদত তিৰোতাই অলপ অৰিহণা যোগায়, কিন্তু পুৰুষে প্ৰধানতঃ অন্ন সংগ্ৰহকাৰী ৰূপে থাকে।

কাৰ্যৰ গণ্ডীৰ বিভাগ উপলব্ধি কৰিলে স্ত্ৰী, পুৰুষ উভয়ৰে কাৰণে প্ৰয়োজনীয় সাধাৰণ গুণাৱলী আৰু কৃষ্টি প্ৰায় একে ধৰণেই হয়।

এই ডাঙৰ সমস্যাটোৰ কাৰণে মই জীৱনৰ প্ৰতি খোজতে ব্যক্তিগত আৰু জাতিগত হিচাপে সত্য আৰু অহিংস নীতি গ্ৰহণ কৰিবলৈ কৈছোঁ। মই এই কামত নাৰীয়ে অবিসম্বাদী নেত্ৰী হ'ব বুলি আশা পোষণ কৰিছোঁ। মানৱ জাতিৰ ক্ৰমবিকাশত তিৰোতাই নিজৰ স্থান পাই নিজৰ নীচাত্মিকা-বোধ পৰিহাৰ কৰিব। এই কাম তিৰোতাই সফলতাৰে সমাপন কৰিব পাৰিলে তেওঁলোকে দৃঢ়তাৰে আধুনিক শিক্ষাক বিশ্বাস কৰিবলৈ অস্বীকাৰ কৰিব পাৰিব। এই শিক্ষাই কয় যে যৌনাবেগৰ দ্বাৰা সকলো কথাৰ নিৰ্ণয় আৰু নিয়ন্ত্ৰণ কৰা হয়। মই এই কথাখিনি বৰ উখৰাকৈ কৈছোঁ যেন লাগিছে। মোৰ মনোভাব মই স্পষ্টকৈ বুজাব পাৰিছোঁ চাগৈ। যুদ্ধত সক্ৰিয় অংশ গ্ৰহণ কৰা লাখ লাখ মানুহে যৌনাবেগৰ দ্বাৰা আক্ৰান্ত হৈছে বুলি মই নেভাবোঁ। পথাৰত কাম কৰি থকা খেতিয়কসকলেও যৌন প্ৰবৃত্তিৰ বিষয়ে চিন্তা কৰি নেথাকে আৰু এই প্ৰবৃত্তিয়ে তেওঁলোকৰ জীৱনত আধিপত্য বিস্তাৰ নকৰে। কিন্তু নৰ-নাৰীৰ ভিতৰৰ স্বাভাৱিক প্ৰবৃত্তিৰপৰা তেওঁলোক মুক্ত বুলি মই কব খোজা নাই। আধুনিক যৌন-সাহিত্য লৈ যিসকলৰ জীৱন মত্ত হৈ আছে তেওঁলোকৰ দৰে এইসকল মানুহৰ জীৱনত যৌনাবেগে নিশ্চয়কৈ বেছি আধিপত্য লাভ কৰা নাই। জীৱনৰ কঠোৰ বাস্তৱৰ নিষ্ঠুৰ সত্যৰ সমুখীন হলে পুৰুষ, তিৰোতা কাৰোৰেই এইবোৰ কথা চিন্তা কৰিবলৈ সময় নেথাকে।

তিৰোতা অহিংসাৰ প্ৰতিমূৰ্তি বুলি এই স্তম্ভতে মই আগতে কৈ আহিছোঁ। অহিংসাৰ অৰ্থ হ'ল অপৰিসীম প্ৰেম—এই প্ৰেমৰ আকৌ অৰ্থ হ'ল অসীম ত্যাগৰ ক্ষমতা।

পুৰুষসকলৰেই মাতৃ তিৰোতাসকলৰ বাহিৰে কাৰ বাৰু এই ক্ষমতা বেছিকৈ থাকিব পাৰে? ন-মাহ শিশুক গৰ্ভধাৰণ কৰা কষ্টত আনন্দ লভি তিৰোতাই এই ক্ষমতা প্ৰদৰ্শন কৰে। প্ৰসৱ যন্ত্ৰণাতকৈ কি যন্ত্ৰণা বাৰু বেছি হ'ব পাৰিব? কিন্তু সৃষ্টিৰ আনন্দত তিৰোতাই এই সকলো যন্ত্ৰণা পাহৰি যায়। শিশুৰ শ্ৰীবৃদ্ধিৰ কাৰণে কোনে বাৰু প্ৰতিদিনে দুখ-কষ্ট ভোগ কৰিবলগীয়া হয়? তিৰোতাৰ এই

প্ৰেম মানৱ জাতিলৈ ৰূপান্তৰিত হওক—তিৰোতা পুৰুষৰ কামনাৰ বস্তু বুলি বা কেতিয়াবা কামনাৰ বস্তু আছিল বুলিও যেন তিৰোতাই পাহৰি যায়। পুৰুষৰ কাষত মাতৃ, সৃষ্টিকাৰিণী আৰু নীৰৱ নেত্ৰী-ৰূপে সগৰ্বৰ স্থান তিৰোতাই অধিকাৰ কৰি লব। শান্তি-অমৃত পিপাসী যুযুৎসু পৃথিৱীক শান্তিৰ বাণী তিৰোতাই শিকাব পাৰিব। তিৰোতা সত্যাগ্ৰহৰ নেত্ৰী হব পাৰিব। এই নেতৃত্বৰ কাৰণে পুথিগত বিদ্যাৰ আৱশ্যক নাই। ইয়াৰ কাৰণে লাগে মাথো ত্যাগ আৰু বিশ্বাসৰ এটা সাহসী দৃঢ় মন।

কেবা বছৰৰ আগতে মই চেচুন হস্পিতালত বেমাৰত শয্যাগত হৈ থাকোতে এগৰাকী তিৰোতাই তেওঁৰ গৰ্ভৰ সন্তানৰ জীৱন বিপন্ন হব পাৰে বুলি ক্লৰ'ফৰ্ম লবলৈ অমান্তি হৈছিল বুলি মোৰ সেৱাত থকা ধাত্ৰীগৰাকীয়ে মোক কৈছিল। তিৰোতাগৰাকীয়ে অতি বেদনাজনক অস্ত্ৰোপচাৰ সহ্য কৰিবলগীয়া হৈছিল। সন্তানৰ প্ৰতি থকা প্ৰেম আছিল তিৰোতাগৰাকীৰ একমাত্ৰ ব্যথা উপশমকাৰী মহৌষধ। এই শিশুক বচাবৰ কাৰণে একো দুখ-কষ্টই যেন তিৰোতাগৰাকীৰ কাৰণে বেছি নহয়। নাৰী সমাজত এনেকুৱা বীৰাঙ্গনা অলেখ আছে। তিৰোতাই নিজক হীন বুলি ভাবিব নেলাগে আৰু 'পুৰুষ জনম কিয় নেপালোঁ' বুলি দুখ কৰিব নেলাগে। সেই বীৰাঙ্গনাগৰাকীৰ কথা মনত পৰিলে তিৰোতাৰ মৰ্যাদাৰ প্ৰতি মোৰ ঈৰ্ষা হয়। এই মৰ্যাদা তিৰোতাই যদি উপলব্ধি কৰিলেহেঁতেন! তিৰোতাই 'পুৰুষ নহলোঁ' বুলি দুখ কৰাৰ দৰে পুৰুষবো 'তিৰোতা-জনম কিয় নেপালোঁ' বুলি দুখ কৰিবৰ যথেষ্ট কাৰণ আছে। কিন্তু ইচ্ছা কৰিলে লাভ নাই। আমি যি ৰূপতে জন্মগ্ৰহণ কৰিছোঁ তাতেই সন্তুষ্টচিত্তে সুখী হৈ থকা উচিত আৰু প্ৰকৃতিয়ে আমাক যি কৰ্তব্য পালন কৰিবলৈ পঠিয়াইছে সেই কৰ্তব্যকে পালন কৰা উচিত।

সেৱাগ্ৰাম : ১২-২-৪০
হৰিজন : ২৪-২-৪০

## ( দহ )

# তিৰোতা আৰু তেওঁলোকৰ কাম

প্ৰশ্ন ঃ আপুনি কৈছে, "চৰু-আখল এৰি আখলক ৰক্ষা কৰিবৰ কাৰণে বন্দুক হাতত লবলৈ তিৰোতাক প্ৰৰোচিত কৰা বা. আহ্বান কৰা কথাটো স্ত্ৰী-পুৰুষ দুয়োৰে কাৰণে বৰ লাজৰ কথা। এনে কৰিলে বৰ্বৰতালৈ উভতি যোৱাৰ দৰে হব আৰু এনে কাম হব ধ্বংসৰ আগজাননীস্বৰূপ।" কিন্তু পথাৰ আৰু কল-কাৰখানা আদিত কাম কৰা লাখ লাখ তিৰোতাৰ ক্ষেত্ৰত কি হব পিছে? তেওঁলোকে আখল এৰিবলৈ বাধ্য হৈ 'অন্নসংগ্ৰহকাৰী' হৈছে। আপুনি শিল্প-উদ্যোগ বিনাশ কৰি প্ৰস্তৰ যুগলৈ উভতি যাব খুজিছেনেকি? এনেকুৱা কৰিলে আকৌ বৰ্বৰতালৈ উভতি যোৱা আৰু ধ্বংসৰ আগজাননী নহবনে? তিৰোতাক কাম কৰিবলৈ বাধ্য কৰা পাপ—এই পাপ নথকা আপোনাৰ কল্পনাৰ নতুন সমাজখন কেনেকুৱা ধৰণৰ হ'ব?

উত্তৰ ঃ লাখ লাখ তিৰোতাক ঘৰবাৰী, চৰু-আখল এৰি ভাতমুঠিৰ কাৰণে বাহিৰত কাম কৰিবলৈ বাধ্য কৰালে ভুল হ'ব; কিন্তু বন্দুক ল'বলৈ দিয়াৰ দৰে ভুল কথা নহয়। শ্ৰম কৰাত একো বৰ্বৰতা থাকিব নোৱাৰে। ঘৰখন চলাই-মেলি তিৰোতাই পথাৰত কাম কৰিবলৈ আহিলে মই একো বৰ্বৰতা নেদেখোঁ। মোৰ কল্পনাৰ নতুন সমাজখনত নিজৰ শ্ৰমৰ যথাৰ্থ ফল পাবৰ কাৰণে সকলোৱে সামৰ্থ্য অনুসৰি কাম কৰিব। এই নতুন সমাজখনত তিৰোতা হ'ব বাহিৰত আংশিকভাৱে সহায়কাৰী কৰ্মী। অৱশ্যে তেওঁলোকৰ প্ৰধান কাম ঘৰ-গৃহস্থালি ৰক্ষণাবেক্ষণ কৰা। নতুন সমাজখনত বন্দুক এটা চিৰস্থায়ী বস্তু হব বুলি মই নেভাবোঁ আৰু পুৰুষে বন্দুকৰ ব্যৱহাৰ কৰিলে ক্ৰমে বাধা দিয়া হ'ব। বন্দুক যিমান দিনলৈ থাকে আৱশ্যকীয় বেয়া বস্তু বুলি, [illegible]।

সহ্য কৰা হব। কিন্তু মই নিজে স্ব-ইচ্ছাৰে তিৰোতাক বন্দুক হাতত লৈ কলুষিত হ'বলৈ নিদিওঁ।

সেৱাগ্ৰাম : ১২-৩-৪০
হৰিজন : ১৬-৩-৪০

( এঘাৰ )

## নাৰীৰ অশুদ্ধ বন্দনা

গান্ধীজীয়ে বিষয়-বাছনি সভাত তেখেতে কোৱা এটা বিষয়লৈ ইয়াৰ পিচত আলোচনা কৰিছিল; কিন্তু প্ৰকৃত পৰিবেশৰ অভাৱ দেখি এই বিষয়টোৰ ওপৰত প্ৰস্তাৱ গ্ৰহণ কৰিব পৰা নহ'ল। তিৰোতাৰ আন্দোলনৰ দায়িত্বত থকা জ্যোতিসংঘ নামৰ এটা অনুষ্ঠানৰ মহিলা কেইগৰাকীমানে এই বিষয়ে গান্ধীজীলৈ এখন চিঠি লিখিছিল। গান্ধীজীয়ে সেইকাৰণে এইবিষয়ে কবলগীয়া হৈছিল। চিঠিখনৰ লগতে বৰ্তমান সাহিত্যত তিৰোতাৰ চিত্ৰৰূপ দিয়াৰ গতিক গৰিহণা দি লোৱা এটা প্ৰস্তাৱো সন্নিবিষ্ট আছিল। এওঁলোকৰ এই অভিযোগত সবল যুক্তি আছে বুলি গান্ধীজীয়ে ভাবে। তেখেতে আৰু কয় যে জ্যোতিসংঘৰ নাৰীসকলৰ অভিযোগৰ ভুল কথাখিনি হৈছে এই :

"বৰ্তমানৰ লিখকসকলে নাৰীৰ এখন একেবাৰে মিছা প্ৰতিচ্ছবি দাঙি ধৰে। তেওঁলোকে আপোনালোকৰ নাৰীসকলৰ চৰিত্ৰ অঙ্কনৰ অসুস্থ ভাবপ্ৰৱণতাত আৰু নাৰীৰ দৈহিক অবয়বৰ অসভ্য বৰ্ণণাত বিক্ষুব্ধ হৈছে। নাৰীৰ সকলো সৌন্দৰ্য আৰু শক্তি তেওঁলোকৰ দেহাৰ গঠন আৰু পুৰুষৰ কামুক দৃষ্টিক আনন্দ যোগোৱাৰ ওপৰতে নিৰ্ভৰ কৰেনে? নিজৰ স্বামীক একমাত্ৰ ঈশ্বৰ বুলি ভবা গৃহস্থালিৰ কামকাজ কৰা নম্ৰ বশ্যতাপৰায়ণা বুলি নাৰীক সদায় কিয় বাৰু বৰ্ণনা কৰিব

লাগিছে। তেওঁলোক প্ৰকৃততে যেনেকুৱা সেই ধৰণে তেওঁলোকক কিয় বৰ্ণনা কৰা নহয়?· 'আমি সৰগৰ অপ্সৰা নহয়, খেলাৰ পুতলাও নহয়, আৰু অনুভূতি আৰু ৰিপুসমূহৰ জীৱন্ত আঁকৰো নহয়—আমি পুৰুষসকলৰ দৰেই মানুহ, মুক্তিৰ কাৰণে আমিও হাবিয়াস কৰোঁ।' এইবুলি তেওঁলোকে কৈছে। মই তিৰোতাসকলক বুজোঁ; তেওঁলোকৰ অন্তৰৰ কথাও ভালদৰে বুজি পাওঁ। পুৰুষসকলে কাৰাগাৰ বৰণ কৰিবলগীয়া হোৱাত মই এবাৰ বহুতো মহিলাৰ দ্বাৰা পৰিবেষ্টিত হবলগীয়াত পৰিছিলোঁ, প্ৰায় ষাঠিগৰাকীমান তিৰোতা আছিল। এই তিৰোতা আৰু ছোৱালীবিলাকৰ মই ভ্ৰাতৃ আৰু পিতৃ হৈ পৰিছিলোঁ। মোৰ লগত থাকি তেওঁলোকৰ শক্তি আৰু মনোবল বাঢ়িছিল আৰু শেহত তেওঁলোকে কাৰাগাৰ বৰণ কৰিবলৈও আগবাঢ়ি আহিছিল।

"নাৰীক দেৱীৰূপে কল্পনা কৰা অতিৰঞ্জিত বৰ্ণনাৰে আমাৰ সাহিত্য পৰিপূৰ্ণ হৈ আছে বুলি মোক কৈছে। তিৰোতাৰ এই বৰ্ণনা একেবাৰে ভুল বন্দনা। মই আপোনালোকৰ আগত একেবাৰে সৰু এটা উদাহৰণ দিওঁ। তিৰোতাৰ বিষয়ে লিখিবলৈ ললে তিৰোতাক আপোনালোকে কি দৃষ্টিৰে চায়? লিখিবলৈ কলম লোৱাৰ আগতে আপোনালোকে তিৰোতাক মাতৃৰূপে কল্পনা কৰিব লাগে। মই নিশ্চিতভাৱে কওঁ যে আকাশৰপৰা সুন্দৰ বৰষুণে যেনেকৈ তলৰ তৃষিত পৃথিৱীক ধুৱাই দিয়ে ঠিক তেনেকৈ আপোনালোকৰ কাপৰপৰা সুন্দৰ সাহিত্য নিগৰি ওলাব। আপোনাৰ ভাৰ্যা হোৱাৰ আগতে তিৰোতা-গৰাকী আপোনাৰ মাতৃ আছিল। তেওঁলোকৰ আধ্যাত্মিক তৃষ্ণাক পূৰ্ণ কৰাৰ পৰিৱৰ্তে কিছুমান লিখকে তেওঁলোকৰ ইন্দ্ৰিয়-আবেগক উত্তেজিত কৰে আৰু বেচেৰী অজ্ঞান তিৰোতাই গল্পৰ বৰ্ণনাৰ সমকক্ষ হ'বলৈ সময় অপব্যয় কৰে। তিৰোতাৰ দৈহিক অবয়বৰ পুঙ্খানুপুঙ্খভাৱে কৰা বৰ্ণনা সাহিত্যৰ অতি আৱশ্যকীয় অঙ্গনেকি বাৰু? উপনিষদ, কোৰাণ আৰু বাইবেলত এনেকুৱা ধৰণৰ কথা আপোনালোকে পায়নে? ইংৰাজী সাহিত্যত বাইবেল নেথাকিলে শূন্যতাৰ সৃষ্টি হ'ব বুলি আপোনালোকে

জানেনে ? ইংৰাজী সাহিত্য বুলিলে তিনিভাগ বাইবেল আৰু এভাগ শেক্স্‌পীয়েৰ। কোৰাণ অবিহুনে আৰবী ভাষাক পাহৰি যোৱা হব ! তুলসীদাসক বাদ দি হিন্দী সাহিত্যৰ কথা ভাবকচোন। বৰ্তমান সাহিত্যত থকা নাৰীৰ বৰ্ণনা এই সাহিত্যসমূহত পোৱা যায়নে বাৰু ?”

হৰিজন : ২১-১১-৩৬

( বাৰ )

## বিবাহৰ যোগ্য বয়স

শ্ৰীযুতা ডৰথি জিনাৰাজাদাসে বিধান সভাত এখন ঘোষণা-পত্ৰ দাঙি ধৰিছে- এই ঘোষণা-পত্ৰই ছোৱালীৰ বিবাহৰ যোগ্য বয়স ১৪ বছৰলৈ বঢ়াই দিব খুজিছে। তেখেতে অনুগ্ৰহকৈ ঘোষণা-পত্ৰৰ নকল এখন মোলৈ পঠিয়াই দিছে ; তাকে মই হুবহু তুলি দিলোঁ :

“অহাবাৰৰ বিধান সভাৰ অধিবেশনত শিশু-প্ৰতিৰক্ষা আইনখনৰ বিষয়ে আলোচনা হ’ব। এই আইনখনত সমৰ্থন পাবলৈ আপোনাৰ প্ৰভাৱ বিস্তাৰ কৰিবৰ কাৰণে অনুৰোধ কৰি এই চিঠিখন লিখিছোঁ। ভাৰতবৰ্ষই বিশ্বৰ জাতিসমূহৰ মাজত সন্মানিত স্থান লৈ মহান জাতি হ’ব খুজিলে শিশু-মাতৃত্বৰ কলঙ্ক ভাৰতবৰ্ষৰপৰা নাইকিয়া হৈ যাব লাগিব।

“যোৱাবাৰ এইখন বিলে দেশত আৰু বিধান সভাত যথেষ্ট সমৰ্থন পাইছিল। জন-মত এই বিলখনৰ সপক্ষে থাকিলে অহা অধিবেশনত এই বিলখন গৃহীত হ’বলৈ একো অসুবিধা নহব বুলি মই ভাবোঁ। গোটেই দেশতে বিশেষকৈ মহিলাসকলৰ এই বিলক সমৰ্থন কৰি অসংখ্য সভা হৈছে বুলি মই জানিব পাৰিছোঁ। সৰু সৰু ছোৱালী-বিলাকৰ বিবাহযোগ্য বয়স কমেও ১৪ বছৰ হব লাগে বুলি বেছি ভাগ তিৰোতাই ভবামতে এই বিলখন হৈছে বুলি মই নিশ্চিতকৈ ক’ব পাৰোঁ।

"এই বিলখন সমৰ্থন কৰি আপোনাৰ শক্তিশালী অভিমত প্ৰকাশ কৰিলে বিলখন গৃহীত হোৱাত যথেষ্ট সহায় হ'ব বুলি মই ভাবোঁ। পুৰুষ, মহিলা সকলোৱে এই বিলখন সমৰ্থন কৰা নিতান্ত উচিত আৰু এই বিলৰ মূল নীতিবোৰ দৈনন্দিন জীৱনত প্ৰয়োগ কৰিবলৈও আপুনি কয় যেন।"

এই বিলখনৰ বিষয়ে একো নেজানো বুলি মই স্বীকাৰ কৰিব লাগিব; কিন্তু ছোৱালীৰ বিবাহৰ বয়স ১৪ বছৰেই নহয়, ১৬ বছৰ হব লাগে বুলিহে মই ভাবোঁ। বিলখনৰ মূল কথাখিনিৰ বিষয়ে একো ক'ব নোৱাৰোঁ যদিও মই কোমল বয়সৰ ছোৱালীক পুৰুষৰ ভোগস্পৃহাৰপৰা ৰক্ষা কৰিবলৈ কৰা সকলো আন্দোলনকে সমৰ্থন কৰোঁ। তথাকথিত বিবাহ অনুষ্ঠানে অনৈতিক আৰু অমানৱীয় কিছুমান কাম বিধিসম্মত বুলি কোৱা উচিত নহয়। মোৰ মতেৰে ১৪ বছৰ বয়সতহে বিয়া সম্পূৰ্ণৰূপে সমাধান হয়। সন্দেহযুক্ত কর্তৃত্বৰ সংস্কৃত পুথিৰ কথা কৈ অনৈতিক কাম এটা পৱিত্ৰ বুলি সমৰ্থন কৰিব নোৱাৰি। বহুতো শিশু-মাতৃৰ স্বাস্থ্য ভঙ্গ হৈ যোৱা মই দেখিছোঁ। কম বয়সতে বিয়া হোৱা ভয়াবহতাৰ লগতে ছোৱালীক জোৰ কৰি কম বয়সতে বৈধব্যত্ব আৰোপ কৰিলে মানৱতাৰ বিয়োগান্ত নাটকখন সম্পূৰ্ণ হৈ পৰে। ছোৱালীৰ বিবাহৰ বয়স বৃদ্ধি কৰিব খোজা সকলো জ্ঞানগৰ্ভ আইনতে মোৰ সমৰ্থন আছে। কিন্তু জন-মতৰ সমৰ্থনৰ অভাৱত প্ৰচলিত আইনসমূহ কৃতকাৰ্য হ'ব পৰা নাই, এই কথা মই বৰ দুখেৰে অনুভৱ কৰিছোঁ। আন আন ক্ষেত্ৰৰ দৰে এই ক্ষেত্ৰতো সংস্কাৰকসকলৰ কাম বৰ কঠিন হব। হিন্দু ৰাইজৰ মনত প্ৰকৃত প্ৰভাৱ বিস্তাৰ কৰিব খুজিলে সদায় অবিৰাম গতিৰে আন্দোলন চলাই থাকিব লাগিব। ভাৰতীয় ছোৱালীক অকাল বাৰ্দ্ধক্য আৰু অকাল মৃত্যুৰপৰা উদ্ধাৰ কৰিবলৈ আৰু হিন্দুধৰ্মক দুৰ্বল শিশু জন্ম দিয়া পাপৰপৰা মুক্ত কৰিবলৈ যিসকলে এই মহৎ কাম হাতত লৈছে তেওঁলোকৰ কামৰ মই সৰ্বতোভাৱে কৃতকাৰ্যতা কামনা কৰিলোঁ।

**ইয়ং ইণ্ডিয়া: ২৭-৮-২৫**

## ( তেৰ )

# বাল্যবিবাহৰ অভিশাপ

অলপতে মাদ্ৰাজত ঘটা বাল্যবিবাহৰ শোকলগা ঘটনা এটাৰ বিষয়ে শ্ৰীমতী মাৰ্গাৰেট ই কজিনে মোলৈ এটা টোকা পঠিয়াইছে। ছোৱালীজনীৰ বয়স ১৩ আৰু গিৰিয়েকৰ ২৬ বছৰ হৈছিল। এইহাল মানুহ মাত্ৰ ১৩ দিনহে একেলগে আছিল। জুইত পুৰি ছোৱালী-জনীৰ মৃত্যু হ'ল। তথাকথিত গিৰিয়েকজনৰ অসহনীয় আৰু অমানৱীয় ভোগস্পৃহা সহ্য কৰিব নোৱাৰি ছোৱালীজনীয়ে আত্মহত্যা কৰিছে বুলি বিচাৰকসকলে ৰায় দিছে। ছোৱালীজনীয়ে মৃত্যুৰ আগতে কোৱা কথাৰপৰা গিৰিয়েকে তাইৰ কাপোৰত জুই লগাই দিছে বুলি জানিব পাৰি। ইন্দ্ৰিয়লিপ্সাৰ কোনো যুক্তি বিচাৰ নাই, দয়া-মমতা নাই।

ছোৱালীজনীৰ কেনেকৈ মৃত্যু হ'ল ভাবি লাভ নাই। কিন্তু এইটো সত্য যে,

(১) ছোৱালীজনীৰ ১৩ বছৰ বয়সতে বিয়া হৈছিল ;

(২) ছোৱালীজনীৰ যৌনাকাঙ্খা নাছিল আৰু গিৰিয়েকৰ অগ্ৰগতিত বাধা দিছিল ;

(৩) গিৰিয়েকে নিষ্ঠুৰভাৱে আগবাঢ়ি আহিছিল ;

(৪) এতিয়া ছোৱালীজনী আৰু নাই।

পাশৱিক নীতি এটাক ধৰ্মসম্মত বুলি ক'লে ধৰ্ম নহৈ অধৰ্ম হব। স্মৃতিশাস্ত্ৰত কেতবোৰ পৰস্পৰ বিৰোধী মত পোৱা যায়। বিশেষকৈ স্মৃতিশাস্ত্ৰৰ নীতিকথা বোলা কথাবোৰ নৈতিক বুলি জনা গ্ৰহণযোগ্য কথাৰ বিৰোধী হলে সেই কথাবোৰ শাস্ত্ৰৰ বিকৃত নতুনকৈ সংযোজিত কথা বুলি পৰিত্যাগ কৰিব পাৰি। শাস্ত্ৰৰ এই পৰস্পৰ বিৰোধী

মতবিলাকৰপৰা কেৱল এই সিদ্ধান্তত উপনীত হ'ব পাৰি। আত্ম-সংযমৰ অনুপ্ৰেৰণামূলক আৰু পুৰুষৰ পশুত্ব জগাই তোলা কৱিতা একে সময়তে একে লিখনীৰে লিখিব নোৱাৰে। আত্মসংযমৰ কথা নজনা পাপকৰ্মত নিয়ন্ত্ৰিত পুৰুষে কেৱল ছোৱালী পুষ্পিতা হোৱাৰ আগতে বিয়া নিদিলে পাপ হব বুলি ক'ব পাৰিব। মাহিলি ঋতুৰ আৰম্ভণিৰ কেবাবছৰ পিচলৈকে বিয়া কৰোৱা পাপ বুলি ভাবিব লাগিব। ছোৱালী পুষ্পিতা হোৱাৰ আগতে বিয়া কৰোৱা কথা ভাবিবই নেলাগে। গোঁফ গজিলেই ল'ৰা বাপেক হবৰ উপযুক্ত নহয়, ঠিক তেনেকৈ পুষ্পিতা হ'লেই ছোৱালী সন্তান ধাৰণ কৰিবৰ কাৰণে উপযুক্ত নহয়।

বাল্যবিবাহ নীতি এটা নৈতিক আৰু দৈহিক কুসংস্কাৰ। এই নীতিয়ে আমাৰ নৈতিকতা দুৰ্বল কৰে আৰু শৰীৰৰ অধঃপতন আনে। এনেকুৱা নীতিক স্বীকৃতি দি আমি ঈশ্বৰৰ ওচৰৰপৰা আঁতৰ হৈ গৈছোঁ আৰু স্বৰাজ লাভৰপৰাও দূৰ হৈ গৈছোঁ। যি পুৰুষে ছোৱালীৰ কোমল বয়সৰ কথা ভাবিব নোৱাৰে সেই পুৰুষৰ ঐশ্বৰিকবোধ থাকিব নোৱাৰে। স্বাধীনতা লাভ কৰিবলৈ তথা লব্ধ স্বাধীনতা সংৰক্ষণ কৰিবলৈ যি সংগ্ৰামৰ আৱশ্যক তাৰ বাবে অনুন্নত পুৰুষৰ সামৰ্থ্য নাথাকে। স্বৰাজ সংগ্ৰামৰ অৰ্থ কেৱল ৰাজনৈতিক জাগৰণ নহয়—এই সংগ্ৰামৰ অৰ্থ হ'ল আমাৰ সামাজিক, নৈতিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু শিক্ষামূলক জাগৰণ।

বিবাহৰ বয়স বৃদ্ধি কৰিবৰ কাৰণে আইন কৰা হৈছে। এই আইন মানিব নোখোজা সংখ্যালঘুসকলক দণ্ড দিবৰ কাৰণে আইন ভাল। কিন্তু আইনৰ দ্বাৰা এটা জনপ্ৰিয় কুসংস্কাৰ আঁতৰাব নোৱাৰি। ৰাইজৰ জ্ঞানগৰ্ভ অভিমতে এই কুসংস্কাৰ আঁতৰাব পাৰিব। এনেকুৱা কুসংস্কাৰৰ কাৰণে কৰা আইনৰ মই বিৰোধিতা নকৰোঁ, কিন্তু জন-মত সৃষ্টি কৰাৰ ওপৰত মই অধিক গুৰুত্ব আৰোপ কৰোঁ। বাল্য-বিবাহৰ বিৰুদ্ধে জাগ্ৰত জন-মত থকাহেঁতেন মাদ্ৰাজৰ ঘটনা হ'ব

নোৱাৰিলেহেঁতেন। এই ঘটনাত জড়িত থকা ডেকাজন এজন অশিক্ষিত শ্ৰমিক নাছিল, ডেকাজন আছিল শিক্ষিত টাইপিষ্ট। কোমল বয়সৰ ছোৱালী বিয়া দিয়াৰ বিৰুদ্ধে শিক্ষিত জন-মত থকাহেঁতেন সেই ডেকাজনে ছোৱালীজনীক বিয়া কৰাব বা স্পৰ্শ কৰিবই নোৱাৰিলেহেঁতেন। ১৮ বছৰতকৈ কম বয়সৰ ছোৱালীক সাধাৰণতে কেতিয়াও বিয়া দিব নেলাগে।

ইয়ং ইণ্ডিয়া: ২৬-৮-২৬

## ( চৈধ্য )

## বাল্যবিবাহৰ সপক্ষে

'ইয়ং ইণ্ডিয়া'ৰ পাঠক এজনে লিখিছে :

"১৯২৬ চনৰ ২৬ আগষ্টৰ 'ইয়ং ইণ্ডিয়া'ত 'বাল্যবিবাহৰ অভিশাপ' বোলা প্ৰবন্ধটোত আপুনি লিখা তলৰ বাক্যটি পঢ়ি মই অতিশয় দুখ পাইছোঁ: 'আত্মসংযমৰ কথা নজনা পাপকৰ্মত নিমজ্জিত পুৰুষেহে কেৱল ছোৱালী তোলনি হোৱাৰ আগতে বিয়া নিদিলে পাপ বুলি কব'।

আপোনাৰ মতৰ লগত যিসকল একমত নহয় সেইসকলৰ প্ৰতি আপুনি অলপ কৃপাদৃষ্টি নকৰিলে কিয় তাকেহে বুজি নেপালোঁ। হিন্দু বিধায়কসকলে বাল্যবিবাহ প্ৰথা প্ৰৱৰ্তন কৰি একেবাৰে ভুল কাম কৰিলে বুলি নিশ্চয় এজনে ক'ব পাৰে। কিন্তু যিসকলে বাল্যবিবাহ হব লাগে বুলি কয় তেওঁলোক কু-কৰ্মত লিপ্ত আছে বুলি কোৱা অযুগুত হৈছে বুলি মই ভাবোঁ। বিতৰ্কমূলক কথা এটাত আপোনাৰ উক্তিয়ে শিষ্টাচাৰৰ সীমা অতিক্ৰম কৰিছে যেন লাগে। প্ৰকৃততে বাল্যবিবাহৰ বিৰুদ্ধে এনেকুৱা যুক্তি মই প্ৰথম শুনিছোঁ। মই জনাত হিন্দু সমাজ-সংস্কাৰক বা খৃষ্টান ধৰ্মযাজক

কোনেও কেতিয়াও এনেদৰে কোৱা নাই। মই যিজনক বিশেষকৈ বিৰোধীজনৰ প্ৰতি বদান্যতা প্ৰদৰ্শনৰ ক্ষেত্ৰত অতি ভাল বুলি ভাবোঁ সেই মহাত্মা গান্ধীৰ দৰে এজন মানুহৰ লিখনিত এনেকুৱা যুক্তি দেখি কিমান দুখ পাইছোঁ কল্পনা কৰকচোন।

হিন্দু বিধিদাতাসকলৰ এজন বা দুজনকে নহয় প্ৰায় সকলোকেই আপুনি দোষাৰোপ কৰিছে। মই জনাত প্ৰত্যেক স্মৃতিকাৰকে ছোৱালীৰ কম বয়সতে বিয়া হোৱা কথাটো সমৰ্থন কৰিছে। বাল্যবিবাহ সমৰ্থন কৰি কোৱা কথাবোৰ আপুনি স্মৃতিশাস্ত্ৰত সোমোৱা বিকৃত নতুন কথা বুলি কৈছে। এই কথা বিশ্বাস কৰিবলৈ টান। বাল্যবিবাহ প্ৰথা ভাৰতবৰ্ষৰ এখন প্ৰদেশত বা এটা শ্ৰেণীৰ মাজতে কেৱল আবদ্ধ হৈ থকা নাই—ভাৰতবৰ্ষৰ ই এটা সাৰ্বজনীন প্ৰথা। এই প্ৰথা ৰামায়ণৰ দিনৰেপৰা চলি অহা অতি প্ৰাচীন প্ৰথা।

হিন্দু বিধিদাতাসকলে ছোৱালীক কম বয়সতে বিয়া দিবলৈ কোৱাৰ কাৰণ মই ভবামতে চমুকৈ দিবলৈ চেষ্টা কৰিম। প্ৰত্যেক ছোৱালীৰে এজন স্বামীৰ অত্যন্ত আৱশ্যক বুলি তেওঁলোকে ভাবিছিল। ছোৱালীৰ মানসিক সুখ-শান্তিৰ কাৰণে কেৱল নহয়- গোটেই সমাজৰ মঙ্গলৰ কাৰণেও প্ৰত্যেক ছোৱালীৰ স্বামীৰ আৱশ্যক। প্ৰত্যেক ছোৱালীৰ স্বামীৰ প্ৰয়োজন হ'লে—স্বামী নিৰ্বাচন ছোৱালীৰ মাক-দেউতাকে কৰিব লাগিব—ছোৱালীয়ে নিজে কৰিব নেলাগে। ছোৱালীক নিজে স্বামী নিৰ্বাচন কৰিবলৈ দিলে বহুতো ছোৱালী অবিবাহিতা হৈ থাকিব। এই ছোৱালীবিলাকে বিয়া বেয়া পায় বুলি যে অবিবাহিতা হৈ থাকে এনে নহয়—উপযুক্ত স্বামী নিৰ্বাচন কৰা ছোৱালীৰ কাৰণে টান হৈ পৰে। ছোৱালীক নিজে পতি নিৰ্বাচন কৰিবলৈ দিয়া এটা বিপজ্জনক কথা, কাৰণ এই কথাই ছোৱালীক চঞ্চল প্ৰকৃতিৰ কৰি পেলাব আৰু সমাজৰ নৈতিকতাকো দুৰ্বল কৰি পেলাব পাৰে। দেখাত ভাল যেন লগা ডেকাবিলাকেও ছোৱালীৰ ধৰ্ম নষ্ট কৰিব পাৰে। যদি দেউতাক-মাকে ছোৱালীৰ স্বামী নিৰ্বাচন কৰিবলগীয়া হয় তেনেহলে ছোৱালীক কম

বয়সতে বিয়া দিব লাগিব। ডাঙৰ হ'লে ছোৱালীয়ে হয়তো প্ৰেমত পৰি দেউতাক-মাকে নিৰ্বাচন কৰা দৰাক বিয়া কৰাবলৈ ভাল নেপাব পাৰে। সৰুতে ছোৱালীক বিয়া দিলে ছোৱালী স্বামীৰে সৈতে আৰু স্বামীৰ পৰিয়ালৰ সৈতে একে হৈ যায়। এনেকুৱা মিলনহে স্বাভাৱিক আৰু অধিক ভাল। বদ্ধমূল ধাৰণা আৰু অভ্যাস থকা ডাঙৰ ছোৱালীৰ নতুন ঘৰ এখনত নিজকে খাপ খুৱাই ল'বলৈ কেতিয়াবা টান হৈ পৰে।

সৰুতে বিয়া হ'লে ছোৱালীৰ আৰু তেওঁৰ সন্তানসকলৰ স্বাস্থ্য দুৰ্বল হৈ যায় বুলি প্ৰধানকৈ আপত্তি কৰা হয়। কিন্তু এই আপত্তি তলত লিখা কাৰণ কেইটাৰ কাৰণে বৰ বেছি বিশ্বাসযোগ্য নহয়। হিন্দুসকলৰ মাজত বিবাহৰ বয়স বৰ্তমান বৃদ্ধি হৈছে, কিন্তু জাতিটো ক্ৰমে দুৰ্বল হৈ পৰিছে। পঞ্চাশ বা এশ বছৰৰ আগতে পুৰুষ, তিৰোতা সকলোৰে এতিয়াতকৈ স্বাস্থ্য বেছি ভাল আছিল। তেওঁলোক বলী আৰু দীৰ্ঘজীৱী আছিল। কিন্তু সেই সময়ত সোনকালে বিয়া হোৱা নিয়মৰ অধিক প্ৰচলন আছিল। দেৰিকৈ বিয়া হোৱা শিক্ষিতা ছোৱালীবিলাকৰ স্বাস্থ্য সাধাৰণতে সোনকালে বিয়া হোৱা কম শিক্ষা পোৱা ছোৱালীতকৈ বেয়া। এই কথাবিলাকৰপৰা জানিব পাৰি যে কিছুমান মানুহৰ ধাৰণা-মতে সোনকালে বিয়া হলে স্বাস্থ্যৰ অৱনতি নহয়।

ইউৰোপীয় আৰু ভাৰতীয় দুয়োখন সমাজৰ বিষয়ে আপোনাৰ যথেষ্ট জ্ঞান আছে। ভাৰতীয় ভাৰ্যা ইউৰোপীয় ভাৰ্যাতকৈ স্বামীৰ প্ৰতি বেছি অনুৰক্তা হয়নে নহয় আপুনি কব পাৰিব। দুখীয়া শ্ৰেণীৰ ভাৰতীয় স্বামীসকলে তেওঁলোকৰ ভাৰ্যাক ইউৰোপীয় স্বামীসকলতকৈ ভাল ব্যৱহাৰ কৰেনে নকৰে? অসুখী বিবাহিত জীৱন ভাৰতীয়ৰ মাজত বেছিনে ইউৰোপীয় সমাজত বেছি? যদি এইকেইটা বিষয়ত ভাৰতীয় বিবাহ ইউৰোপীয় বিবাহতকৈ অধিক সাফল্যমণ্ডিত হৈছে তেতিয়াহলে ভাৰতীয় বিবাহৰ অতি আৱশ্যকীয় বিশেষত্ব বাল্যবিবাহক বেয়া বুলি কব নোৱাৰি।

ছোৱালীক কম বয়সতে বিয়া দিয়াৰ নিয়ম প্ৰৱৰ্তন কৰি হিন্দু

স্মৃতিকাৰকসকলে সমাজৰ প্ৰকৃত কল্যাণৰ বাহিৰে ( পুৰুষ, নাৰী উভয়কে ধৰি ) আন কথা চিন্তা কৰি নিয়ম বিধান কৰিছিল বুলি মনে নধৰে। কম বয়সতে বিয়া হোৱা নিয়ম হিন্দু সমাজৰ এটা বৈশিষ্ট্য বুলি ভাবোঁ। এই বৈশিষ্ট্য অতি বিৰুদ্ধ পৰিবেশৰ মাজতো ধ্বংস হৈ যোৱা নাই। আপুনি এই সকলোবোৰ কথা বিশ্বাস নকৰিব পাৰে। কিন্তু কম বয়সতে বিয়া দিয়াৰ নিয়ম প্ৰৱৰ্তন কৰা সকলো হিন্দু স্মৃতিকাৰে আত্মসংযমৰ কথা নেজানে আৰু পাপকৰ্মত লিপ্ত আছে বুলি আপোনাৰ ধাৰণা আপুনি ত্যাগ কৰিব বুলি আমি আশা কৰিব নোৱাৰোঁনে ?

আপুনি উল্লেখ কৰা মাদ্ৰাজৰ ঘটনাটো অলপ আচৰিত ধৰণৰ যেন লাগে। বিচাৰকসকলে ছোৱালীজনীয়ে আত্মহত্যা কৰিছে বুলি কৈছে। ইপিনে ছোৱালীজনীয়ে কৈছে যে, গিৰিয়েকে তাইৰ কাপোৰত জুই লগাই দিছে। এনেকুৱা বিবাদমান পৰিস্থিতিত আপুনি যিটোক সত্য বুলি ধৰি লৈছে—সেই কথা ঠিক হয়নে নহয় কবলৈ টান। ১৩ বছৰতকৈও কম বয়সৰ লাখ লাখ ভাৰ্যা আছে। স্বামীৰ নিষ্ঠুৰ ব্যৱহাৰৰ কাৰণে আত্মহত্যা কৰা এটা ঘটনাও আগতে শুনা নাই। বোধকৰোঁ মাদ্ৰাজৰ ঘটনাটো অসাধাৰণ আৰু কম বয়সতে বিয়া দিয়া নিয়মেই মৃত্যুৰ প্ৰধান কাৰণ নহয়।”

“গোপনে বিবেকক আঘাত দিয়া বাস্তৱৰ কৰ্কশতা আঁতৰাবৰ কাৰণে এটা উপযোগী দৰ্শন উলিয়াই লবলৈ একো টান কথা নহয়।” —এয়া কৰিৰ যথাৰ্থ বাণী। কিন্তু ‘ইয়ং ইণ্ডিয়া’ৰ পাঠকজনে যেন এখোজ আগবাঢ়ি গৈছে। তেখেতে কেৱল উপযোগী দৰ্শন এটাই সাজি উলিওৱা নাই—তেখেতে বাস্তৱলৈ পিঠি দিছে ; তদুপৰি তেখেতে অসমৰ্থনীয় উক্তি কিছুমানৰ ওপৰত তেখেতৰ যুক্তি গঢ়ি তুলিছে।

যদি মই বিধিদাতাসকলক অকলে দোষাৰোপ কৰিলোঁহেতেন তেতিয়া মই বদান্যতাৰ অভাৱ বোলা অভিযোগটোৰ বিষয়ে একো নকলোঁহেতেন। কিন্তু যিসকলে মাতৃত্বৰ বোজা বহন কৰিব নোৱাৰা বয়সত বিয়া হব লাগে বুলি কয় তেওঁলোককহে মই দোষাৰোপ কৰিছোঁ। জীৱন্ত মানুহ এজনক

দোষাৰোপ কৰিলে বদান্যতাৰ অভাৱ থাকিব পাৰে ; কিন্তু কোনো কাৰণ নোহোৱাকৈ কু-অভিপ্ৰায় থকা বুলি কল্পিত মন্তব্যৰ ক্ষেত্ৰত এই অভিযোগ নেখাটে। আত্মসংযমৰ কথা প্ৰচাৰ কৰা অলেখ স্মৃতিশাস্ত্ৰৰ মূল লিখক-সকলে কম বয়সতে বিয়া হব লাগে বুলি কোৱা কথাৰ প্ৰমাণ আছে জানো ? ঋষিসকলৰ অপৱিত্ৰতাৰ কলংক নাই আৰু তেওঁলোকে মানৱ শৰীৰৰ পৰিবৰ্ধনৰ কাৰণে লাগতিয়াল প্ৰধান কথাবোৰৰ বিষয়ে জানে বুলি ভাবি ললে তেওঁলোকৰ প্ৰতি অধিক বদান্যতা প্ৰকাশ কৰা নহব জানো ?

কম বয়সতে বিয়া হোৱাৰ ( কম বয়সতে হোৱা বিবাহ মানে ২৫ বছৰৰ আগতে হোৱা বিবাহ ) বিৰোধ মত বাল্য বিবাহ হব বুলি শাস্ত্ৰত কোৱা কথা বিশ্বস্ত হলেও আমি আমাৰ বাস্তৱ অভিজ্ঞতা আৰু বিজ্ঞানসম্মত জ্ঞানৰ দৃষ্টিৰে শাস্ত্ৰৰ কথা পৰিত্যাগ কৰিব লাগিব। বাল্যবিবাহ হিন্দু সমাজৰ এটা সাৰ্বজনীন প্ৰথা বোলা উক্তিৰ যথাৰ্থতাৰ বিষয়ে মই প্ৰশ্ন কৰোঁ। লাখ লাখ ছোৱালী-শিশু অৱস্থাত থাকোতেই বিয়া হৈ ভাৰ্যাৰূপে থকা দেখিলে মই বৰ দুখীত হম। লাখ লাখ ছোৱালীৰ বিয়া সম্পূৰ্ণৰূপে ১১ বছৰ বয়সতে সমাধা হোৱা হলে বহুতদিনৰ আগতেই হিন্দুজাতি নিশেষ হৈ গ'লহেতেন।

দেউতাক-মাকে ছোৱালীৰ কাৰণে দৰা নিৰ্বাচন কৰিবলগীয়া হলে ছোৱালীৰ কম বয়সতে বিয়া ঠিকঠাক কৰি সম্পন্ন কৰিব লাগিব বোলা কথাষাৰ মানি লব নোৱাৰি। ছোৱালীয়ে পতি নিৰ্বাচন কৰিবলগীয়া হলে পূৰ্ব অনুৰাগ আৰু চঞ্চলতা বেছি হ'ব বোলা কথাষাৰো মানি লবলৈ টান। ইউৰোপত ল'ৰা-ছোৱালীৰ পূৰ্ব অনুৰাগ থকা সকলো ঠাইতে দেখা নেযায়। হেজাৰ হেজাৰ হিন্দু ছোৱালীৰ পোন্ধৰ বছৰৰ পিচত বিয়া হৈছে। এই ছোৱালীবোৰৰ বাবে দেউতাক-মাকেই স্বামী নিৰ্বাচন কৰিছে। মুছলমান দেউতাক-মাকে তেওঁলোকৰ প্ৰাপ্তবয়স্ক ছোৱালীৰ কাৰণে সদায় পতি নিৰ্বাচন কৰি থাকে। স্বামী নিৰ্বাচন দেউতাক-মাকে কৰিব নে ছোৱালীয়ে নিজে কৰিব সেইটো এটা বেলেগ প্ৰশ্ন। এই কথাটো আচাৰ-নীতি আদিয়ে নিৰ্ধাৰণ কৰে।

প্ৰাপ্তবয়স্কা ভাৰ্যাৰ ল'ৰা-ছোৱালী শিশুভাৰ্যাৰ ল'ৰা-ছোৱালীতকৈ দুৰ্বল বোলা কথাষাৰৰ পত্ৰলিখকে হ'লে একো প্ৰমাণ দিব পৰা নাই। ভাৰতীয় আৰু ইউৰোপীয় সমাজৰ অভিজ্ঞতা থকা সত্ত্বেও মই এই দুই সমাজৰ নৈতিকতাৰ তুলনা কৰিবলৈ নেযাওঁ। তৰ্কৰ খাটিৰত ইউৰোপীয় সমাজৰ নৈতিকতা হিন্দু সমাজৰ নৈতিকতাতকৈ তলত বুলি যদি ধৰি লওঁ তেন্তে উপযুক্ত বয়সত বিয়া হোৱা কাৰণে এই নৈতিক অৱনতি হৈছে বুলি ভাবি লব লাগিবনেকি?

মাদ্ৰাজৰ ঘটনাই পত্ৰলিখকজনৰ যুক্তিত একো সহায় কৰা নাই। কিন্তু তেখেতে এই ঘটনা অৱলম্বন কৰি বাস্তৱ ঘটনাক সম্পূৰ্ণভাৱে আওকাণ কৰি নেভাবি-নিচিন্তি এটা অভিমত দিছে। প্ৰবন্ধটো আকৌ পঢ়ি চালে মই মোৰ অভিমত কিছুমান প্ৰমাণিত তথ্যৰপৰা লৈছোঁ বুলি তেখেতে জানিব পাৰিব। মৃত্যুৰ কাৰণটোৱে মোৰ সিদ্ধান্তক প্ৰভাৱান্বিত কৰা নাই। প্ৰমাণিত হৈছে যে, (১) ছোৱালীজনী কোমল বয়সৰ আছিল; (২) ছোৱালীজনীৰ যৌনাকাঙ্ক্ষা নাছিল; (৩) স্বামীয়ে নিষ্ঠুৰভাৱে ছোৱালীজনীৰ কাষলৈ আহিছিল; (৪) ছোৱালী-জনী এতিয়া জীৱিত নাই। ছোৱালীজনীয়ে আত্মহত্যা কৰা কথাটো বেয়া কথা। ছোৱালজনীয়ে 'স্বামী'ৰ অমানবীয় কামনা চৰিতাৰ্থ কৰিব নোৱাৰিছিল কাৰণে যদি 'স্বামী'গৰাকীয়ে ছোৱালীজনীক হত্যা কৰিছে তেন্তে আৰু বেয়া হৈছে। পঢ়া-শুনা কৰি খেল-ধেমালি কৰি থাকিবৰ কাৰণেহে ছোৱালীজনী উপযুক্ত আছিল, ভাৰ্যাৰ ভূমিকা লৈ অকণমানি কান্ধত গৃহস্থালিৰ দায়িত্ব লবলৈ বা গৃহস্বামীৰ প্ৰভুত্ব মানি চলিবৰ কাৰণে তাই উপযুক্ত নাছিল।

পত্ৰলিখকজন সমাজৰ এজন উচ্চ মান-মৰ্যাদাসম্পন্ন ব্যক্তি। উদাৰ শিক্ষাপ্ৰাপ্ত পুত্ৰ-কন্যাৰপৰা জাতিয়ে সুফল বাঞ্ছা কৰে আৰু এই ছোৱালীটিৰ কাৰণে চিন্তা কৰিব বুলি আশা কৰে। আমাৰ সমাজত নৈতিক, সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আদি বহুতো দোষ-ত্ৰুটি আছে। এই সকলোবোৰ কথাৰ কাৰণে ধৈৰ্যেৰে প্ৰচুৰ অধ্যয়ন,

প্ৰগাঢ় অনুসন্ধান, সুপৰিচালনা, সঠিক বিবৃতি, স্পষ্ট চিন্তা আৰু গভীৰ নিৰপেক্ষ বিচাৰৰ প্ৰয়োজন। আমি তেতিয়া প্ৰয়োজন হ'লে মতৰ বিৰোধিতা কৰিব পাৰিম। সকলো অসুবিধা সহ্য কৰি আমি সত্যক আৱিষ্কাৰ কৰিবলৈ কষ্ট নকৰিলে আমি আমাৰ দেশৰ নিজৰ নিজৰ ধৰ্ম আৰু উদ্দেশ্যৰ প্ৰতি সঁচাকৈয়ে অন্যায় কৰা হব।

ইয়ং ইণ্ডিয়া : ৯-৯-২৬

( পোন্ধৰ )

## বালিকা বধূৰ মনোবেদনা

বঙ্গদেশৰপৰা এগৰাকী হিন্দু ভদ্ৰমহিলাই লিখিছে :

"আমাৰ হিন্দু সমাজৰ বালিকা বধূৰ হৈ আপুনি এষাৰ কোৱা কাৰণে আপোনাক কেনেকৈ ধন্যবাদ দিম কব নোৱাৰোঁ। মাদ্ৰাজৰ দৰে ঘটনা আন ঠাইতো হৈছে। এবছৰৰ আগতে ঠিক এনেকুৱা ঘটনা এটা কলিকতাত হৈছিল। ছোৱালীজনীৰ বয়স হৈছিল মাত্ৰ দহ বছৰ। দুৰাতি গিৰিয়েকৰ লগত থকাৰ পিচত ছোৱালীজনী গিৰিয়েকৰ ওচৰলৈ যাবলৈ একেবাৰে অমান্তি হ'ল। এদিন ছোৱালীজনীৰ মাকে মানুহজনক তামোল এখন দিবৰ কাৰণে পঠিয়ালে। বোধকৰোঁ ছোৱালীজনীয়ে গিৰিয়েকক তামোলখন দি উভতি আহিব বুলি ভাবিছিল। কিন্তু মানুহজনে দুৱাৰখন বন্ধ কৰি দিলে আৰু তাই কোঠাটোৰপৰা ওলাই আহিব নোৱাৰিলে। অলপ পৰৰ পিচত এটা দুখৰ কেঁকনি শুনা গ'ল। ছোৱালীজনীৰ মাক দুৱাৰৰ ওচৰলৈ দৌৰি গ'ল। দুৱাৰখন খোলাৰ পিচত ছোৱালীজনীক মৃত অৱস্থাত পোৱা হ'ল।

আদালতত মানুহজনৰ বিচাৰ হ'ল আৰু বিচাৰত তেওঁৰ মৃত্যুদণ্ডৰ আদেশ হ'ল।

এনেকুৱা ঘটনা আমাৰ সমাজত কিমান যে হৈ আছে কোনে জানে? সৰু সৰু অকণি অকণি ভাৰ্যাবিলাকে ডাঙৰ নোহোৱালৈকে স্বামীৰ গুৰুৰপৰা আঁতৰি থাকিবলৈ বিচাৰে। এনেকুৱা কেবাটাও কথা মই ব্যক্তিগতভাৱে জানো।

কিন্তু এই ছোৱালীবোৰৰ হৈ কোনে ক'ব? আমাৰ তিৰোতাসকলে তেওঁলোকৰ দুখ-কষ্টৰ বোজা নিৰীহভাৱে নীৰৱে সহি থাকে। কু-কথাৰ কাৰণে যুঁজিবলৈ তেওঁলোকৰ ক্ষমতা নাই। পুৰুষসকলে তেওঁলোকৰ অপৰিসীম ক্ষমতাৰে সদায় নিজৰ সুখৰ কথাই ভাবি থাকে, তিৰোতা-সকলৰ কথা মুঠেও নেভাবে।

মোৰ চিনাকি ব্ৰাহ্মণ মহিলা এগৰাকীৰ দহবছৰ বয়সতে বিয়া হয়। তেওঁ স্বামীৰ কাষলৈ যাব নুখুজিছিল। সেইকাৰণে গিৰিয়েকে আন এজনী ডাঙৰ ছোৱালী বিয়া কৰালে। বেচেৰী ভদ্ৰমহিলাগৰাকী ভৰ যৌৱনকালতো এতিয়া দেউতাকৰ ঘৰতে থাকে।

মই এগৰাকী ভদ্ৰমহিলাৰপৰা শুনিছোঁ যে গাঁৱত তলশ্ৰেণীৰ মানুহবিলাকৰ মাজত সৰু সৰু ভাৰ্যাবিলাকে গিৰিয়েকৰ ওচৰৰপৰা আঁতৰি থাকিব খুজিলে আৰু ৰাতি গিৰিয়েকৰ কোঠাত সোমাব নুখুজিলে গিৰিয়েকবিলাকে প্ৰায়েই ছোৱালীবিলাকক মাৰধৰ কৰে।

ভুক্তভোগীসকলে মাত মাতিব নোৱাৰিলে, নিজৰ কথা ক'বলৈ তেওঁলোকৰ সুবিধা নেথাকিলে দানৱীয় নীতিবোৰক সমৰ্থন কৰা বৰ সহজ কথা।"

ইয়াত যিখনি চিত্ৰ অঙ্কিত কৰা হৈছে সি সঁচাও হ'ব পাৰে অথবা ৰহণ দিয়াও হ'ব পাৰে; কিন্তু ইয়াৰ ভিতৰৰ বিষয়বস্তুখিনি নিশ্চয় সত্য। ছবিখন সমৰ্থন কৰিবলৈ মই সাক্ষী বিচাৰিব নেলাগে। প্ৰচুৰ উপাৰ্জ্জন কৰা বিগতদাৰ ডাক্তৰ এজনৰ কথা মই জানো। তেখেতে তেখেতৰ কন্যাসম ছোৱালী এজনী ভাৰ্যাৰূপে গ্ৰহণ কৰিছে। তেখেত-সকলে স্বামী-স্ত্ৰী হিচাপে একেলগে বাস কৰিছে। এজন ষাঠি বছৰ বয়সীয়া বিগতদাৰ শিক্ষাবিদে ৯ বছৰীয়া ছোৱালী এজনী বিয়া

চৰাইছে। সকলোৱে এই কলংকমূলক কথাটো জানে আৰু বেয়া
কথা বুলি স্বীকাৰ কৰে, যদিও বাহিৰত মানুহজনে স্কুল পৰিদৰ্শক হিচাপে
ৰকাৰ আৰু ৰাইজৰপৰা শ্ৰদ্ধা-ভক্তি পাই আছে। মোৰ স্মৃতিশক্তিৰ
াৰা আৰু বন্ধুবৰ্গৰপৰা শুনা এনেকুৱা উদাহৰণ মই আৰু বহুতো দিব
াৰোঁ।

ভাৰতীয় নাৰীৰ প্ৰতি আচৰণ কৰা কু-কথাৰ বিৰুদ্ধে যুঁজিবলৈ
াকতি নাই বুলি পত্ৰলিখিকা গৰাকীয়ে ঠিকেই কৈছে। এনেকুৱা
অৱস্থাৰ কাৰণে ঘাইকৈ পুৰুষসকল জগৰীয়া। তাত কোনো সন্দেহ
নাই। কিন্তু তিৰোতাই সদায় পুৰুষক দোষ দি নিজৰ বিবেকক সান্ত্বনা দি
প্ৰশমিত কৰি ৰাখিব পাৰিবনে? তেওঁলোকৰ মাজৰ শিক্ষিতা নাৰী-
সকলে নাৰী সমাজৰ হৈ আৰু মাতৃৰূপে পুৰুষসকলৰ হৈ সংস্কাৰমূলক
কাম কৰিবৰ কাৰণে দায়িত্ব লব নেলাগেনে? কেৱল স্বামীৰ খেলাৰ
পুতলা হবলৈ আৰু অকালতে অপুৰুষ মানুহৰ মাতৃ হবলগীয়া হলে
তেওঁলোকৰ শিক্ষাৰ মূল্যই বা ক'ত? তেওঁলোকে ইচ্ছা কৰিলে
তিৰোতাৰ ভোটাধিকাৰৰ কাৰণে যুঁজিব পাৰে। এই কামত সময়
বেছি খৰচ নহয় আৰু কষ্টও বেছি কৰিবলগীয়া নহয়। এই কামে
তেওঁলোকক নিৰ্মল আনন্দ দান কৰিব। কিন্তু শিশু-ভাৰ্যা আৰু সৰু
সৰু বিধবা ছোৱালীবিলাকৰ মাজত কাম কৰিবলৈ ওলাই বাল্যবিবাহ
হোৱা অসম্ভৱ কৰি নেপেলোৱালৈকে প্ৰতিজনী ছোৱালীয়ে নিজৰ
ইচ্ছাৰ বিৰুদ্ধে বিয়া কৰাবলৈ অস্বীকাৰ কৰি নিজৰ শক্তি উপলব্ধি
নকৰালৈকে—ছোৱালী প্ৰাপ্তবয়স্কা হৈ নিজৰ স্বামী নিৰ্বাচনত চূড়ান্ত
সিদ্ধান্ত লব পৰা নোহোৱালৈকে পুৰুষকো বিশ্ৰাম কৰিবলৈ নিদি
অবিশ্ৰান্তভাৱে কাম কৰিব পৰা সেই সাহসী তিৰোতাসকল ক'ত আছে
বাৰু?

ইয়ং ইণ্ডিয়া: ৭-১০-২৬

## ( ষোল )

# বাল্যবিবাহৰ ভয়াবহ ৰূপ

বাল্যবিবাহ বিৰোধী সমিতি এখনে বাল্যবিবাহৰ বিষয়ে লাগতিয়াল শিক্ষাপ্ৰদ বুলেটিন এখন প্ৰকাশ কৰিছে। তাৰে প্ৰধান প্ৰধান অনুচ্ছেদবোৰ মই তলত তুলি দিলো ঃ

"১৯৩১ চনৰ পিয়লত ১৫ বছৰৰ কম বয়সতে বিয়া হোৱা ছোৱালীৰ সংখ্যা বয়স-অনুক্ৰমে তলত দিয়া ধৰণে প্ৰকাশ কৰিছে ঃ

| বয়স-ক্ৰম | শতকৰা বিবাহিত |
|---|---|
| ০ ৰপৰা ১ লৈ | ০·৮ |
| ১ ৰপৰা ২ লৈ | ১·২ |
| ২ ৰপৰা ৩ লৈ | ২·০ |
| ৩ ৰপৰা ৪ লৈ | ৪·২ |
| ৪ ৰপৰা ৫ লৈ | ৬·৬ |
| ৫ ৰপৰা ১০ লৈ | ১৯·৩ |
| ১০ ৰপৰা ১৫ লৈ | ৩৮·১ |

এক বছৰৰ কম বয়সৰ ১০০ জনী ছোৱালীৰ ভিতৰত প্ৰায় ১ জনীকৈ ছোৱালীৰ বিয়া হয় আৰু বাকী ১৫ বছৰৰ কম বয়সৰ গোটেইবোৰ বয়স ক্ৰমতে এই ভয়ংকৰ কথাৰ পুনৰাবৃত্তি হয়।

ইয়াৰ পৰিণামত দেশত বিশ্বাস কৰিব নোৱাৰাকৈ বালবিধবাৰ সংখ্যা বৃদ্ধি হৈছে। সংখ্যাবোৰ হ'ল—

| বয়স-ক্ৰম | প্ৰকৃত বিধবাব সংখ্যা |
|---|---|
| ০ ৰপৰা ১ লৈ | ১,৫১৫ |
| ১ ৰপৰা ২ লৈ | ১,৭৮৫ |
| ২ ৰপৰা ৩ লৈ | ৩,৪৮৫ |
| ৩ ৰপৰা ৪ লৈ | ৯,০৭৬ |
| ৪ ৰপৰা ৫ লৈ | ১৫,০১৯ |
| ৫ ৰপৰা ১০ লৈ | ১,০৫,৪৮২ |
| ১০ ৰপৰা ১৫ লৈ | ১,৮৫,৩৩৯ |

বাল্যবিবাহৰ কুফলৰ পৰিণাম সংখ্যানুপাতে কম বুলি কেতিয়াবা কোৱা হয় আৰু এই বাল্যবিবাহব প্ৰথা সকলো ঠাইতে নাই। কিন্তু এই পিয়লত ওলাই পৰা বালবিধবাব সংখ্যা প্ৰকৃত সংখ্যাৰ এশভাগৰ এভাগ হ'লেও জনমঙ্গলকামী ৰাইজ বা চৰকাৰে এই দুখৰ মূল কাৰণটো বোধ কৰিবব কাৰণে এক মুহূৰ্ত্তও বৈ থাকিব নোৱাৰে। এই শিশুবিলাকব বেছি ভাগ ক্ষেত্ৰতে পুনৰ বিবাহ অসম্ভৱ—এই সংসৰ্গত আমি এই কথাটো মনত ৰাখিব লাগিব।

বাল্যবিবাহৰ পৰিণাম স্বৰূপে কম বয়সীয়া ছোৱালীৰ প্ৰসৱৰ সময়ত মৃত্যু হয়। ভাৰতবৰ্ষত বছৰেকত গঢ়ে ২,০০,০০০ গৰাকীৰ মৃত্যু হয়। তাৰ মানে ঘণ্টাত ২০ গৰাকীৰ মৃত্যু হয়। তেৰ বছৰৰ-পৰা ১৯ বছৰৰ ছোৱালীৰ মৃত্যুৰ হাৰ আটাইতকৈ বেছি। চাৰ জন মেগৰ মতে ১,০০০ হেজাৰৰ কম বয়সীয়া মাতৃৰ ভিতৰত ১০০ গৰাকী মাতৃৰ সন্তান জন্ম হোৱাৰ আগতেই মৃত্যু হয়। মাতৃৰ মৃত্যুহাৰৰ সঠিক সংখ্যা পাবলৈ নাই। ভাৰতবৰ্ষত এহেজাৰৰ ভিতৰত ২৪৫ গৰাকীৰ মৃত্যু হয় বুলি ধৰি লোৱা হৈছিল আনহাতে ইংলণ্ডত হেজাৰত ৪৫ গৰাকীৰ মৃত্যু হয়।

বাল্যবিবাহে কেৱল মাকৰহে স্বাস্থ্য যে হানি কৰে এনে নহয়, সন্তানৰ স্বাস্থ্যৰো হানি কৰে আৰু এনেদৰে জাতিৰ ক্ষতি কৰে। জন্ম হোৱা ১,০০০ শিশুৰ ভিতৰত ভাৰতবৰ্ষত গঢ়ে ১৮১ জন শিশুৰ মৃত্যু হয়।

ভাৰতবৰ্ষত কিছুমান এনেকুৱা ঠাই আছে য'ত গড়ে এহেজাৰ শিশুৰ ভিতৰত ৪০০ শিশুৰ মৃত্যু হয়। ইংলণ্ড আৰু জাপানত শিশুৰ মৃত্যুৰ হাৰ হেজাৰত গড়ে যথাক্ৰমে ৬০ আৰু ১২৪। এই দুয়োখন দেশৰ লগত তুলনা কৰিলে ভাৰতবৰ্ষৰ পিছ পৰা অৱস্থাৰ কথা বেছিকৈ চকুত পৰে। ই এটা সঁচাকৈয়ে ভয়ংকৰ সমস্যা। এই বিভীষিকা প্ৰতিৰোধ কৰিব পাৰি। সমাজৰ বিবেকহীনতাৰ কাৰণে কেৱল এই কু-প্ৰথা বাধা নোপোৱাকৈ প্ৰচলিত হৈ আছে।

এই সকলোবোৰ ক্ষেত্ৰত আমাৰ উন্নতি হৈছে যদিও এই উন্নতি অতি ধীৰ গতিৰে হৈছে। এইটো আটাইতকৈ দুখ লগা কথা। উদাহৰণ স্বৰূপে ১৯২১ চনত ১ বছৰৰ তলত ৯,০৬৬ শিশু-ভাৰ্যা আছিল, ১৯৩১ চনত এই সংখ্যা ৪৪,০৮২ হ'লহি। এই বৃদ্ধিৰ হাৰ প্ৰায় পাঁচগুণ—জনসংখ্যাৰ বৃদ্ধিৰ হাৰ দহভাগৰ এভাগ আছিল। ১৯২১ চনত ১ বছৰৰ তলত ৭৫৯ জনী বালবিধবা আছিল আৰু ১৯৩১ চনত এই সংখ্যা ১,৫১৫ হৈছিলগৈ। পিচৰ পিয়ল-সংখ্যাত অতি কম উন্নতি পৰিলক্ষিত হয়। এই কুসংস্কাৰবোৰ প্ৰতিৰোধ কৰিবলৈ লোৱা পদ্ধতিবোৰৰ উন্নতিতকৈ জনসংখ্যা বেছি দ্ৰুতগতিৰে বৃদ্ধি হৈ গৈছে। মানুহক শিক্ষা দিবৰ কাৰণে সক্ৰিয় কাৰ্যবিধি লবৰ অতি আৱশ্যক হৈ পৰিছে। ৰাইজৰ বিবেক আৰু চৰকাৰক এই বিষয়ে সজাগ কৰি দিয়াৰ বাহিৰে ভাৰতৰ নাৰী আন্দোলনৰ আন একো ডাঙৰ কাম থাকিব নোৱাৰে।"

এইবোৰ সংখ্যা দেখি আমি লাজ পোৱা উচিত। কিন্তু এনেদৰে থাকিলে আমি এই কু-প্ৰথা আঁতৰ কৰিব নোৱাৰিম। বাল্যবিবাহ কুসংস্কাৰটো নগৰৰ দৰে গাঁওবিলাকতো বহুলভাৱে আছে। এই কুসংস্কাৰ আঁতৰোৱা কামটো প্ৰধানকৈ তিৰোতাসকলৰ। পুৰুষে নিজৰ কৰিবলগীয়াখিনি নিশ্চয় কৰিব। এই বিষয়ে সন্দেহ নাই। কিন্তু পুৰুষ যেতিয়া পশুত্বৰ পৰ্যায়লৈ যায়, তেতিয়া পুৰুষে যুক্তি-বিচাৰলৈ কৰ্ণপাত নকৰে। মাতৃসকলক তেওঁলোকৰ অধিকাৰখিনিৰ

বিষয়ে বুজাই দিব লাগিব আৰু অসম্মতি-জ্ঞাপন তেওঁলোকৰ এটা কৰ্তব্য বুলি কব লাগিব। তিৰোতাৰ বাহিৰে তিৰোতাক কোনে বাৰু শিক্ষা দিব পাৰিব? সদৌ ভাৰত মহিলা সম্মিলনীয়ে অনুষ্ঠানৰ নামৰ যথাৰ্থ মৰ্যাদা ৰাখিবলৈ গাঁৱত কাম কৰিবলৈ আহিব লাগিব বুলি মই কব খোজোঁ। বুলেটিনবোৰ বৰ লাগতিয়াল। এই বুলেটিনবোৰ নগৰত থকা কেজনমান ইংৰাজী জনা তিৰোতাৰ হাতত হে পৰেগৈ। ব্যক্তিগতভাৱে গাঁৱৰ তিৰোতাসকলৰ সংস্পৰ্শলৈ অহা আৱশ্যক। এই সম্পৰ্ক গঢ়ি উঠিলেও কামটো বৰ সহজ নহব। ফলাফললৈ আশা নকৰি কেতিয়াবা হয়তো এই কাম হাতত লব লাগিব। সদৌ ভাৰত মহিলা সম্মিলনীয়ে সদৌ ভাৰত গ্ৰামীন সভাৰ লগত একে উদ্দেশ্য সাধনৰ কাৰণে কাম কৰিবনে? যিমানেই উপযুক্ত নহওক লাগে গাঁৱত কাম কৰিবলৈ ওলোৱা কোনো কৰ্মীয়ে সমাজ সংস্কাৰ কৰিবৰ কাৰণে গাঁৱৰ মানুহৰ ওচৰলৈ যাব নেলাগে। তেওঁলোকে গাঁৱলীয়া জীৱনৰ সকলো ক্ষেত্ৰতে কাম কৰিব লাগে। মই আকৌ কব লাগিব যে গাঁৱত কাম কৰিবলৈ প্ৰকৃত শিক্ষা লাগিব। লিখিব-পঢ়িব জানিলেই প্ৰকৃত শিক্ষা নহয়, মানুহ হিচাপে চিন্তাশীল ব্যক্তিৰ উপযোগীকৈ প্ৰকৃত জীৱনধাৰণ কৰিবৰ কাৰণে গাঁৱৰ মানুহৰ মনবোৰ মুকলি কৰিব লাগিব।

**হৰিজন:** ১৬-১১-৩৫

( সোতৰ )

## পণপ্ৰথা আৰু বাল্যবিবাহ দুয়োটা বৰ্জন কৰিব লাগিব

**প্ৰশ্ন:**— নমঃশূদ্ৰ ছোৱালীবোৰৰ সাধাৰণতে ১২।১৩ বছৰতে বিয়া হয়। আগতে ৮।৯ বছৰতে বিয়া হৈছিল। দৰাই কন্যাৰ কাৰণে

১৫০ টকা দিবলগীয়া হয়। সাধাৰণতে দৰা-কন্যাৰ বয়সৰ ব্যৱধান গড় হিচাপে ১২।১৫ বছৰ হয়। ইয়াৰ ফলত নমঃশূদ্ৰ সমাজত বিধবাৰ সংখ্যা সৰহ। এই সমাজৰ এটা সম্প্ৰদায়ত বিধবা বিবাহৰ প্ৰচলন আছে। কিন্তু উচ্চ সম্প্ৰদায় বুলি ভবা এটা শ্ৰেণীক অনুকৰণ কৰি এই সম্প্ৰদায়ে এই পদ্ধতি উঠাই দিছে। বাল্যবিবাহ আৰু বিধবা বিবাহ সম্পৰ্কে আপোনাৰ উপদেশ কি ?

উত্তৰ ঃ – প্ৰশ্নটো চাই গান্ধীজীয়ে এই বিষয়ে তেখেতৰ মত স্পষ্ট হৈ আছে বুলি কৈছিল। প্ৰথমতে, বালবিধবা হবলৈ কোনো সুবিধা থাকিব নেলাগিব। গান্ধীজী বাল্যবিবাহৰ বিৰোধী। এই বেয়া নিয়মটো খুব সম্ভৱ দুৰ্ভাগ্যবশতঃ নমঃশূদ্ৰসকলে তথাকথিত উচ্চশ্ৰেণীৰপৰা অনুকৰণ কৰিছে।

গান্ধীজী পণপ্ৰথাৰো বিৰোধী। ছোৱালী বিক্ৰি কৰি দিয়াৰ বাহিৰে পণপ্ৰথা আৰু আন একো নহয়। নমঃশূদ্ৰ সম্প্ৰদায়ৰ মাজতো জাতি বিচাৰ থকাটো দুখৰ কথা। গান্ধীজীয়ে তেওঁলোকৰ মাজত থকা জাতিভেদ গুচাবৰ কাৰণে বৰকৈ উপদেশ দিয়ে। সকলো প্ৰকাৰৰ জাতিভেদ নাইকিয়া হৈ যাব লাগিব বুলি গান্ধীজীয়ে কৈছে। এটা জাতি মাথোঁ থাকিব - সেই জাতি হব 'ভাঙ্গি' জাতি। সকলো হিন্দুৱে নিজকে 'ভাঙ্গি' বুলি চিনাকি দিবলৈ গৌৰৱ অনুভৱ কৰিব লাগিব। নমঃশূদ্ৰৰ বেলিকাও এই কথাটো খাটে। গান্ধীজীয়ে প্ৰায়েই কৈ থকা এই কথাখিনি নমঃশূদ্ৰসকলে মনত ৰখা উচিত।

বাল্যবিবাহ প্ৰথা গুচাব পাৰিলে বালবিধবাৰ সংখ্যা স্বাভাৱিকতে কমি যাব। গান্ধীজীয়ে সাধাৰণতে প্ৰত্যেক পুৰুষৰ জীৱনত এগৰাকী মাথোঁ ভাৰ্যা থাকিব লাগে বুলি ভাবে আৰু নাৰীৰ জীৱনৰ কাৰণে এজন মাথোঁ স্বামী থাকিব লাগে বুলি ভাবে। আচাৰ-নীতি-নিয়ম আদিয়ে উচ্চশ্ৰেণীৰ তিৰোতাৰ মাজত জোৰ কৰি বৈধব্য প্ৰথা জাপি দিছে। পুৰুষৰ ক্ষেত্ৰত এই নিয়ম বিপৰীত ধৰণৰ হৈছে। গান্ধীজীয়ে এইটো বৰ লাজৰ কথা বুলি কৈছে। কিন্তু সমাজখনৰ দুখলগা অৱস্থা চাই

কম বয়সতে হোৱা সকলো বিধবাৰ পুনৰ বিবাহ হব লাগে বুলি তেখেতে কয়। তেখেতে স্ত্রী, পুৰুষ দুয়োৰে সমানাধিকাৰত বিশ্বাস কৰে—সেই কাৰণে পুৰুষৰ যি অধিকাৰ আছে তিৰোতাৰো সেই অধিকাৰ থাকিব লাগে বুলি গান্ধীজীয়ে ভাবে।

পদযাত্ৰা দিনপঞ্জীৰপৰা

হৰিজন : ১৬-৩ ৪৭

( ওঠৰ )

## এজন ডেকাৰ কৰ্তব্যবিমূঢ়তা

এজন পতিদাৰ ডেকাই লিখিছে :

"এই বছৰতে মোৰ মা-দেউতাই মোৰ বিয়া পাতিব খুজিছে আৰু তেখেতসকলৰ ইচ্ছা পালন কৰিবৰ কাৰণে মোক বৰকৈ কৈ আছে। আমাৰ সম্প্ৰদায়ত 'চটা' বুলি প্ৰচলিত এটা নিয়ম মানি নচলিলে কোনেও বিয়া কৰিবৰ কাৰণে ছোৱালী পাব নোৱাৰে। 'চটা' নিয়ম-মতে পৰিয়ালৰ এজনা ছোৱালীক বিয়াৰ বিনিময়ত দক্ষিণা স্বৰূপে বিয়া দিব লাগে। আমাৰ সমাজত বাল্যবিবাহ হয়—মোৰ ক্ষেত্ৰতো ন বা দহ বছৰৰ ছোৱালীয়েই পাম আৰু এই ছোৱালী 'চটা' নিয়ম মানি চলিলেহে পাব পাৰিম। এই বছৰতে এই সুবিধা হেৰুৱালে পিচত এই ছোৱালীকো নেপাম বুলি দেউতাই কৈছে। বিয়া নকৰাওঁ বুলি ক'লে মায়ে কান্দি-কাটি পৰিয়ালৰ অশান্তিৰ সীমা নোহোৱা কৰে। মই ২২ বছৰীয়া এজন পতিদাৰ ডেকা। মোৰ মা-দেউতাই মোক বিধবা বা সম্প্ৰদায়ৰ বাহিৰৰ ছোৱালী বিয়া কৰাবলৈ নিদিয়ে—এই অৱস্থাত মই কি কৰিম ?"

এই পতিদাৰ যুৱকজনৰ দৰে দোমোজাত থকা বহুতো যুৱকৰ কথা মই জানো। আমাৰ শাস্ত্ৰ অনুসৰি ১৬ বছৰতকৈ ডাঙৰ লৰাক মাক-দেউতাকে বিশ্বাসযোগ্য বন্ধু বুলি জ্ঞান কৰিব লাগে—শিশু বুলি ভাবি বল-প্ৰয়োগ কৰি কথা শুনাব পাৰিব বুলি ভাবিব নেলাগে। কিন্তু আমাৰ দেশৰ কিছুমান মাক-দেউতাকে ডাঙৰ ল'ৰা-ছোৱালীবোৰেও তেখেত-সকলৰ প্ৰতিটো ইচ্ছা মানি চলিব লাগিব বুলি ভাবে—বিশেষকৈ বিয়াবাৰুৰ কথাত—যেন ল'ৰা-ছোৱালীৰ এই বিষয়ত নিজৰ ইচ্ছা একো থাকিবই নোৱাৰে। ল'ৰাৰ ক্ষেত্ৰতে মাক-দেউতাকৰ মনোবৃত্তি এনেকুৱা হলে ছোৱালীৰ অৱস্থা সহজতে অনুমান কৰিব পাৰি। এনেকুৱা অৱস্থাত ল'ৰা-ছোৱালীয়ে দেউতাক-মাকৰ ক্ৰোধলৈ ভয় কৰিব নেলাগে। তেওঁলোকৰ ই এটা ধৰ্মমূলক কৰ্তব্য। ল'ৰা-ছোৱালীয়ে ন্যায় আৰু শুদ্ধ বুলি ভবা মত এটা পূৰ্ণ দৃঢ়তাৰে আকোৰগোজ মনোবৃত্তিৰে ধৰি থাকিলে দেউতাক-মাকে আপত্তি কৰি বেছি জটিলতাৰ সৃষ্টি নকৰে। ল'ৰা-ছোৱালীৰ মত কোনোমতে সলনি কৰিব নোৱাৰি বুলি জানিলে তেখেত-সকলে ল'ৰা-ছোৱালীৰ কথাকে মানি লয়। তেখেতসকলে কৈ কৈ ল'ৰা-ছোৱালীক তেখেতসকলৰ মতলৈ আনিব পাৰিব বুলি আশা কৰে - সেইকাৰণে তেখেতসকলে নিজৰ মতত জোৰ দিয়ে। এই আশা ভঙ্গ হলে জোৰ কৰা অৰ্থহীন বুলি ভাবি তেখেতসকলে কৰলৈ এৰি দিয়ে। মোলৈ চিঠি লিখা ডেকাজন 'চটা' নিয়ম মানি লৈ সৰু ছোৱালী বিয়া কৰাবলৈ অমান্তি হৈ ঘৰুৱা অশান্তি কৰা কাৰণে ব্যতিব্যস্ত হব নেলাগে। আৱশ্যকীয় বাধা-নিষেধ মানি তেওঁ সম্প্ৰদায়ৰ বাহিৰত বা বিধবা বিবাহ কৰোৱা এটা ধৰ্ম বুলি মানিব লাগিব।

**ইয়ং ইণ্ডিয়া: ১১-৪-২৯**

## ( উনৈশ )

# এজন ছাত্ৰৰ অসুবিধা

এজন ছাত্ৰই সুধিছে ঃ

"দুৰ্ভাগ্যবশতঃ দুই-তিনিটা ল'ৰা-ছোৱালীৰ বাপেক হৈ মেট্ৰিক পাছ বা নিম্নস্নাতক ডেকা এজনে জীৱিকাৰ কাৰণে কি কৰিব পাৰে? ইচ্ছাৰ বিৰুদ্ধে ২৫ বছৰৰ বয়স হোৱাৰ আগতে ডেকা-জনক বলেৰে বিয়া কৰাবলৈ বাধ্য কৰিলে ডেকাজনে কি কৰিব?"

এই প্ৰশ্নটোৰ এটা অতি সহজ উত্তৰ মোৰ মনলৈ আহিছে। যি ছাত্ৰৰ নিজৰ ভাৰ্যা-পুত্ৰক ভৰণ-পোষণ কৰিবলৈ শক্তি নাই—যি নিজৰ ইচ্ছাৰ বিৰুদ্ধে বিয়া কৰায় সেই ছাত্ৰৰ শিক্ষা অৰ্থহীন। কিন্তু ছাত্ৰজনৰ এইবোৰ হৈ যোৱা কথা। হতবুদ্ধি ছাত্ৰজনক এটা কামত অহা উত্তৰ দিব লাগিব। তেওঁক কি লাগে সেই কথা তেওঁ কোৱা নাই। তেওঁ নিজকে মেট্ৰিক পাচ বুলি ঢোল পিতি নেথাকি নিজকে সাধাৰণ বনুৱাৰ পৰ্যায়লৈ নমাই আনিলে জীৱিকাৰ কাৰণে তেওঁৰ একো অসুবিধা হব নেলাগে। তেওঁৰ বুদ্ধিখিনি তেওঁৰ কামত আহিব আৰু যিবিলাক বনুৱাই নিজৰ বুদ্ধিৰ উৎকৰ্ষ সাধনৰ সুবিধা লাভ কৰা নাই সেই বনুৱাতকৈ তেওঁ ভালকৈ কাম কৰিব পাৰিব। যিবিলাক বনুৱাই ইংৰাজী শিক্ষা পোৱা নাই সেই বনুৱাবিলাকৰ বুদ্ধি নাই বুলি মই কব খোজা নাই। দুৰ্ভাগ্যবশতঃ বনুৱাসকলে তেওঁলোকৰ মনৰ উৎকৰ্ষ সাধনৰ কাৰণে একো সুবিধা নেপায়। পৃথিৱীৰ কোনো ঠাইতে নথকা কিছুমান প্ৰতিবন্ধকতাৰ মাজত শিক্ষা পাবলগীয়া হলেও স্কুলত পঢ়া ল'ৰাৰ মনবোৰ অলপতে মুকলি হয়। এই মানসিক শক্তিত আকৌ স্কুল-কলেজত আহৰণ কৰা মিছা সন্মানবোধে বিৰুদ্ধ প্ৰভাৱ বিস্তাৰ কৰে। সেইকাৰণে ছাত্ৰই কলম পিহিহে কেৱল জীৱিকা অৰ্জন কৰিব

পাৰি বুলি ভাবি লয়। অনুসন্ধানকাৰী ছাত্ৰজনে শ্ৰমৰ মৰ্যাদা উপলব্ধি কৰিব লাগিব আৰু শ্ৰমৰ দ্বাৰা তেওঁৰ পৰিয়ালৰ ভৰণ-পোষণৰ বাট বিচাৰি লব লাগিব।

তেওঁৰ ভাৰ্য্যাই আজৰি সময়খিনি কামত খটুৱাই পৰিয়ালৰ আয় বৃদ্ধি কৰিব পাৰে। তেনেকৈ কাম কৰিব পৰা ল'ৰা-ছোৱালীকো উৎপাদন-মূলক কামত প্ৰয়োগ কৰিব লাগে। মানুহৰ বুদ্ধিৰ বিকাশ কেৱল কিতাপৰ যোগেদি হয় বুলি ভৱা একেবাৰে ভুল। মানসিক উৎকৰ্ষতা অতি সোনকালে বিজ্ঞানসম্মতভাৱে শিকা কাৰিকৰী বিদ্যাৰপৰা হব পাৰে বুলি মানুহে জনা উচিত। শিকোতাজনক প্ৰত্যেকটো কামৰ অগ্ৰসৰৰ লগে লগে হাত আৰু সঁজুলিৰ বিশেষ প্ৰয়োগৰ প্ৰয়োজনীয়তাৰ কথা বুজাই দিলে মনৰ প্ৰকৃত বিকাশ আৰম্ভ হয়। ছাত্ৰই নিজকে সাধাৰণ শ্ৰমিক বুলি ভাবি ললে ছাত্ৰৰ মাজৰ নিবনুৱা সমস্যা সহজতে সমাধান কৰিব পাৰি।

নিজৰ ইচ্ছাৰ বিৰুদ্ধে বিয়া কৰাবলৈ বাধ্য কৰালে বাধা দিবৰ কাৰণে ছাত্ৰৰ যথেষ্ট মনোবল থাকিব লাগিব। ছাত্ৰই নিজৰ ভৰিত থিয় হবলৈ শিকা উচিত। ইচ্ছাৰ বিৰুদ্ধে কিবা কৰিবলৈ কলে তাৰ প্ৰতিবাদ কৰিব লাগে। ইচ্ছাৰ বিৰুদ্ধে বিয়া কৰাবলৈ কোৱা প্ৰচেষ্টাত এনে প্ৰতিবাদ অতি আৱশ্যকীয়।

**হৰিজন :** ৯-১-৩৭

## ( বিশ )

## ছাত্ৰৰ প্ৰতি

" 'হৰিজন' কাকতত যোৱা ৯ জানুৱাৰী তাৰিখে প্ৰকাশিত 'ছাত্ৰৰ অসুবিধা' বোলা টোকাটো পঢ়ি আপোনাৰ বিবেচনাৰ কাৰণে তলৰ কথাখিনি অতি বিনয় সহকাৰে জ্ঞাপন কৰিলোঁ।

আপুনি ছাত্ৰজনৰ প্ৰতি ন্যায় বিচাৰ কৰা নাই বুলি মই ভাবোঁ। এই সমস্যাটো সহজে সমাধান কৰিব নোৱাৰি। ছাত্ৰজনে কৰা প্ৰশ্নটোৰ উত্তৰ অস্পষ্ট আৰু বিশেষত্বহীন সাধাৰণ ধৰণৰ হৈছে। সম্মানবোধৰ মিছা ধাৰণা ত্যাগ কৰি ছাত্ৰসকলক আপুনি সাধাৰণ শ্ৰমিকৰ শাৰীলৈ আহিবলৈ কৈছে। এনে ধৰণৰ সচৰাচৰ কৈ থকা কথাবোৰে আমাক বৰ সহায় নকৰে আৰু আপোনাৰ দৰে অতি উচ্চ পৰ্যায়ৰ বাস্তৱবাদী মানুহজনৰ কাৰণে এই উক্তি উপযোগী হোৱা নাই।

এই সমস্যাটো অনুগ্ৰহকৈ দকৈ বিবেচনা কৰে যেন আৰু তলৰ ঘটনাৰ প্ৰতি সঙ্গতি ৰাখি ইযাৰ এটা বিশদ বাস্তৱধৰ্মী বোধগম্য উত্তৰ দিব বুলি আশা কৰিলো।

মই লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ (প্ৰাচীন ভাৰত বুৰঞ্জীৰ) ছাত্ৰ। মোৰ বয়স ২১ বছৰ। মোৰ বিদ্যাৰ প্ৰতি অনুৰাগ আছে আৰু মোৰ জীৱন পাতি যিমানদূৰ পাৰোঁ সিমানখিনি বিদ্যা অৰ্জন কৰি লবৰ মন। আপোনাৰ জীৱনাদৰ্শৰ পৰীক্ষাৰ দ্বাৰাও মই অনুপ্ৰাণিত হৈছো। এমাহৰ ভিতৰতে এম এ মহলাৰ শেষ পৰীক্ষা দিলে মোৰ শিক্ষা সাং হব আৰু মই জীৱনত প্ৰৱেশ কৰিব লাগিব বুলি কৈছে।

ভাৰ্যাৰ বাহিৰেও ভৰণ-পোষণৰ দায়িত্ব লবৰ কাৰণে মোৰ ৪ জন ভাই (তাৰে এজনৰ বিয়া হৈছে), ২ জনী ভনী (১২ বছৰৰ তলৰ) আৰু মা-দেউতা আছে। আমাৰ ধন-সম্পত্তি নাই, মাটিবাৰীও অতি সামান্য পৰিমাণৰহে আছে।

ভাই-ভনীৰ শিক্ষাৰ কাৰণে মই কি কৰিব পাৰোঁ? ভনী-কেইজনীকো যিমান সোনকালে পাৰোঁ বিয়া দিব লাগিব। ভাত-কাপোৰৰ দিহা বাৰু কেনেকৈ কৰা যায়?

তথাকথিত জীৱনৰ মানদণ্ড বোলা কথাষাৰ মই বৰ ভাল নেপাওঁ। জীৱন নিৰ্বাহ কৰিবৰ কাৰণে মোক সুস্থ পৰিবেশ লাগে। মোৰ কাৰণে আৰু মোৰ তত্বাৱধানত থকাসকলৰ কাৰণে বিপদ-আপদ আহিলে

সন্মুখীন হ'ব পৰাকৈ অলপ সঞ্চয় কৰি দুবেলা দুমুঠি পুষ্টিকৰ খাদ্য আৰু পৰিপাটিকৈ থাকিবলৈ অলপ কাপোৰ হলেই যথেষ্ট।

মই মিতব্যয়ী হৈ সাধু জীৱন যাপন কৰিব খোজোঁ। মই টকা-পইচা ধাৰলৈ দি সুদ লৈ বা অন্য উপায়েৰে উপাৰ্জন কৰিব নোখোজোঁ। দেশহিতকৰ কাম কৰিবৰ মোৰ অভিলাষ আছে। ওপৰত উল্লেখ কৰা আপোনাৰ টোকাত লিখা কথাবোৰ মোৰ সাধ্যানুসৰি পালন কৰিবলৈ মই ইচ্ছা কৰোঁ।

কিন্তু মই কি কৰিব লাগিব নেজানো। ক'ৰপৰা মই আৰম্ভ কৰিম? মোৰ বিদ্যা হৈছে পুথিগত আৰু তথ্যগত। কেতিয়াবা মই আপোনাৰ অতি প্ৰিয় মহৌষধ সূতাকটাৰ কথা ভাবোঁ। কেনেকৈ সূতা কাটিবলৈ শিকিব পাৰি বা কটা সূতাখিনিৰে কি কৰিব পাৰি সেই কথাবোৰৰ বিষয়ে মই একো নেজানো।

মোৰ এনেকুৱা অৱস্থাত আপুনি মোক জন্মনিৰোধ ব্যৱস্থা লবলৈ উপদেশ দিবনেকি? মই আত্মসংযম আৰু ব্ৰহ্মচৰ্যাশ্ৰমক বিশ্বাস কৰোঁ বুলি নিশ্চিতভাৱে কব পাৰোঁ। কিন্তু ব্ৰহ্মচাৰী হবলৈ মোক অলপ সময় লাগিব। মোৰ ঈপ্সিত আত্মসংযম লাভ কৰিব নোৱাৰালৈকে মই যদি কৃত্ৰিম জন্মনিৰোধ ব্যৱস্থা গ্ৰহণ নকৰোঁ মোৰ ল'ৰা-ছোৱালী হবৰ শংকা আছে আৰু ল'ৰা-ছোৱালী হলে মই মোৰ পৰিয়াললৈ অৰ্থনৈতিক বিপৰ্যয় মাতি অনাৰ দৰে হব। তদুপৰি মোৰ পত্নীৰ সুস্থ আবেগিক জীৱনৰ কাৰণে কঠোৰ আত্মসংযমৰ জীৱন আৰোপ কৰা উচিত নহব বুলি মই ভাবোঁ। স্বাভাৱিক পুৰুষ-মহিলাৰ জীৱনত যৌনাবেগৰ নিজস্ব স্থান আছে। মই ইয়াৰ ব্যতিক্ৰম নহয়—মোৰ ভাৰ্যা তো একেবাৰেই নহয়, কাৰণ ব্ৰহ্মচৰ্য আৰু আত্মসংযমী জীৱনৰ বিষয়ে লিখা আপোনাৰ মহান লেখনী পঢ়িবলৈ তেওঁৰ মানসিক বুদ্ধি আৰু শকতি নাই।

এই চিঠিখন অলপ দীঘলীয়া হ'ল কাৰণে বেয়া লাগিছে। স্পষ্টকৈ মোৰ কথা বুজাব নোৱাৰিম বুলি মই চমুকৈ লিখিব খোজা নাই।

এই চিঠিখন আপুনি যেনেদৰে ব্যৱহাৰ কৰিব খোজে কৰিব পাৰিব।”

এই চিঠিখন ফেব্ৰুৱাৰী মাহৰ শেহভাগত পাইছিলোঁ। যদিও এই চিঠিখনৰ উত্তৰ মই এতিয়াহে দিবলৈ ওলাইছোঁ। এই চিঠিখনে অতি গুৰুত্বপূৰ্ণ সমস্যা এটা উত্থাপন কৰিছে। প্ৰত্যেকটো কথাৰ কাৰণে ‘হৰিজন’ৰ দুটা স্তম্ভ যথেষ্ট নহয়। মই চমুকৈ উত্তৰ দিব লাগিব।

ছাত্ৰজনে উল্লেখ কৰা অসুবিধাবোৰ দেখাত অতি ভয়ংকৰ যেন লাগে। কিন্তু এই অসুবিধাবোৰ ছাত্ৰজনে নিজেই সৃষ্টি কৰি লৈছে। এই অসুবিধাসমূহৰ উল্লেখে তেওঁৰ পদ-মৰ্যাদা, ডিগ্ৰী আৰু আমাৰ শিক্ষা-পদ্ধতি ভুৱা বুলি প্ৰমাণ কৰিছে। এই শিক্ষা-পদ্ধতিয়ে শিক্ষাক টকা-পইচাত পৰিণত কৰিব পৰা ব্যৱসায়ৰ সামগ্ৰীত পৰিণত কৰিছে। শিক্ষাৰ উদ্দেশ্য মহৎ বুলি মই ভাবোঁ। ছাত্ৰজনে নিজকে লাখ লাখ মানুহৰে এজন বুলি ভাবি ললে দেখিব যে তেওঁৰ বয়সৰ বহুতো মানুহে ডিগ্ৰী পাই তেওঁ কৰিবলগীয়া কামখিনি কৰিব নোৱাৰিব। তেখেতে উল্লেখ কৰা পৰিয়ালৰ সকলোৰে ভৰণ-পোষণৰ দায়িত্ব তেওঁ কিয়নো লব লাগে? সুস্থ দেহৰ প্ৰাপ্তবয়স্কসকলে নিজৰ ভৰণ-পোষণৰ কাৰণে কিয় কষ্ট কৰিব নোৱাৰিব? এজনৰ ওপৰতে বহুতে খাই থকা উচিত নহয়।

অসুবিধাবোৰ আঁতৰ কৰিবলৈ হলে ছাত্ৰজনে আগতে শিকি অহা বহুতো কথা এৰিব লাগিব। শিক্ষাৰ ধাৰণা তেওঁ সলাব লাগিব। তেওঁৰ ভনীকেইগৰাকীয়ে তেওঁৰ দৰে ব্যয়বহুল শিক্ষা লব নেলাগে। বিজ্ঞানসন্মতভাৱে হাতৰ কাম শিকিলে তেওঁলোকৰ বুদ্ধিৰ উৎকৰ্ষ সাধন কৰিব পাৰিব। হাতৰ কাম শিকিবলৈ ললে তেওঁলোকৰ দেহৰ শ্ৰীবৃদ্ধিৰ লগে লগে মনৰো বিকাশ হব। নিজকে শোষণকাৰী বুলি নেভাবি মানৱতাৰ দাস বুলি ভাবিবলৈ শিকিলে তেওঁলোকৰ অন্তৰৰ লগতে আত্মাৰো বিকাশ হব। ভাই-ককাইৰ লগত অন্নসংগ্ৰহকাৰী ৰূপে তেওঁলোকে সমানে উপাৰ্জন কৰিব।

চিঠিত উল্লেখ কৰা ভনীয়েককেগৰাকীৰ বিয়াৰ বিষয়েও ইয়াতে আলোচনা কৰোঁ। "যিমান সোনকালে পৰা যায় বিয়া দিব লাগিব" বোলা কথাষাৰৰ অৰ্থ মই বুজিব পৰা নাই। তেওঁলোকৰ বয়স বিশ বছৰ নোহোৱালৈকে কেতিয়াও বিয়া দিব নেলাগে। বহুত পিচৰ কথা আগতে ভাবি লাভ নাই। ছাত্ৰজনে তেওঁৰ গোটেই জীৱনৰ আঁচনিখন পুনৰ বিবেচনা কৰি ললে তেওঁ তেওঁৰ ভনীয়েককেগৰাকীক তেওঁলোকৰ জীৱনসঙ্গী নিজেই নিৰ্বাচন কৰি লবলৈ দিব। বিবাহ উৎসৱত পাঁচ টকাতকৈ বেছি খৰচ হব নেলাগে। মই এনেকুৱা ধৰণৰ বহুতো বিবাহ উৎসৱত যোগদান কৰিছো। এই বিবাহবোৰৰ দৰা আৰু পৰিয়ালৰ বয়োজ্যেষ্ঠ লোকসকল শিক্ষিত অৱস্থাপন্ন ঘৰৰ।

সূতাকটাৰ শিক্ষা ক'ত কেনেকৈ লব পাৰি ছাত্ৰজনে নেজানে কাৰণে অসহায় বোধ কৰিছে। এইটো বৰ দুখৰ কথা। ভালদৰে অনুসন্ধান কৰিলে লক্ষ্ণৌত সূতাকটা শিকাবৰ কাৰণে ডেকা ল'ৰা পাব। আজিকালি সূতাকটা কামে গ্ৰাম্যমুখী মনৰ পুৰুষ বা মহিলাক পূৰ্ণভাৱে নিয়োগ কৰি জীৱিকা অৰ্জন কৰিব পৰা কৰিছে যদিও ছাত্ৰজনে সূতাকটাত নিজকে আবদ্ধকৈ নেৰাখিলেও হব। আশা কৰোঁ ছাত্ৰজনে কি কৰা উচিত মই ভালদৰে বুজাই দিব পাৰিছো।

এতিয়া জন্মনিৰোধ ব্যৱস্থাৰ কথালৈ আহোঁ। এই ক্ষেত্ৰত দেখুওৱা অসুবিধাবোৰ কল্পনাপ্ৰসূত। তেওঁ তেওঁৰ ভাৰ্যাৰ বুদ্ধি কম বুলি ভাবি ভুল কৰিছে। তেওঁৰ ভাৰ্যা যদি সৰ্বসাধাৰণ তিৰোতাৰ দৰে হয় তেন্তে তেওঁ তেওঁৰ আত্মসংযমৰ কথাত ভালকৈ সঁহাৰি দিব পাৰিব বুলি মই নিঃসন্দেহে কব পাৰোঁ। নিজে সত্যাত থাকি নিজৰ ভিতৰতে সেই আত্মসংযম আছেনে নাই নিজকে প্ৰশ্ন কৰি চাব লাগে। মোৰ হাতত থকা সকলো প্ৰমাণে তিৰোতাতকৈ পুৰুষৰ আত্মসংযমৰ অভাৱ বেছি বুলি কয়। কিন্তু তেওঁৰ নিজৰ সংযম পালন কৰিবলৈ সমৰ্থ কম বুলি ভবাৰ আৱশ্যক নাই। ডাঙৰ পৰিয়ালৰ সম্ভাৱনাক তেওঁ পুৰুষৰ দৰে সমুখীন হব লাগিব আৰু

এই পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে উত্তম উপায় উলিয়াব লাগিব। লাখ লাখ মানুহে জন্মনিৰোধ ব্যৱস্থাৰ কথা একোৱেই নেজানে—হেজাৰজনমানে এই ব্যৱস্থাৰ কথা জানে মাত্ৰ। অবাঞ্ছিত হলেও লাখ লাখ মানুহে সন্তান জন্ম দিবলৈ ভয় নকৰে। নিজৰ কামৰ পৰিণামৰ সন্মুখীন হবলৈ অস্বীকাৰ কৰা কাপুৰুষৰ কথা। জন্মনিৰোধ ব্যৱস্থা লোৱাসকলে আত্মসংযমৰ মহিমা বুজি নেপায়। তেওঁলোকৰ কাৰণে আত্মসংযমৰ আৱশ্যক নাই। জন্মনিৰোধ ব্যৱস্থা লোৱা অসংযমী জীৱনে নৰ-নাৰীৰ জীৱনী-শক্তি শুহি পেলায়। নাৰীতকৈ পুৰুষৰ বেছি অনিষ্ট হয়। অন্যায়ৰ সৈতে যুদ্ধ কৰিবলৈ অস্বীকাৰ কৰা পুৰুষোচিত কাৰ্য নহয়। অবাঞ্ছিত সন্তানৰ হাত সাৰিবৰ কাৰণে আত্মসংযম হৈছে একমাত্ৰ নিশ্চিত সন্মানজনক উপায় বুলি মোলৈ চিঠি লিখা ছাত্ৰজনে যেন উপলব্ধি কৰে। তেওঁ তেওঁৰ প্ৰচেষ্টাত এশবাৰ বিফল হলেও একো ক্ষতি নহয়। সংগ্ৰামতে আনন্দ পোৱা যায়—ফলদাতা কৃপাময় পৰমেশ্বৰ।

হৰিজন. ১৭-৪-৩৭

( একৈশ )

## এজন ডেকাৰ কৰ্তব্যবিমূঢ়তা

প্ৰশ্ন : -মই ২২ বছৰীয়া এজন ডেকা। দেউতাৰ ইচ্ছা অনুসৰি বিয়া কৰাব নুখুজিলে ন্যায়সঙ্গত হবনে ?

উত্তৰ :—শাস্ত্ৰ অনুসাৰে আৰু যুক্তি অনুসাৰেও ১৬ বছৰ বয়সত ল'ৰা-ছোৱালীয়ে ভাল-বেয়া বিচাৰ কৰিব পৰা হয়। তেওঁলোক তেতিয়া মাক-দেউতাকৰ বন্ধুতুল্য হৈ পৰে আৰু মাক-দেউতাকে অভিভাৱকত্বৰ দায়িত্বৰপৰা মুক্তি পায়। ল'ৰা-ছোৱালীয়ে তথাপি দেউতাক-মাকৰ

সেতে পৰামৰ্শ কৰিব লাগে আৰু পাৰিলে দেউতাক-মাকৰ ইচ্ছা মানি চলিব লাগে। আপুনি যদি প্ৰাপ্তবয়স্ক হৈছে, বিয়াৰ দৰে অতি গুৰুত্বপূৰ্ণ কথা এটাত আপোনাৰ মন নেথাকিলে আৰু বিয়া নকৰোৱাৰ প্ৰকৃত যুক্তি থাকিলে শ্ৰদ্ধাপূৰ্ণভাৱে বিয়া কৰাবলৈ অস্বীকাৰ কৰিব পাৰে।

হৰিজন : ৯-৩-৪০

## ( বাইশ )

## বলেৰে দিয়া বিয়া

এগৰাকী ভগিনীয়ে লিখিছে :

প্ৰশ্ন :—বিয়া কৰাবলৈ অনিচ্ছা প্ৰকাশ কৰা ছোৱালী এজনীক মাক-দেউতাকে সেইটো কাৰণতেই ঘৰ এৰি যাবলৈ তাইক কলে তাই কলৈ যাব? নিজৰ জীৱিকা অৰ্জনৰ কাৰণে যদি তাই যথেষ্ট শিক্ষা পোৱা নাই, কাৰ আশ্ৰয় তাই বিচাৰিব?

উত্তৰ :-প্ৰশ্নটো পঢ়িলে দুখ লাগে। ছোৱালীক জোৰ কৰি বিয়া দিব খুজি মাক-দেউতাকে ভুল কৰিছে। ছোৱালীক নিজৰ জীৱিকাৰ্জন কৰিবলৈ অনুপযুক্ত কৰি ৰখাও ভুল। বিয়া কৰাবলৈ অস্বীকাৰ কৰিলে ছোৱালীক ঘৰৰপৰা উলিয়াই দিবৰ মাক-দেউতাকৰ কোনো স্বত্ব নাই। এনেকুৱা নিষ্ঠুৰ মাক-দেউতাক যেন নেথাকে। ছোৱালী-জনীয়ে কোনো কাম সন্মান হানিকৰ বুলি ভাবিব নেলাগে। ঘৰ সৰা, আবৰ্জনা পেলোৱা কামকো নীচ কাম বুলি যেন ছোৱালীজনীয়ে নেভাবে। এয়ে মোৰ ছোৱালীজনীলৈ উপদেশ। তিৰোতাই আশ্ৰয়ৰ কাৰণে পুৰুষৰ মুখাপেক্ষী হব নেলাগে। তিৰোতাই প্ৰাচীন কালৰ দ্ৰৌপদীৰ দৰে নিজৰ শক্তি, চৰিত্ৰৰ পবিত্ৰতা আৰু ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব।

নতুন দিল্লী : ৬-৯-৪৬

হৰিজন : ১৫-৯-৪৬

## ( তেইশ )

# নৈতিক কৰ্তব্যবিমূঢ়তা

এজন বন্ধুৱে লিখিছে :

"প্ৰায় আঢ়ৈ বছৰৰ আগতে আমাৰ নগৰখনত এটা সামাজিক বিপদ ঘটিছিল। বৈশ্য ভদ্ৰলোক এজনৰ ১৬ বছৰীয়া ছোৱালী এজনী আছিল। সেই ছোৱালীজনীৰ একে নগৰতে কলেজত পঢ়া এজন একৈশ বছৰীয়া মোমায়েক আছিল। তেওঁলোকৰ মাজত গোপনে প্ৰণয় হয়। ছোৱালীজনী অন্তঃসত্বা হ'ল। কথাটো জনাজাত হোৱাত প্ৰেমিক-প্ৰেমিকাই বিহ খাই আত্মহত্যা কৰিলে। ছোৱালীজনীৰ তৎক্ষণাৎ মৃত্যু হ'ল। ল'ৰাজনৰ কেইদিনমানৰ পিচত হস্পিতালত মৃত্যু হ'ল। ঘটনাটোৱে সমাজত ধুমুহাবহে যেন সৃষ্টি কৰিলে। মানুহে বু-বু বা-বা কৰাৰ ফলত দুৰ্ভগীয়া ছোৱালীজনীৰ শোকবিহ্বল মাক-দেউতাকৰ নগৰত থকা অসম্ভৱ হৈ পৰিল। সময়ৰ সোঁতত সকলো শাম কাটিলে কিন্তু ঘটনাটো এতিয়াও মানুহৰ মনত আছে। এনেকুৱা ধৰণৰ কথা ওলালেই এই ঘটনাৰ কথাটো ওলায়। তুমুল বাক-বিতণ্ডা হৈ থকা সময়ত এই দুৰ্ভগীয়া প্ৰেমিক-প্ৰেমিকা দুজনৰ প্ৰতি কোনোৱেই দয়াপৰবশ নাছিল। মই প্ৰেমিক-প্ৰেমিকাক সেই অৱস্থাত তেওঁলোকৰ ইচ্ছামতে বিয়া কৰাবলৈ দিব লাগিছিল বুলি অভিমত প্ৰকাশ কৰি সকলোকে স্তম্ভিত কৰিছিলো। কিন্তু মই একো সঁহাৰি নেপালো। এই বিষয়ে আপোনাৰ মত কি?"

পত্ৰলিখকৰ অনুৰোধত মই ইচ্ছা কৰিয়েই তেওঁৰ নাম আৰু ঠাইখনৰ নাম প্ৰকাশ কৰিব খোজা নাই। পত্ৰলিখকজনে বিবদমান কথা এটা পুনৰ উত্থাপন কৰি নতুন তৰ্ক-বিতৰ্কৰ পাতনি মেলিব নোখোজে। এই সূক্ষ্ম বিষয়টো লৈ ৰাইজৰ মাজত আলোচনা হ'ব লাগে বুলি মই

ভাবো। . সমাজ এখনৰ নীতি-বিগৰ্হিত বিয়া এখনক ঘপকৈ একজন মানুহৰ ইচ্ছানুসৰি স্বীকৃতি দিব নোৱাৰি। সমাজ বা ল'ৰা-ছোৱালী দুয়োপক্ষৰ সম্বন্ধীয়া মানুহে জোৰ কৰি তেওঁলোকৰ মত খটুৱাব নোৱাৰে আৰু এনেকুৱা বিবাহ-বান্ধোনত সোমাব খোজা ডেকা-গাভৰুৰ কাৰ্যৰ স্বাধীনতা জোৰকৈ কাঢ়ি লব নোৱাৰে। পত্ৰলিখকজনে উল্লেখ কৰা ঘটনাত ল'ৰা-ছোৱালী দুয়োজন প্ৰাপ্তবয়স্কৰ আছিল। তেওঁলোকে নিজৰ কথা ভালদৰে চিন্তা কৰিব পাৰে। বিয়া কৰাবলৈ ইচ্ছা কৰিলে তেওঁলোকক বাধা দিবৰ কাৰো স্বত্ব নাই। সমাজে খুব বেছি এনেকুৱা বিবাহক স্বীকৃতি দিবলৈ অস্বীকাৰ কৰিব পাৰে কিন্তু এইদৰে ল'ৰা-ছোৱালী দুজনে আত্মহত্যা কৰিবলগীয়া হলে অত্যাচাৰৰ চৰম সীমা হবগৈ।

বিয়াৰ বাধা-নিষেধসমূহ সকলো ঠাইতে একে নহয়। এই বাধা-নিষেধবোৰ সমাজৰ আচাৰ-নীতিৰ ওপৰত নিৰ্ভৰ কৰে। এই আচাৰ-নীতি দেশৰ প্ৰতিটো খণ্ডতে প্ৰদেশে প্ৰদেশে বেলেগ বেলেগ ধৰণৰ। ডেকাজনে সমাজৰ প্ৰতিষ্ঠিত আচাৰ-নীতি গচকি ধ্বংস কৰি দিব নেলাগে। এনে সিদ্ধান্ত লোৱাৰ আগতে বাইজৰ মত তেওঁলোকৰ সপক্ষে আনি লব লাগিব। এই সময়ডোখৰ তেওঁলোকে ধৈৰ্যৰে অপেক্ষা কৰিব লাগিব। ইয়াকে কৰিব নোৱাৰিলে সমাজে এঘৰীয়া কৰিলে তেওঁলোকে ধীৰ-স্থিৰভাৱে সেই কথা মানি লব লাগিব।

সমাজৰ প্ৰতিষ্ঠিত আচাৰ-নীতি অবমাননা বা ভঙ্গ কৰাজনৰ প্ৰতি সমাজে নিষ্ঠুৰ মাহী আইৰ ব্যৱহাৰ কৰিব নেলাগে। পত্ৰলিখকজনে মোক জনোৱা কথাখিনি যদি সত্য হয় তেন্তে ডেকা-গাভৰুহালে আত্মহত্যা কৰিব লগা হোৱা কাৰণে সমাজে দোষৰ ভাগ লব লাগিব।

হৰিজন : ১৯-৫-৩৭

## ( চৌব্বিশ )

# এহাল কম বয়সীয়া দম্পতীৰ বেজাৰ

এজন ডেকাই লিখিছে ঃ

"মোৰ পোন্ধৰ বছৰ বয়স হৈছে। মোৰ পত্নীৰ বয়স সোতৰ। মই বৰ বিমোৰত পৰিছোঁ। মই এনে বয়সৰ অমিল থকা মিলনৰ প্ৰতিবাদ কৰিছিলোঁ। কিন্তু মোৰ দেউতা আৰু দদাইদেৱে মোৰ আপত্তি শুনাৰ পৰিবৰ্তে মোক গালি-শপনি পাৰিবলৈ ধৰিলে। মই যদিও বৰ কোমল বয়সৰ আছিলোঁ আৰু ছোৱালীজনীতকৈ বয়সত সৰু আছিলোঁ, ছোৱালীজনীৰ দেউতাকে ধনী মিতিৰ পাই নিজে সন্তোষ লভিলে আৰু ছোৱালীজনীক মোলৈ বিয়া দিলে। ইমান বেয়া কথা! দেউতাই মোক বয়সৰ অমিল থকা ছোৱালীৰ লগত জোৰ কৰি বিয়া দি মোৰ সৰ্বনাশ কৰাতকৈ মোক অকলে এৰি নিদিলে কিয়? সেই সময়ত এই সকলো কথাৰ অৰ্থ বুজিব পৰা হলে বিয়া কৰাই এনেকৈ ভুগিবলগীয়া নহ'ল-হেঁতেন। কিন্তু গ'ল কথা গুচিল। এতিয়া আপুনি মোক কি উপদেশ দিয়ে?"

পত্ৰলিখকজনে তেওঁৰ নাম আৰু ঠিকনা সম্পূৰ্ণকৈ দিছে। কিন্তু তেওঁ চিঠিখনৰ উত্তৰ 'নৱজীৱন'ৰ যোগেদি পাবলৈ বিচাৰে। কাৰণ মোৰ উত্তৰ দিয়া চিঠিখন তেওঁক নিদিবও পাৰে। এইটো বৰ দুখ লগা অৱস্থা। ডেকাজনৰ সাহ আছে যদি এই বিবাহ উলংঘা কৰা উচিত। এয়ে মোৰ ডেকাজনলৈ উপদেশ। বিবাহৰ সময়ত সপ্তপদী অনুষ্ঠানত উচ্চাৰিত মন্ত্ৰ আৰু শপতৰ বিষয়ে তেওঁলোক দুয়োজনৰে একো ধাৰণা নাছিল। বিয়াৰ পিচত দুয়োজন একেলগে থকা নাই। ডেকাজনে সেইকাৰণে মনত সাহ আৰু বাহুত বল বান্ধি তথাকথিত বিবাহখন উলংঘা কৰাৰ ফলস্বৰূপে ঘৰৰপৰা ওলাই যাবলৈ সাজু হ'ব লাগিব।

মই এইহাল দম্পতীৰ মাক-দেউতাকক অনুৰোধ কৰোঁ তেওঁলোকে যেন নিৰীহ ল'ৰা-ছোৱালীকেইটাৰ প্ৰতি দয়া পৰৱশ হৈ তেওঁলোকৰ ওপৰত এটা নিৰ্মম যন্ত্ৰণা আৰোপ নকৰে। পোন্ধৰ বছৰীয়া ল'ৰা হ'ল এটা চেমনীয়া ল'ৰা। এনে বয়সত সেই ল'ৰা স্কুললৈ যাব লাগে বা কাম শিকিবলৈ কল-কাৰখানালৈ যাব লাগে—তেওঁক গৃহস্বামীৰ দায়িত্ব পালন কৰিবলৈ দিব নেলাগে। এইহাল দম্পতীৰ মাক-দেউতাক তেওঁলোকৰ কৰ্তব্যৰ প্ৰতি সজাগ হব বুলি আশা কৰিলোঁ। মাক-দেউতাকে নিজৰ কৰ্তব্য নুবুজিলে ল'ৰা আৰু ছোৱালীয়ে সভক্তিৰে দেউতাক-মাকৰ কৰ্তৃত্বক অবমাননা কৰি নিজৰ বিবেক আৰু যুক্তিৰ পোহৰেৰে কাম কৰিব লাগে।

ইয়ং ইণ্ডিয়া : ৩-১-২৯

## ( পঁচিশ )

## এইখন বিয়ানে ?

মোৰ অলপতে হৈ যোৱা অসুখত চিঠিপত্ৰৰ কাম মই কৰিব পৰা নাছিলোঁ। অসুখ হোৱাৰ প্ৰথম কেইদিনমানৰ ভিতৰতে এই চিঠিখন পাইছিলোঁ। তলৰ কথাখিনি চিঠিখনৰপৰা তুলি দিলোঁ। পত্ৰলিখকজনে সকলো কথাৰ বিৱৰণ বিশদভাৱে দিছিল যদিও মই দৰা আৰু কন্যাপক্ষৰ নাম প্ৰকাশ কৰা নাই।

"এইবাৰ বিয়াৰ বতৰত কৰোৱাৰ সদাশিৱগড় নামে ঠাইত এখন হৃদয়বিদাৰক বিবাহ উৎসৱ সম্পন্ন হয়। কন্যাজনীৰ বয়স ১২ বছৰ হৈছিল। তেওঁ গোৱাৰ এটা বৰ দুখীয়া পৰিয়ালৰ আছিল। দৰাজনৰ বয়স হৈছিল ৬০ বছৰ। তেওঁৰ প্ৰথম ঘৈণীৰ তিনি বছৰৰ আগতে মৃত্যু হয় আৰু আঠটানে ন-টা ল'ৰা-ছোৱালীৰ ভিতৰত দুটা সন্তান এৰি থৈ গৈছে। দৰাজন এখন ইংৰাজী স্কুলৰ প্ৰতিষ্ঠাপক। যোৱা বছৰ এই মানুহজনে

এজনী কোমল বয়সীয়া ছোৱালী বিয়া কৰাবলৈ চেষ্টা কৰিছিল কিন্তু তেওঁৰ সম্প্ৰদায়ৰ ভিতৰত আলোড়নৰ সৃষ্টি হোৱাত এই বিয়া হব নোৱাৰিলে। ছোৱালীৰ মাক-দেউতাকক দুশ টকা দি এইবাৰ এই মানুহজনে কন্যা এজনী লাভ কৰিছে। এতিয়া কি কৰা যায় ? ঠাইখনৰ তেখেতৰ দৰে সমাজ সংস্কাৰকসকলে এই অমানবীয় কাৰ্যৰ প্ৰতিবাদ কৰি এষাৰ কথাও কোৱা নাই।”

চিঠিখনৰপৰা চমুকৈ মই ওপৰৰ কথাখিনি তুলি দিলোঁ। চিঠিখনৰ বিবৃতিৰ সত্যাসত্যত সন্দেহ কৰিবলগীয়া একো নাই বুলি ভাবোঁ। এনেকুৱা ঘটনা বিৰল বুলি যেন আমি কব পাৰোঁ। এনে ধৰণৰ ঘটনা নোহোৱা কৰিবলৈ হ'লে প্ৰায়েই ততাতৈয়াকৈ কাম কৰিব লাগে। নাৰীত্বৰ প্ৰতি এনে দোষণীয় কামৰ পুনৰাবৃত্তি নহবৰ কাৰণে প্ৰত্যেক ঘটনা ঢোল পিতাই প্ৰচাৰ কৰি ইয়াৰ বিৰুদ্ধে সুস্থ জনমত গঢ়ি তুলিব লাগে। এনেকুৱা নীতি-বিগৰ্হিত সম্বন্ধ হব খুজিলে স্থানীয় আন্দোলন যে বেছি কাৰ্যকৰী হয় তাত সন্দেহ নাই। পত্ৰ-লিখকৰ মতে এই আঠটা ল'ৰা-ছোৱালীৰ বুঢা বাপেকজনৰ প্ৰথম প্ৰচেষ্টা সময়মতে আলোড়নৰ সৃষ্টি হোৱাত ব্যৰ্থ হবলগীয়া হল। বৰ্তমান ক্ষেত্ৰত এনেকুৱা আন্দোলন নহল কাৰণেহে আচৰিত হৈছোঁ। বৃদ্ধ বিগতদাৰ এজনে কোমল বয়সৰ ছোৱালী এজনী লাভ কৰিবৰ কাৰণে চেষ্টা কৰিছে বুলি স্থানীয় বহুত মানুহে নিশ্চয় জানিছিল। আতংকপূৰ্ণ দুখৰ জীৱন এটাৰপৰা ছোৱালীজনীক উদ্ধাৰ কৰিবৰ কাৰণে কিয় তৎক্ষণাৎ আন্দোলন আৰম্ভ নহল, তাকেহে সুধুজিলোঁ। স্থানীয় জনমত গঢ়ি তুলিব পাৰিলে এই কণমানি ভাৰ্যাজনীক সহায় কৰিবৰ কাৰণে এতিয়াও সময় আছে বুলি মই ভাবোঁ। বিগতদাৰ বৃদ্ধজন এসময়ত জনহিতৈষী লোক আছিল বুলি পত্ৰলিখকৰপৰা জানিব পাৰিছোঁ। এই ছোৱালীজনীক সেৱাসদন বা তেনেকুৱা ধৰণৰ অনুষ্ঠানত শিক্ষাৰ কাৰণে পঠিয়াবলৈ বৃদ্ধজনক বুজাব পৰা নহবনে ? ছোৱালীজনী ডাঙৰ হৈ তেখেতৰ লগত থাকিবলৈ বিয়াখন নাকচ কৰি দিবলৈ নিজে ঠিক কৰিব। সমাজৰ এই মৃতপ্ৰায়

অৱস্থাত এনেধৰণে কাম কৰিব পৰা হবনে নহয় কব নোৱাৰি। কিন্তু সৎ চৰিত্ৰবান ডেকা ল'ৰাসকলে দয়াবাহিনী প্ৰতিষ্ঠা কৰি ন্যায় আৰু আইন সঙ্গতভাৱে বাল্যবিবাহ ৰোধ কৰিবলৈ আৰু সম্ভৱপৰ হলে বাল-বিধবা ছোৱালীৰ বিবাহত উদগণি দিবলৈ সংকল্প গ্ৰহণ কিয় কৰিব নোৱাৰে? বাল্যবিবাহ আৰু বিধবা বিবাহ দুয়োটা একেলগৰ বস্তু। ভালদৰে কাম কৰিবলৈ হ'লে এই দয়াবাহিনীয়ে তেওঁলোকৰ কাম একোটা একোটা অঞ্চলত সীমাবদ্ধ কৰিব লাগিব। কেবছৰমানৰ ভিতৰতে তেওঁলোক এটা ভেটিব নোৱাৰা শক্তিত পৰিণত হবগৈ। আমাৰ বেছিভাগ নগৰৰে জনসংখ্যা ডাকৰ, সেইকাৰণে পত্ৰলিখকজনে সেনোৱা নীতি-বিগৰ্হিত সম্বন্ধ হব খুজিলে বাতৰি পোৱা অসম্ভৱ নহয়। নিজৰ নিজৰ চহৰৰ বালবিধবাৰ কথা জানিবলৈও অসুবিধা নহয়। এই দয়াবাহিনী অতি বিচক্ষণ হব লাগিব। তেওঁলোকৰ দৃষ্টান্তমূলক আত্মসংযমৰ প্ৰয়োজন। তেওঁলোক অধৈৰ্য হলে বা হিংসামূলক কাৰ্যকলাপত লিপ্ত হলে তেওঁলোকৰ প্ৰতি মানুহৰ আস্থা নেথাকিব আৰু তেওঁলোকৰ লক্ষ্য ব্যৰ্থ হব।

ইয়ং ইণ্ডিয়া: ১-৯-২৭

## ( চাব্বিশ )

## দুবিধ পাপ

এজন পত্ৰলিখকে মই জানিবৰ কাৰণে তেওঁৰ নামটো পঠাইছে; কিন্তু "এইখন বিয়ানে?" বুলি কিছুদিনৰ আগতে প্ৰকাশিত প্ৰবন্ধটোৰ প্ৰসঙ্গত 'এজন অবিবাহিত ডেকা' ছদ্মনাম লৈ মোলৈ এখন দীঘলীয়া চিঠি লিখিছে। চমুকৈ চিঠিখন তলত দিলোঁ।

"এক তাৰিখৰ কাগজত 'এইখন বিয়ানে?' বুলি লিখা আপোনাৰ প্ৰবন্ধটো কৌতূহলেৰে পঢ়িলোঁ। দৰাপক্ষ-কন্যাপক্ষৰ নাম উল্লেখ কৰা

নাই যদিও কৰোৱাৰৰ গৌৰ সাৰস্বত ব্ৰাহ্মণ সমাজত এই কথাটো সকলোৱে জানে। এনে বিবাহ সম্পন্ন হোৱা সম্প্ৰদায়ৰে এজন হৈ মই ৰাইজক বিশেষকৈ গোটেই ভাৰতৰ গৌৰ সাৰস্বত ব্ৰাহ্মণসকলক ভালকৈ বিবেচনা কৰি চাবৰ কাৰণে তলৰ কথাখিনি লিখিলোঁ।

পুৰুষে ছোৱালী ক্ৰয় কৰা লাজৰ কথা—তাত কোনো সন্দেহ নাই। কিন্তু আমাৰ সমাজত আৰু এটা নিয়ম আছে, এই নিয়মটো সমানেই বেয়া। আমাৰ সমাজৰ দেউতাকসকলে ছোৱালীৰ কাৰণে স্বামী ক্ৰয় কৰা আৰু দৰাই লোৱা এই ধনখিনিক 'পণ' বুলি কোৱা হয়। দেউতাকে কিমান টকা দিব পাৰিব সেই কথাটো ভাবি চোৱা নহয়—এই টকাৰ পৰিমাণ ভাবী স্বামীৰ বংশানুক্ৰমে হোৱা আয়ৰ ওপৰত আৰু কেতিয়াবা দৰাজনৰ শিক্ষাৰ ওপৰত নিৰ্ভৰ কৰে। মানুহজন শিক্ষিত হলে—বেছি ডিগ্ৰীধাৰী হলে বিয়াৰ বজাৰত তেওঁৰ মূল্য বৃদ্ধি হৈ যায়।

কেইমাহমান আগতে অতি উচ্চশিক্ষিত আৰু উচ্চ পৰ্যায়ৰ চৰকাৰী বিষয়া এজনৰ বিবাহ বোম্বাইত সম্পন্ন হয়। তেখেতক পণ হিচাপে প্ৰায় বিশ হেজাৰ টকা দিয়া হৈছিল বুলি মানুহে কয়। উচ্চ শিক্ষা পোৱা মানুহবিলাকে এই নিয়ম আতৰাব বুলি আশা কৰা হয় কিন্তু তেখেতসকলে এই নিয়মবোৰ মানি লৈ ক্ৰমে তললৈহে নামি গৈছে। এইটো সঁচাকৈয়ে বৰ দুখৰ কথা।"

এই একে সম্প্ৰদায়ৰে আৰু এজন মানুহে এই বিষয়ে লিখা আন এখন চিঠি মোৰ ওচৰত আছে। এই চিঠিৰপৰা জানিব পাৰি যে পত্নী ক্ৰয় কৰিব খোজা মানুহবোৰ গোৱালৈ যায়; কাৰণ গোৱাত দুখীয়া সাৰস্বত ব্ৰাহ্মণ আছে। এওঁলোকে ছোৱালীৰ দেউতাক-ককাদেউতাকৰ দৰে বুঢ়া মানুহকো ছোৱালী বিক্ৰি কৰি ধন ঘটিবলৈ লজ্জাবোধ নকৰে। এই সম্প্ৰদায়ে এনেকৈ দুবিধ পাপ কৰে। শিক্ষিত ডেকা এজনে আটাইতকৈ বেছি টকা দিব পৰাজনৰ ছোৱালীক বিয়া কৰায় আৰু দুখীয়া মাক-দেউতাকে অকণমানি ছোৱালীবিলাকক আটাইতকৈ বেছি টকা দিবলৈ ৰাজি হোৱা আটাইতকৈ বুঢ়াজনক (কেতিয়াবা শিক্ষিত) ছোৱালী

দিয়ে। এই কুসংস্কাৰ আন আন সম্প্ৰদায়ৰ মাজতো আছে বুলি সাৰস্বত ব্ৰাহ্মণসকলে সান্ত্বনা লভিব পাৰে বা কুসংস্কাৰবোৰৰ পাৰ্থক্য বৰ কম বুলি কিবা নহয় কিবা আসোঁৱাহ দেখুৱাই সংস্কাৰৰ কাম পিচলৈ স্থগিত কৰি ৰাখিব পাৰে। সাৰস্বত সম্প্ৰদায়ে সংস্কাৰৰ নেতৃত্ব ললে আনৰ মাজতো এই কুসংস্কাৰ আছে বুলি গহীন হৈ থাকিব নোৱাৰিব। কুসংস্কাৰ জনাজাত হৈ গ'ল যেতিয়া এই দুবিধ পাপৰপৰা মুক্তি পাবলৈ সাৰস্বত সম্প্ৰদায়ে উঠি পৰি লগা উচিত।

ইয়ং ইণ্ডিয়া : ৬-১০-২৭

## ( সাতাইশ )

## গেলা খহু

চোলাপুৰৰপৰা এজন মহেশ্বৰী সম্প্ৰদায়ৰ ডেকা লৰাই সৰু সৰু ছোৱালীক বুঢ়া দৰালৈ বিয়া দিয়াৰ প্ৰসঙ্গত লিখিছে :

"মহেশ্বৰী সম্প্ৰদায়ৰ পাৰিবাৰিক জীৱন সঁচাকৈয়ে বেয়া হৈ গৈছে। নিজৰ কামনা চৰিতাৰ্থ কৰিবৰ কাৰণে শ শ বৃদ্ধই অজস্ৰ পইচা খৰচ কৰি সৰু সৰু ছোৱালী লাভ কৰিছে; ফলত আমাৰ সমাজখন অধৰ্ম আৰু দুৰ্নীতিৰ ভঁৰাল হৈ পৰিছে। বাল্যবিবাহ আৰু প্ৰৌঢ় দৰাৰ লগত সৰু ছোৱালীৰ বিয়া এটা গতানুগতিক কথাত পৰিণত হৈছে। পাৰিবাৰিক জীৱন ধ্বংস হৈ যোৱা দুৰ্নীতিপৰায়ণ সম্প্ৰদায়ৰপৰা দেশে উপযুক্ত সন্তান আশা কৰা মিছা। সময় থাকোতেই কিবা এটা কৰিব নোৱাৰিলে এই সম্প্ৰদায়ৰ ভৱিষ্যত সঁচাকৈয়ে অন্ধকাৰাচ্ছন্ন।

এই ঠাইৰ বাৰজনমান ডেকা ল'ৰাই এটা সংঘ গঠন কৰি বাল্যবিবাহ আৰু কম বয়সীয়া ছোৱালীৰ প্ৰৌঢ় দৰাৰ লগত হোৱা বিবাহৰ দৰে কুসংস্কাৰ প্ৰতিৰোধ কৰিবৰ কাৰণে আন্দোলন আৰম্ভ কৰিছে। এই

অবাঞ্ছিত বিবাহোৎসৱবোৰত আমি সত্যাগ্ৰহ কৰিম বুলি ভাবিছো আৰু আমি আমাৰ কামত কৃতকাৰ্য হ'ম বুলি ভাবি'লৈছোঁ। মহেশ্বৰী সম্প্ৰদায়ৰ বিবাহোৎসৱত হোৱা বিবিধ নীতি নিয়মবোৰৰ কথা আপুনি জানে। এই উদ্দেশ্যে আমি ভালকৈ শান্তিপূৰ্ণভাৱে কেনেদৰে সত্যাগ্ৰহ কৰিব পাৰিম আপুনি অনুগ্ৰহকৈ আমাক উপদেশ দিবনে ?

আপোনাৰ মতে দৰা-কন্যাৰ বিবাহৰ সময়ত যথাক্ৰমে বয়স কিমান হোৱা উচিত ? কি পৰিস্থিতিত বয়সৰ বৰ বেছি পাৰ্থক্য থকা বিয়া প্ৰতিৰোধ কৰিবৰ কাৰণে সত্যাগ্ৰহ আৰম্ভ কৰিবলৈ আপুনি কয় ?

"অলপতে সেইদিনা যথাক্ৰমে ষাঠি আৰু পাঁচপন্ন বছৰীয়া বুঢ়া দুজনে বাৰ বছৰীয়া ছোৱালী বিয়া কৰালে। এনেকুৱা দুখলগা বিয়া কেখনমান অলপতে এই গাঁওখনত হৈছে। এই বিয়া বন্ধ কৰিবৰ কাৰণে ছপা কৰা গোহাৰি উলিয়াই আমি প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিছোঁ। এই বিয়া বন্ধ কৰিবৰ কাৰণে প্ৰচাৰৰ লগতে সক্ৰিয় পন্থা গ্ৰহণ কৰা বেছি প্ৰয়োজন বুলি আমি ভাবোঁ অনুগ্ৰহকৈ এইকেইটা বিষয়ত আপোনাৰ মতামত জানিবলৈ দিবনে ?"

এনে ক্ষেত্ৰত সত্যাগ্ৰহেই যে একমাত্ৰ শুদ্ধ পন্থা তাত কোনো সন্দেহ নাই। কিন্তু সত্যাগ্ৰহ কেনেদৰে কৰিব লাগে ? এইটো এটা বেলেগ প্ৰশ্ন। সত্যাগ্ৰহৰ সীমাবদ্ধতাৰ বিষয়ে মই মোৰ লিখনীত কেবাবাৰো বিবৰি কৈছো। সত্যাগ্ৰহী হ'বলৈ হ'লে শৃংখলাবদ্ধ, আত্মসংযমী, শুদ্ধ-চিত্তৰ হ'ব লাগিব আৰু তেওঁ সমাজৰ এজন মৰ্যাদাভাজন ব্যক্তি হ'ব লাগিব। সত্যাগ্ৰহীয়ে কুকাৰ্য আৰু কুকাৰ্য কৰা ব্যক্তিৰ পাৰ্থক্য পাহৰি যাব নেলাগিব। কুকাৰ্য কৰোঁতাজনৰ প্ৰতি তেওঁ কুভাব বা তিক্ততা পোষণ কৰিব নেলাগিব। যিমানেই বেয়া নহওক লাগে বেয়া মানুহৰ প্ৰতি সত্যাগ্ৰহীয়ে কেতিয়াও অযথা গালিশপনি বা অসৎ ভাষা প্ৰয়োগ কৰিব নেলাগে। এই পৃথিৱীত প্ৰেমৰ দ্বাৰা সকলো পতিতজনকে উদ্ধাৰ কৰিব পাৰি বুলি সত্যাগ্ৰহীৰ মনত বিশ্বাস থাকিব লাগিব। সত্যাগ্ৰহীয়ে বেয়াক ভালেৰে, ক্ৰোধক প্ৰেমেৰে, অসত্যক সত্যেৰে, হিংসাক অহিংসাৰে

জয় কৰিবলৈ সদায় চেষ্টা কৰিব লাগে। পৃথিৱীৰপৰা অসৎ কথা আঁতৰোৱাৰ আন পথ নাই৷ সেইকাৰণে যিজনে নিজকে সত্যাগ্ৰহী বুলি পৰিচয় দিয়ে তেওঁ ক্ৰোধ, কুভাব আৰু আন আন মানবীয় ক্ৰুটি-বিচ্যুতিৰপৰা সম্পূৰ্ণভাৱে মুক্ত হয়নে নহয় আৰু যিবিলাক কুকথাৰ কাৰণে ধৰ্মযুদ্ধ কৰিবলৈ ওলাইছে সেই কথাবোৰৰ বিৰুদ্ধে যুঁজিবলৈ নিজে উপযুক্ত হয়নে নহয় তাক প্ৰাৰ্থনাপূৰ্ণভাৱে আত্মবিচাৰ আৰু আত্ম-বিশ্লেষণৰ দ্বাৰা বিচাৰি উলিয়াব লাগিব। আত্মশুদ্ধি আৰু আত্ম-নিৰ্যাতনেৰে সত্যাগ্ৰহীয়ে অৰ্ধেক জয়লাভ কৰে। ভাষণ বা আন প্ৰদৰ্শন মূলক কাৰ্যতকৈ সত্য আৰু প্ৰেমভাবেৰে কৰা নীৰৱ অনাড়ম্বৰ কামে বেছি চিৰস্থায়ী আৰু যুগমীয়া ফল দিয়ে বুলি সত্যাগ্ৰহীয়ে বিশ্বাস কৰে।

সত্যাগ্ৰহে নীৰৱে ক্ৰিয়া কৰে যদিও সত্যাগ্ৰহীজন অলপ কৰ্মতৎপৰ হোৱা আৱশ্যক। প্ৰথমতে সত্যাগ্ৰহীয়ে নিৰ্মূল কৰিব খোজা কুসংস্কাৰৰ বিৰুদ্ধে ব্যাপকভাৱে প্ৰবল আন্দোলন কৰি জনমত সৃষ্টি কৰিব লাগিব। সামাজিক কুসংস্কাৰ এটাৰ বিৰুদ্ধে ভালদৰে জনমত গঢ়ি উঠিলে সমাজৰ প্ৰতিপত্তিশীল মানুহজনেও এই কুসংস্কাৰ মানিবলৈ বা তাত সমৰ্থন যোগাবলৈ সাহ কৰিব নোৱাৰে। জাগ্ৰত জ্ঞানোদ্দীপ্ত জনমত সত্যাগ্ৰহীৰ অমোঘ অস্ত্ৰ। সৰ্বসম্মত জনমতক নেওচা দি যি মানুহে সমাজৰ অন্যায়ক সমৰ্থন কৰে সেইজনক সমাজে এঘৰীয়া কৰিবৰ কাৰণে স্পষ্ট যুক্তি আছে। এঘৰীয়া কৰাজনক দুখ বা আঘাত দিবৰ কাৰণে সমাজে এঘৰীয়া কৰিব নলাগে। জনসমাজৰ ওচৰত যি জগৰীয়া তেওঁৰ লগত সমাজে সম্পূৰ্ণ-ভাৱে অসহযোগ কৰিব লাগে। সমাজক দেখাদেখিকৈ উলংঘা কৰা মানুহৰ সমাজৰ সেৱা পাবলৈ স্বত্ব নাই। সকলো ক্ষেত্ৰতে এনে কৰিলেই যথেষ্ট। অৱশ্যে বিশেষ বিশেষ ক্ষেত্ৰত বিশেষ ব্যৱস্থা লব লগা হব পাৰে আৰু ঘটনাবিশেষে ঘটনাৰ বিশেষ বৈশিষ্ট্যলৈ লক্ষ্য ৰাখি ব্যৱস্থাৰ সাল-সলনি কৰিব লগা হব পাৰে।

বুঢ়া বয়সতো কামভাব দমন কৰিব নোৱাৰা কামুক বুঢ়াসকলক লৈ কি কৰা যায়? কাম ভাব অন্ধ— ই ভাল বেয়া বিচাৰ কৰিব নোৱাৰে।

এই ভাবে যিকোনো প্ৰকাৰে সন্তুষ্টি লাভ কৰিব খোজে। এনেকুৱা মানুহৰ বিৰুদ্ধে সমাজে কি ব্যৱস্থা লব? অসহায় বলি কিছুমান এওঁলোকৰ আগত পেলাই দিবলৈ অস্বীকাৰ কৰিব লাগে। বিশ বছৰ বয়সৰ তলৰ ছোৱালীক আপোন ইচ্ছাৰ বিৰুদ্ধে বিয়া দিব নেলাগে এই নিয়মটো কঠোৰভাৱে প্ৰয়োগ কৰিব লাগে। ছোৱালীয়ে যদি স্ব-ইচ্ছাৰে বুঢ়াজনক বিয়া কৰাব নোখোজে বুঢ়াজনে কি কৰিব? সমাজে এই উত্তৰ দিব নোৱাৰে। এই উত্তৰ দিবলৈ সমাজ বাধ্য নহয়। সমাজে কেৱল অসহায় ছোৱালীবিলাকক অন্ধ কামুকসকলৰপৰা ৰক্ষা কৰিব লাগিব। বুঢ়া মানুহজনৰ কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ সমাজে দিহা কৰিব নেলাগে। সমাজৰ এইটো কৰ্তব্য নহয়। বাস্তৱ ক্ষেত্ৰত সচৰাচৰ দেখা যায় যে সমাজত পবিত্ৰ নিৰ্মল পৰিবেশ থাকিলে সেই পৰিবেশে কামুকজনৰ কামভাবকো প্ৰশমিত কৰি ৰাখিব পাৰে।

ইয়ং ইণ্ডিয়া: ৮-৮ ২৯

## ( আঠাইশ )

## ডেকাসকলৰ বাবে লাজৰ কথা

এজন পত্ৰলেখকে মোলৈ বাতৰি কাকতৰ সংবাদ এটা কাটি পঠিয়াইছে। কাকতখনৰ সংবাদটো হৈছে "আজিকালি সিন্ধু প্ৰদেশৰ হায়দৰাবাদত দৰাৰ দাম বৰ বাঢ়িছে। ইম্পিৰিয়েল টেলিগ্ৰাম ইঞ্জিনিয়াৰিং চাৰ্ভিচত কাম কৰা এজন মানুহে ছোৱালীক আঙঠি পিন্ধাওতে নগদ বিশ হেজাৰ টকা পণ হিচাপে লৈছে আৰু বিবাহোৎসৱ আৰু বিয়াৰ পিচৰ বিশেষ অনুষ্ঠানবিলাকৰ কাৰণে আৰু বেছি টকাৰ প্ৰতিশ্ৰুতি লৈছে।" যি ডেকাই বিয়া কৰাওঁতে পণ লয় তেওঁ নিজৰ শিক্ষাক, নিজৰ দেশক অপমান কৰে আৰু নাৰীত্বক অসম্মান কৰে। আমাৰ দেশত

বহুতো যুবক-আন্দোলন হৈছে। এই আন্দোলনবোৰে এই ধৰণৰ কথাবোৰৰ ব্যৱস্থা লব লাগে। এই সংঘবোৰে প্ৰকৃত সংস্কাৰমূলক কাম হাতত লোৱাৰ পৰিৱৰ্তে প্ৰায়েই নিজৰে গুণ-গান কৰি থকা হৈছে। জন-আন্দোলনক সহায় কৰি মাজতে এই সংঘবোৰে ভাল কাম কৰিছিল। দেশৰ যুবকে পুৰস্কাৰ হিচাপে তেওঁলোকৰ কামৰ শলাগ ৰাইজৰপৰা পাব। এই কথাটো যুবকসকলে মনত ৰাখিব লাগিব। কিন্তু তেওঁলোকৰ কামৰ লগতে যুবকসকলে যদি নিজকে সংস্কাৰ কৰিব নোৱাৰে তেওঁলোকৰ কামে মাত্ৰ অসঙ্গত আত্মসন্তুষ্টিৰ ভাব জগাই তেওঁলোকৰ মনোবল নোহোৱা কৰি তেওঁলোকক দুৰ্নীতি-পৰায়ণ কৰি তুলিব। এই নীচ পণপ্ৰথাক গৰিহণা দি ইয়াৰ বিৰুদ্ধে সবল জনমত গঢ়ি তুলিব লাগে। এনেকৈ বেয়া উপায়েৰে ধন ঘটা যুবকক সমাজে ত্যাগ কৰা উচিত। ছোৱালীৰ দেউতাক-মাকে ইংৰাজী ডিগ্ৰীৰ মোহ এৰিব লাগে। তেখেতসকলে ছোৱালীক নিজ সম্প্ৰদায় বা নিজ প্ৰদেশৰ বাহিৰৰ সৎ আৰু সাহসী ডেকালৈ বিয়া দিবলৈ সংকোচ কৰিব নেলাগে।

ইয়ং ইণ্ডিয়া: ২১ ৬ ২৮

( উনত্ৰিশ )

## ক্ৰয় কৰা বিয়া

ভাৰতবৰ্ষৰ বহুতো জাতিৰ মাজত প্ৰচলিত পণ প্ৰথাৰ বিষয়ে পৰ্যালোচনা কৰি কেইমাহমান আগতে 'ষ্টেটচ্‌মেন্‌' কাগজে এলানি প্ৰবন্ধ প্ৰকাশ কৰিছিল। এই বিষয়ে এই কাগজে সম্পাদকীয় স্তম্ভটো লিখিছিল। এই নিষ্ঠুৰ নিয়মৰ বিৰুদ্ধে 'ইয়ং ইণ্ডিয়া'ত মই লিখিছিলোঁ। 'ষ্টেটচ্‌মেন্‌' কাগজৰ কাটি পঠিওৱা সংবাদৰ টুকুৰাবোৰে এই নিষ্ঠুৰ

নিয়মটোৰ কথা মোক আকৌ মনত পেলাই দিছে। সিন্ধু প্ৰদেশত এই নিয়মক "দেতি লেতি" বুলি কয়। এই "দেতি লেতি" নিয়মক উদ্দেশ্য কৰি মই মন্তব্য দিছিলোঁ। যিবিলাক মাক-দেউতাকে ছোৱালীক ভাল দৰালৈ বিয়া দিব খোজে তেখেত সকলৰপৰা সিন্ধু প্ৰদেশৰ বহুতো শিক্ষিত মানুহে প্ৰচুৰ ধন আদায় কৰি লয়। 'ষ্টেটচ্‌মেন' কাগজে এই প্ৰথাৰ বিৰুদ্ধে ধৰ্মযুদ্ধ আৰম্ভ কৰিছে। এই নিয়মটো এটা নিষ্ঠুৰ নিয়ম, তাত কোনো সন্দেহ নাই। কিন্তু মই জনাত এই নিয়মে লাখ লাখ মানুহক স্পৰ্শ কৰিব পৰা নাই। মধ্যবিত্ত শ্ৰেণীৰ মাজত নিয়মটো আছে। এই মধ্যবিত্ত শ্ৰেণী ভাৰতীয় জনসমুদ্ৰত এটোপাল পানীৰ নিচিনা। কুনীতি নিয়মবোৰৰ কথা কলে আমি সাধাৰণতে মধ্যবিত্ত শ্ৰেণীৰ মাজত থকা নীতি-নিয়মবোৰৰ কথাহে ভাবি চাওঁ। গাঁৱত থকা লাখ লাখ মানুহবো নিজৰ সুখ-দুখ আচাৰ-নীতি আছে। এই বিষয়ে আমাৰ জ্ঞান অতি কম।

তুলনামূলকভাৱে কম মানুহৰ মাজত পণপ্ৰথা আছে বুলি আমি পণপ্ৰথাৰ প্ৰতি মন নিদিয়াকৈ থাকিব নোৱাৰোঁ। পণপ্ৰথা উঠি যাব লাগিব। টকাৰ বিনিময়ত দেউতাক-মাকে ঠিক কৰা বিয়া হবলৈ দিব নেলাগে। পণপ্ৰথা জাতিবিচাৰ নিয়মৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। দৰা-কন্যাৰ নিৰ্বাচন একে জাতিৰ অলপ সংখ্যক ল'ৰা-ছোৱালীৰ মাজতে কৰিবলগীয়া হলে এই প্ৰথাৰ বিৰুদ্ধে যিমানেই নকওঁ লাগে এই প্ৰথা থাকি যাব। এই কুসংস্কাৰ আঁতৰ কৰিবলৈ হলে লৰা-ছোৱালীৰ মাক-দেউতাকে জাতিবিচাৰ ভাব এৰিব লাগিব। বিয়াৰ বয়স বঢ়াই দিব লাগিব আৰু প্ৰয়োজন হ'লে ছোৱালীয়ে দৰা নেপালে কুমাৰী হৈ থাকিবলৈ সাহ কৰিব লাগিব। জাতিৰ যুৱক-যুৱতীৰ মনোবৃত্তিৰ বিপ্লৱ আনিবলৈ চাৰিত্ৰিক শিক্ষাৰ প্ৰয়োজন। দুৰ্ভাগ্যবশতঃ আমাৰ পৰিবেশৰ লগত শিক্ষা-পদ্ধতিৰ একো সম্বন্ধ নাই। জাতিৰ অতি কম সংখ্যক ল'ৰা-ছোৱালীয়ে এই শিক্ষা লাভ কৰিছে আৰু এওঁলোকক আমাৰ পৰিবেশে স্পৰ্শ কৰিব পৰা নাই। এই কুপ্ৰথা

আঁতৰাবলৈ যি কৰিব পৰা যায় কৰিব লাগে, কিন্তু দ্ৰুতগতিত পৰিৱৰ্তন হোৱা আমাৰ দেশৰ অৱস্থাৰ লগত খাপ খাব পৰা শিক্ষাৰ প্ৰৱৰ্তন হ'লে এই প্ৰথা আৰু এনেকুৱা নেখত লব পৰা কিছুমান কুনীতি-নিয়মবোৰ দূৰ কৰিব পৰা হব বুলি মোৰ দৃঢ় বিশ্বাস। কলেজৰ শিক্ষা সাং কৰি অহা ইমানবোৰ ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ ভবিষ্যত জীৱনৰ লগত নিবিড় সম্পৰ্ক থকা বিয়াৰ বিষয়তে জ্বল্‌জ্বল্ পট্‌পট্‌কৈ ওলাই থকা কুনীতি এটা প্ৰতিৰোধ কৰিব পৰা নাই কিয়? প্ৰতিৰোধ কৰিবলৈ ইচ্ছাই বা কৰা নাই কিয়? শিক্ষিতা ছোৱালীবোৰে দৰা নেপাই কিয়নো আত্মহত্যা কৰিবলগীয়া হৈছে? অসমৰ্থনীয়, নীতি-বিগৰ্হিত কুনীতি এটা উলংঘা কৰিবলৈ সাহ নেথাকিলে শিক্ষাৰ মূল্যইবা ক'ত থাকিব? ইয়াৰ উত্তৰ স্পষ্ট হৈ আছে। শিক্ষা-পদ্ধতিৰ গুৰিতেই কিবা কেৰোণ আছে। এই শিক্ষা-পদ্ধতিয়ে ল'ৰা-ছোৱালীক সমাজৰ কু-কথা আৰু আন কুনীতিবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ শক্তি যোগাব পৰা নাই। জীৱনৰ প্ৰতিটো স্তৰতে উদ্ভৱ হোৱা সমস্যাৰ শুদ্ধ সমাধান কৰিবৰ কাৰণে যি শিক্ষাই ছাত্ৰৰ প্ৰতিভাৰ বিকাশ কৰে সেই শিক্ষাকহে কেৱল যথাৰ্থ মূল্য দিব পাৰি।

হৰিজন: ২০-৫-৩৬

( ত্ৰিশ )

## এৰাব পৰা দুখ-দুৰ্দশা

এজন পত্ৰলিখকৰ দীঘলীয়া চিঠি এখনৰপৰা তলৰ কথাখিনি তুলি দিলোঁ:

"মই এজন স্কুলশিক্ষক (বয়স ৬৭)। গোটেই জীৱনটো (৪৬ বছৰ) মই শিক্ষকতা কৰিছোঁ। বঙ্গদেশৰ অতি সম্ভ্ৰান্ত দুখীয়া

কায়স্থ পৰিয়াল এটাত মোৰ জন্ম। এই পৰিয়ালটোৰ এসময়ত অৱস্থা ভাল আছিল কিন্তু এতিয়া দুখীয়া হৈ গৈছে। ঈশ্বৰৰ আশীৰ্বাদত (?) মোৰ সাতজনী ছোৱালী আৰু ল'ৰা দুটা। ডাঙৰ ল'ৰাটোৰ বয়স ২০ বছৰ হৈছিল—যোৱা অক্টোবৰ মাহত অসহায় মাক-দেউতাকক শোকাতুৰ কৰি এৰি থৈ তাৰ মৃত্যু হ'ল। সি আছিল এটা উঠি অহা ডেকা লৰা, সিয়ে মোৰ জীৱনৰ একমাত্ৰ ভৰসা। মোৰ সাতজনী ছোৱালীৰ ভিতৰত পাঁচজনীৰ বিয়া হৈ গ'ল। মোৰ ষষ্ঠ আৰু সপ্তম (বয়স ক্ৰমে ১৮ আৰু ১৬) এতিয়াও বিয়া হোৱা নাই। সৰু ল'ৰাটো ১১ বছৰীয়া নাবালক হৈ আছে। মোৰ দৰ্মহা ৬০ টকা। এই টকাৰে মই ভালকৈ চলিব নোৱাৰোঁ। মোৰ জমা টকা-পইচা নাই। মোৰ একোৱেই নাই, ধাৰ কৰিয়েই চলি আছোঁ। ষষ্ঠ ছোৱালীজনীৰ দৰা ঠিক হৈছে। অলংকাৰ, পণ আদি লৈ ৯০০ মান টকাতকৈ কম নহব। কানাডাৰ চানলাইফ এশ্যুৰেন্স কোম্পানীত মোৰ দু হেজাৰ টকাৰ এটা জীৱন বীমা আছে। এই বীমা ১৯১৬ চনত কৰিছিলোঁ। এই কোম্পানীয়ে মাত্ৰ ৪০০ টকা ধাৰলৈ দিব বুলিছে। এইখিনি টকা আৱশ্যকীয় টকাৰ আধাহে হব। বাকী আধা টকা মই ক'ৰপৰা পাম ? মই একেবাৰে অসহায় হৈ পৰিছোঁ। আপুনি এই নিঃকিন পিতৃক বাকী আধা টকা দি সহায় কৰিব নোৱাৰেনে ?"

এনেকুৱা বহুত ধৰণৰ চিঠিৰ এইখনো এখন। বেছি ভাগ চিঠি হিন্দুস্থানীতে লিখা। ইংৰাজী শিক্ষাই ছোৱালীৰ দেউতাকবিলাকৰ অৱস্থা বৰ উন্নত কৰা নাই বুলি আমি জানো। কিছুমান ক্ষেত্ৰত অৱস্থা বেছি বেয়াৰ ফাললৈহে ঢাল খাইছে ; কাৰণ ইংৰাজী শিক্ষা পোৱা দেউতাকৰ ইংৰাজী শিক্ষা পোৱা ছোৱালীৰ উপযুক্ত দৰাৰ দাম বেছিকৈ বৃদ্ধি পাইছে।

• বঙালী দেউতাকজনৰ ক্ষেত্ৰত আৱশ্যকীয় টকাখিনি ধাৰ বা উপহাৰ স্বৰূপে লোৱাতকৈ ছোৱালীৰ কাৰণে দৰা ক্ৰয় কৰিবলৈ অস্বীকাৰ কৰিব লাগে বুলি ছোৱালীৰ দেউতাকজনক বুজাই তেখেতৰ মনত শক্তি যোগাব

লাগে। . ছোৱালীজনীয়ে বা তেখেতে নিজে ছোৱালীজনীৰ দৰা নিৰ্বাচন কৰিব লাগে। ছোৱালীজনীক টকাৰ কাৰণে নহয় যেয়ে ভাল পাই বিয়া কৰাব সেইজনক নিৰ্বাচন কৰি লব লাগে। দেউতাকজনক এনে ধৰণে সহায় কৰিলেহে আটাইতকৈ ভাল হব। এনে ধৰণে কৰিবলৈ হলে স্ব-ইচ্ছাৰে নিৰ্বাচন ক্ষেত্ৰ প্ৰসাৰিত কৰিব লাগিব, জাতি আৰু প্ৰদেশৰ যুগ্ম প্ৰাচীৰ ভাঙি পেলাব লাগে। ভাৰতবৰ্ষ এক আৰু অবিভক্ত হৈ পৰিলে অসংখ্যাত সৰু সৰু সম্প্ৰদায়ৰ মাজত সহভোজন আৰু সহবিবাহ নোহোৱাকৈ থকা অস্বাভাৱিক বিভাজনবোৰ নাইকিয়া হৈ যাব। এই নিষ্ঠুৰ নিয়মৰ কোনো ধৰ্ম নাই। এজন মানুহে এই কাম আৰম্ভ কৰিব নোৱাৰে আৰু গোটেই সমাজখনে এই পৰিৱৰ্তন মানি লবলৈ সাজু হোৱালৈকে অপেক্ষা কৰিব লাগিব বুলি কলে লাভ নাই। নিৰ্ভীক সাহসী ব্যক্তি কিছুমানে অমানবীয় আচাৰ-নীতি ভঙ্গ নকৰাকৈ একো সংস্কাৰ কেতিয়াও হোৱা নাই। বিয়া এটা ধৰ্মমূলক অনুষ্ঠান আৰু এটা পবিত্ৰ মৰ্যাদা। এই কথাত সন্দেহ নাই। এই কথা স্বীকাৰ কৰি বিয়াক বজাৰৰ বেচা-কিনা সামগ্ৰী বুলি গণ্য নকৰিলে দেউতাক আৰু ছোৱালীয়ে একো কষ্ট ভোগ কৰিবলগীয়া নহয়। মই সেইকাৰণে পত্ৰলিখকজনক বুকুত সাহ বান্ধি ধাৰ বা ভিক্ষা কৰাৰ কথা ভাবিবলৈ এৰি দিবলৈ উপদেশ দিওঁ। ছোৱালীজনীৰ লগত পৰামৰ্শ কৰি জাতি বা প্ৰদেশ বিচাৰ নকৰাকৈ ছোৱালীটিৰ পতি নিৰ্বাচন কৰিলে তেখেতে জীৱন বীমাৰ চাৰিশ টকা সঞ্চয় কৰিব পাৰিব।

হৰিজন : ২৫-৭-৩৬

( একত্ৰিশ )

## এজনী ছোৱালীয়ে কি বিচাৰে ?

এগৰাকী তিৰোতাই লিখিছে ঃ

" 'এৰাৰ পৰা দুখ-দুৰ্দশা' বোলা আপোনাৰ প্ৰবন্ধটো মোৰ অসম্পূৰ্ণ হৈছে যেন লাগিছে। মাক-দেউতাকে ছোৱালীক বিয়া দিবই লাগিব বুলি ইমানবোৰ অসুবিধা ভোগ কিয় কৰিব লাগিছে বাৰু? স্বাধীনভাৱে জীৱিকা অৰ্জনৰ কাৰণে ল'ৰাক শিক্ষা দিয়াৰ দৰে ছোৱালীকো শিক্ষা দিলে ছোৱালীৰ কাৰণে দৰা বিচাৰি তেখেতসকলে হাবাথুৰি খাবলগীয়া নহব। ছোৱালীবিলাকে মানসিক উৎকৰ্ষ লভিবলৈ সুবিধা পালে তেওঁলোকে সম্ভ্ৰমেৰে নিজৰ ভৰিত থিয় হব পাৰিব আৰু বিয়া কৰাবলৈ ইচ্ছা কৰিলে তেওঁলোকৰ দৰা পাবলৈ একো অসুবিধা নহয়। এইখিনি মোৰ নিজৰ অভিজ্ঞতাৰপৰা কৈছো। ছোৱালীক উচ্চ শিক্ষা দিব লাগে বুলি ওকালতি কৰিছো বুলি মোক নেভাবে যেন। হেজাৰ হেজাৰ ছোৱালীৰ উচ্চ শিক্ষা লাভ কৰা সম্ভৱপৰ নহয়। মই ছোৱালীৰ কাৰণে লাগতিয়াল জ্ঞান আৰু জীৱিকাৰ পথৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিবলৈহে কৈছো। এই প্ৰশিক্ষণে পৃথিৱীত চলিবলৈ ছোৱালীৰ মনত আত্মবিশ্বাস জগাই তুলিব আৰু তেওঁলোকে নিজকে দেউতাক-মাকৰ আৰু ভবিষ্যতৰ স্বামীৰ ওপৰত নিৰ্ভৰশীল বুলি অনুভৱ নকৰিব। স্বামী পৰিত্যক্তা কিছুমান ছোৱালীৰ কথা মই জানো—তেওঁলোকে এতিয়া স্বামীৰ লগত সসন্মানে জীৱন যাপন কৰিছে। এৰা-এৰি হৈ থকা সময়ত তেওঁলোকে সাধাৰণভাৱে প্ৰশিক্ষণ লৈ স্বাৱলম্বী হবলৈ সুবিধা লাভ কৰিছিল। বিবাহযোগ্য ছোৱালীৰ মাক-দেউতাকৰ অসুবিধাবিলাক বিবেচনা কৰোঁতে আপুনি এই কথাটোৰ প্ৰতি গুৰুত্ব দিব বুলি আশা কৰিলোঁ।"

পত্ৰলিখিকাৰ কথাখিনি মই সৰ্বান্তঃকৰণে সমৰ্থন কৰো। এজনী অযোগ্যা ছোৱালী আছে বুলি নিজকে দুৰ্ভগীয়া বুলি ভাবি থকা দেউতাকৰ কথা মই কব খোজা নাই। এজন দেউতাকে আনকি ছোৱালীজনীয়েও পতি নিৰ্বাচন নিজৰ সৰু সম্প্ৰদায়ৰ ভিতৰতে কৰিব খুজিছে। এই বিষয়ে মই আলোচনা কৰিবলগীয়া হৈছিল। ছোৱালী-জনীৰ পাৰদৰ্শিতাই এই ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিছে। অশিক্ষিত হোৱা হলে ছোৱালীজনীয়ে যিকোনো ডেকাৰ লগতে নিজকে খাপ খুৱাই লব পাৰিলেহেঁতেন। পাৰদৰ্শী ছোৱালী হৈ নিশ্চয় তেওঁ এজন সমানে পাৰদৰ্শী স্বামী বাঞ্ছা কৰিব। ছোৱালী বিয়া কৰাবলৈ ধনৰ লোভ দৰাৰ এটা নিশ্চিত অৰ্হতাহীন কথা বুলি পৰিগণিত হোৱা নাই, এইটো বৰ দুৰ্ভাগ্যৰ কথা। কলেজীয়া ইংৰাজী শিক্ষাক এটা কৃত্ৰিম মূল্য প্ৰদান কৰা হৈছে। এই শিক্ষাত বহুতো পাপ সোমাই আছে। যি সমাজত শিক্ষিত ডেকা ল'ৰাই বিবাহ প্ৰস্তাৱ গ্ৰহণ কৰি টকা আদায় কৰে সেই ডেকা ল'ৰাসকলে 'পাৰদৰ্শী' বুলিলে যি বুজে তাতকৈ এই শব্দৰ ব্যাখ্যা বেছি বোধগম্য হোৱা হলে ছোৱালীৰ কাৰণে উপযুক্ত পতি নিৰ্বাচন কৰা অসুবিধাবোৰ একেবাৰে দূৰ কৰিব নোৱাৰিলেও বহুতখিনি নাইকিয়া কৰিব পৰা হব। পত্ৰলিখিকাৰ প্ৰস্তাৱটো মই মাক-দেউতাকক ভাবি চাবলৈ কওঁ আৰু জাতিবিচাৰৰ অতি অনিষ্টকৰ বাধাৰ প্ৰাচীৰবোৰ ভাঙি পেলাবলৈ জোৰ দি কওঁ। এই বাধা নিষেধবোৰ আঁতৰি গলে নিৰ্বাচন ক্ষেত্ৰৰ পৰিসৰ বৃদ্ধি হব আৰু এই পণ লোৱা প্ৰথাক ভালদৰে বাধা দিব পৰা হব।

**হৰিজন :** ৫-৯-৩৬

## ( বত্ৰিশ )

# আড়ম্বৰহীন বিবাহ

এজন সংবাদদাতাই কৰাচী নগৰত হোৱা বিয়া এখনৰ বিৱৰণী মোলৈ পঠিয়াইছে। শেঠ লালচাঁদ নামৰ এজন ধনী মানুহে নিজৰ ১৬ বছৰীয়া ছোৱালীজনী বিয়া দিওঁতে যিমান পাৰে কমকৈ খৰচ কৰিছিল আৰু বিবাহ অনুষ্ঠানক এটা ধৰ্মমূলক গাম্ভীৰ্যপূৰ্ণ ৰূপ প্ৰদান কৰিছিল। মোলৈ অহা বিৱৰণী মতে বিবাহোৎসৱত ডুঘণ্টাতকৈ বেছি সময় লগা নাই—এনেকুৱা উৎসৱত সাধাৰণতে বহুত দিন ধৰি অবাবতে খৰচ কৰা হয়। ধৰ্মমূলক কামখিনি এজন পণ্ডিত ব্ৰাহ্মণে সমাধা কৰিছিল। তেখেতে দৰা-কইনাই উচ্চাৰণ কৰিবলগীয়া মন্ত্ৰৰ অৰ্থ তেওঁলোকক ব্যাখ্যা কৰি দিছিল। বহুত দিনৰ আগতেই কৰিবলগীয়া এই সংস্কাৰমূলক কাম আৰম্ভ কৰা কাৰণে শেঠ লালচাঁদ আৰু তেখেতৰ কামক সক্ৰিয়ভাৱে সমৰ্থন কৰা তেখেতৰ সহধৰ্মিণীক মই অভিনন্দন জনাইছোঁ। আন আন ধনী মানুহেও এই কথা অনুকৰণ কৰিব বুলি মই আশা কৰিলোঁ। শেঠ লালচাঁদ আৰু তেখেতৰ পৰিবাৰৰ খদ্দৰৰ ওপৰত অগাধ বিশ্বাস আছে—এই কথা জানি খদ্দৰপ্ৰেমীসকলে ভাল পাব। তেখেতসকলে দৰা-কইনাক খদ্দৰৰ কাপোৰ পিন্ধাইছিল। তেখেতসকলে দৃঢ় বিশ্বাসেৰে সৈতে খদ্দৰ পৰিধান কৰে। এই বিবাহ উৎসৱৰ বৰ্ণনা পঢ়ি আগ্ৰাৰ ছাত্ৰসভা এখনত দেখা দৃশ্য এটা মোৰ মনত পৰিছে। যুক্তপ্ৰদেশৰ স্কুল-কলেজত পঢ়া ডেকা ল'ৰাই বোলে সৰুতে বিয়া হব খোজে। জাকজমক-ভাৱে ব্যয় কৰি মূল্যবান উপহাৰ আৰু ব্যয়বহুল আনন্দ আপ্যায়ন আদিৰে দেউতাক-মাকে তেওঁলোকৰ বিয়া পাতি দিলে তেওঁলোকে ভাল পায়। এই ছাত্ৰসকলৰ বন্ধু এজনে মই দিয়া ধাৰণা

সমৰ্থন কৰিছিল। অতি উচ্চশিক্ষিত মাক-দেউতাকেও ধন-সম্পত্তিৰ গৰ্ব কৰে আৰু ব্যয়ৰ ক্ষেত্ৰত তেওঁলোকতকৈ তুলনামূলকভাৱে কম শিক্ষিত ধনী ব্যৱসায়ী সকলোকে চেৰ পেলায়। এওঁলোকক শেঠ লালচাঁদ আৰু আগৰ শেঠ যমুনালাল বাজাজৰ আদৰ্শই ব্যয় হ্ৰাস কৰিবৰ কাৰণে অনুপ্ৰেৰণা দিয়া উচিত। কম বয়সতে বিশেষকৈ ছাত্ৰজীৱনতে বিবাহ কৰা নিয়মক মাক-দেউতাকতকৈও ডেকাসকলে দৃঢ়তাৰে বাধা দিব লাগে। বিয়াৰ কাৰণে খৰচ হবলৈ দিব নেলাগে। ধৰ্মমূলক কামখিনি সমাধা কৰিবৰ কাৰণে ১০ টকাতকৈ বেছি টকাৰ প্ৰয়োজন নহয়। আনুষ্ঠানিক কামখিনিৰ বাহিৰে আন কথাবোৰ বৈবাহিক অনুষ্ঠানৰ আৱশ্যকীয় কথা বুলি ভাবিব নেলাগে। এই গণতন্ত্ৰৰ যুগত উচ্চ-নীচ ধনী-দুখীয়াৰ ভেদাভেদ আঁতৰ কৰিব খোজা হৈছে—ধনীসকলে তেওঁলোকৰ আনন্দ উপভোগত সংযম চৰ্চা কৰি দুখীয়াসকলৰ কাৰণে সুখৰ সন্তোষপূৰ্ণ জীৱন গঢ়ি তুলিব লাগিব। ধনীসকলে যেন ভাগৱতগীতাৰ এই শ্লোকটি মনত ৰাখে—“সমাজৰ নেতৃস্থানীয় লোকসকলে কৰা কামক আনে অনুসৰণ কৰে।” এই উক্তিৰ সত্যতা আমাৰ অভিজ্ঞতাৰে নিতৌ প্ৰমাণিত হৈ থকা দেখো— বিয়া-শ্ৰাদ্ধ অনুষ্ঠানত বিশেষকৈ এই কথা চকুত পৰে। এই দুটা উৎসৱৰ বাবে হেজাৰ হেজাৰ দুখীয়া মানুহে নিজৰ প্ৰয়োজনীয় বস্তু নোলোৱাকৈ থাকে—সুদ আৰু ধাৰত পোত খাই ধ্বংস হৈ যাবলগীয়া হয়। দেশৰ শিক্ষিত ডেকাসমাজে বিশেষকৈ ধনী মানুহৰ সন্তান-সকলে তেওঁলোকৰ কাৰণে কৰা অপব্যয়ক দৃঢ়তাৰে বাধা দিব পাৰিলে জাতীয় সম্পদৰ এই অপব্যয় সহজেই ৰোধ কৰিব পৰা যায়।

ইয়ং ইণ্ডিয়া : ২৬-৯-২৯

## ( তেত্ৰিশ )

## ছাত্ৰৰ লাজৰ কথা

পঞ্জাৱৰ এজনী কলেজৰ ছোৱালীয়ে লিখা এখন বৰ দুখ লগা চিঠি আজি দুমাহে মোৰ ফাইলত পৰি আছে। চিঠিখনৰ উত্তৰ দিবলৈ সময় নাই বুলিলে এটা অজুহাত দেখুৱাই চিঠিখনৰ প্ৰশ্নটোৰ উত্তৰ দিয়াৰপৰা হাত সাৰিব খোজাৰ দৰে হব। ইয়াৰ উত্তৰটো জানো যদিও মই দিয়া নাই। ইতিমধ্যে মই আৰু এখন চিঠি প্ৰচুৰ অভিজ্ঞতা থকা ভগিনী এগৰাকীৰপৰা পাইছোঁ। কলেজৰ ছোৱালীটিৰ প্ৰকৃত অসুবিধাজনক প্ৰশ্নটোৰ উত্তৰ এৰাই চলিব নোৱাৰো বুলি অনুভৱ কৰিছোঁ। কলেজৰ ছোৱালীটিৰ চিঠিখন শুদ্ধ হিন্দুস্থানীতে লিখা। চিঠিখনৰ প্ৰশ্নকেইটাৰ উত্তৰ যিমান পাৰোঁ ভালকৈ দিবলৈ চেষ্টা কৰিম। এই চিঠিখনে ছোৱালীজনীৰ গভীৰ অনুভূতিৰ সম্পূৰ্ণ ছবিখন দাঙি ধৰিছে। চিঠিখনৰ কিছু অংশ অনুবাদ কৰি তলত দিলোঁ।

"কেতিয়াবা কেতিয়াবা ছোৱালী আৰু মহিলাসকলে তেওঁলোকৰ ইচ্ছা নেথাকিলেও নগৰৰ এখন ঠাইৰপৰা আন এখন ঠাইলৈ বা এখন নগৰৰপৰা আনখন নগৰলৈ অকলে অকলে অহাযোৱা কৰিবলগীয়া হয়। তেওঁলোকক অকলে দেখিলে কু-প্ৰবৃত্তিৰ মানুহবিলাকে তেওঁ-লোকক বৰ অসুবিধাত পেলায়। সিবিলাকে অসভ্য অশোভনীয় ভাষা প্ৰয়োগ কৰে; ভয় বা শংকাই বাধা নিদিলে বেয়া কাম কৰিবলৈও সিহঁত কুণ্ঠিত নহয়। এনেকুৱা পৰিস্থিতিত অহিংস নীতিৰে কেনেকৈ কাম কৰিব পাৰি মই জানিব খুজিছো। হিংসানীতি এই অৱস্থাত অৱশ্যে অবলম্বন কৰিব পাৰি। ছোৱালীজনী বা মহিলাগৰাকী যদি সাহসী হয় তেওঁলোকে হাতত যি থাকে তাকেই ব্যৱহাৰ কৰি দুষ্টক শিক্ষা দিব পাৰে। অইন নোৱাৰিলেও তেওঁলোকে চিঞৰবাখৰ কৰি

মানুহৰ দৃষ্টি আকৰ্ষণ কৰি দুৰ্বৃত্তবিলাকক মাৰ খুৱাব পাৰে। এনে ব্যৱহাৰে এই যাতনাক কিছুদিনলৈ নোহোৱা কৰি থব—চিৰদিনৰ কাৰণে বিনাশ কৰিব নোৱাৰে। অসদ্ব্যৱহাৰ কৰা মানুহবিলাকক চিনি পালে তেওঁলোকে যুক্তি, প্ৰেম আৰু নম্ৰতাৰ আহ্বানক সঁহাৰি দিব। পুৰুষ সংগত নোহোৱাকৈ এজনী তিৰোতা অকলে গৈ থাকিলে এজন মানুহে চাইকেলেৰে কাষেদি বেয়া ভাষা প্ৰয়োগ কৰি কিবাকিবি কৈ গ'লে কি কৰিব পাৰি? সেই মানুহজনক যুক্তি দেখুৱাবলৈ সুবিধা নাই, সেই মানুহজনক পুনৰ লগ পোৱাৰ সম্ভাৱনা নাই—মানুহজনক চিনিও নেপায়, ঠিকনাও নেজানে। এনেকুৱা অৱস্থাত বেচেৰী ছোৱালীজনীয়ে বা ভদ্ৰ মহিলা গৰাকীয়ে কি কৰিব পাৰে? উদাহৰণ স্বৰূপে মই মোৰ কালি ৰাতিৰ অভিজ্ঞতাৰ কথাকে কওঁ। মই মোৰ বান্ধৱীৰ লগত বিশেষ এটা কামত ৰাতি ৭-৩০ বজাত এঠাইলৈ যাবলগীয়া হৈছিল। সেই সময়ত কোনো মানুহক লগ হিচাপে নেপালোঁ আৰু কামটো পিচলৈ থবও নোৱাৰোঁ। বাটত এজন শিখ ডেকা চাইকেলেৰে আমাৰ ওচৰেৰে পাৰ হৈ গ'ল আৰু আমি শুনাকৈ কিবাকিবি কৈ গ'ল। আমাক কোৱা কথাবোৰ আমি বুজি পাইছিলোঁ। বাটত মানুহ নাছিল। আমাৰ বৰ কিবাকিবি লাগিছিল; মনত বৰ বেজাৰ লাগিছিল। কিছু দূৰ যোৱাৰ পিচত চাইকেল আৰোহীটো আকৌ উভতি আহিল। দূৰত থাকোতেই আমি তাক চিনি পাইছিলোঁ। সি আমাৰ পিনে আহিছিল—চাইকেলৰ-পৰা নামিব খুজিছিলনে আমাৰ কাষেদি যাব খুজিছিল ঈশ্বৰেহে জানে। আমাৰ বিপদ অহা যেন লাগিল। আমাৰ নিজৰ শাৰীৰিক শক্তিৰ ওপৰত আমাৰ আস্থা নাই। মই সৰ্বসাধাৰণ ছোৱালীতকৈ অলপ দুৰ্বল। মোৰ হাতত এখন ডাঙৰ কিতাপ আছিল। কেনেবাকৈ মোৰ মনলৈ হঠাৎ সাহ আহি গ'ল—মই শকত কিতাপখন চাইকেলখনলৈ দলি মাৰি চিঞৰি কলোঁ, 'এই কথাবোৰ কবলৈ ইমান সাহ পাইছনে?' মানুহটো চাইকেলখনৰপৰা কোনোমতে বাগৰি নপৰি দ্ৰুতগতিৰে

আমাৰ ওচৰৰপৰা আঁতৰি গ'ল। মই যদি কিতাপখন দলিয়াই নিদিলোহেঁতেন মানুহটোৱে ওৰেবাটটো আমাক বেয়া কথা কৈ কৈ আমনি কৰি থাকিলহেঁতেন। এইটো এটা সাধাৰণ একেবাৰে সৰু উদাহৰণ। লাহোৰলৈ এবাৰ আহি আমাৰ দৰে দুৰ্ভগীয়া ছোৱালী-বিলাকৰ কথা যদি অলপ শুনে আপুনি নিশ্চয় ইয়াৰ প্ৰকৃত সমাধান দিব পাৰিব। প্ৰথমতে ওপৰত উল্লিখিত ঘটনাত অহিংস নীতি কেনেদৰে প্ৰয়োগ কৰি ছোৱালীবিলাকে নিজকে ৰক্ষা কৰিব পাৰিব? তিৰোতা মানুহক অপমান কৰা ঘৃণনীয় প্ৰবৃত্তিটো ডেকাসকলৰ মাজৰপৰা কেনেকৈ গুচাব পাৰি? সৰুৰেপৰা তিৰোতাৰ প্ৰতি নম্ৰ হবলৈ শিক্ষালাভ কৰা নতুন এচাম ডেকা উঠি নহালৈকে আমি অপেক্ষা কৰি থাকিব লাগিব বুলি অনুগ্ৰহকৈ নকয় যেন। চৰকাৰে সমাজৰ এই কু-কথাটো আঁতৰাবলৈ ইচ্ছা কৰা নাই। ডাঙৰ ডাঙৰ নেতাসকলৰ এইবোৰ কথালৈ মন দিবলৈ সময় নাই। কোনোবা ছোৱালীয়ে সাহ কৰি অসদাচৰণ কৰা ল'ৰাক এসেকা দিছে বুলি শুনিলে 'ঠিক কৰিছে, সকলো ছোৱালীয়ে এই ধৰণে কৰিব লাগে' বুলি কিছুমানে কয়। ছাত্ৰৰ অসদাচৰণৰ বিৰুদ্ধে কেতিয়াবা নেতাসকলে বৰ বৰ কথা কয়। কিন্তু কোনেও এই ভয়ানক সমস্যাটো সমাধান কৰিবলৈ লাগি থকা নাই। আপুনি আচৰিত হব যে দেৱালী বা আন উৎসৱত বাতৰি কাকতে তিৰোতাসকলক চাকি জ্বলোৱা চাবৰ কাৰণে বাহিৰলৈ নেযাবলৈ সতৰ্ক কৰি দিয়ে। কেৱল এই কথাটোৱেই আপোনাক আমি পৃথিৱীৰ এই অংশত কিদৰে থাকিবলগীয়া হৈছে বুজাই দিব। জাননীৰ লিখক, পাঠক কোনেও এনেকুৱা ধৰণৰ জাননী প্ৰকাশ পোৱা কাৰণে লজ্জা বোধ নকৰে।"

আন এজনী পঞ্জাবী ছোৱালীক মই এই চিঠিখন পঢ়িবলৈ দিছিলো। তেওঁ নিজৰ কলেজীয়া জীৱনৰ অভিজ্ঞতাৰ এই বৰ্ণনা সঁচা বুলি সমৰ্থন কৰিছে আৰু কৈছে যে পত্ৰলিখিকাই লিখা কথাখিনি বেছি ভাগ ছোৱালীৰে দৈনন্দিন অভিজ্ঞতা।

আনখন চিঠিত অভিজ্ঞা ভদ্ৰ মহিলাগৰাকীয়ে লক্ষ্ণৌৰ তেখেতৰ বান্ধবী কেগৰাকীমানৰ অভিজ্ঞতা বৰ্ণনা কৰিছে। প্ৰেক্ষাগৃহ আৰু ৰঙ্গ-মঞ্চত তেওঁলোকৰ পিছৰ শাৰীত বহা ডেকা ল'ৰাবিলাকে বেয়া ভাষা প্ৰয়োগ কৰি বৰ আমনি দিয়ে। এই ভাষাক মই কেৱল অশোভনীয় বুলিয়ে কব পাৰোঁ। এই ল'ৰাবিলাকে হাত আৰু ভৰিৰেও আমনি কৰিছিল বুলি পত্ৰলিখিকাগৰাকীয়ে জনাইছে। মই ইয়াত সেইবোৰ কথা প্ৰকাশ নকৰোঁ।

অসদ্ব্যৱহাৰৰ হাত সাৰিবৰ কাৰণে তৎক্ষণাৎ কিবা এটা কৰিবলগীয়া হলে নিজকে নিৰ্বলী বুলি কোৱা ছোৱালীজনীয়ে কিতাপখন দলি মাৰি যি ব্যৱস্থা লৈছিল সেই ব্যৱস্থা সম্পূৰ্ণৰূপে ঠিক হৈছে। এইটো উপায় অতি পুৰণি। মানুহ হিংসাপৰায়ণ হব খুজিলে দৈহিক দুৰ্বলতাই শক্তি-মন্তজনৰ বিৰুদ্ধেও আনকি এই নীতিৰ সুপ্ৰয়োগত বাধাৰ সৃষ্টি নকৰে। বৰ্তমান যুগত শাৰীৰিক শক্তিপ্ৰয়োগ কৰাৰ ইমানবোৰ কৌশল ওলাইছে যে বুদ্ধি থকা অকণমানি ছোৱালী এজনীয়েও এইবোৰ ব্যৱহাৰ কৰি মৃত্যুৰ ধ্বংসলীলা কৰিব পাৰে বুলি আমি জানো। পত্ৰলিখিকাই বৰ্ণনা কৰা অৱস্থাত পৰিলে ছোৱালীবিলাকে নিজকে প্ৰতিৰক্ষা কৰিবৰ কাৰণে প্ৰশিক্ষণ দিয়াৰ এটা ধুন ওলাইছে। সেই মুহূৰ্তত ছোৱালীজনীয়ে হাতত থকা কিতাপখনকে প্ৰতিৰক্ষাৰ অস্ত্ৰৰূপে ব্যৱহাৰ কৰি কাম সমাধা কৰিব পাৰিলে যদিও ক্ৰমে বৃদ্ধি পাই অহা এই কু-কথা নিৰ্মূল কৰিবৰ কাৰণে এই পদ্ধতি আচল নহয় বুলি ছোৱালীটিয়ে ভালকৈ জানে। কোনোবাই অসভ্য মন্তব্য কৰিলে বিচলিত হব নেলাগে কিন্তু একো হোৱা নাই ভাবো প্ৰকাশ কৰিব নেলাগে। এই সকলোবোৰ কথা কাকতত প্ৰকাশ কৰি দিব লাগে। দোষীৰ নাম জানিব পাৰিলে তেওঁলোকৰ নাম কাকতত প্ৰকাশ কৰি দিব লাগে। বেয়া কথা প্ৰকাশ কৰিবলৈ মিছাতে নম্ৰ হৈ পৰিব নেলাগে। সমাজ-বিগৰ্হিত কামৰ শাস্তি ৰাইজেহে ভালকৈ দিব পাৰে। এনেকুৱা কথা কিছুমানৰ প্ৰতি ৰাইজে একো মনকাণ দিয়া নাই বুলি পত্ৰলিখিকা গৰাকীয়ে কৈছে—এই কথাটো সঁচা—তাত কোনো

সন্দেহ নাই। কিন্তু ৰাইজক অকলে দোষাৰোপ কৰিলেই নহব। ৰাইজে অভদ্ৰ আচৰণৰ প্ৰমাণ পাব লাগিব। জনাজাত কৰি নিদিলে চুৰি কৰা ঘটনাৰ প্ৰতিও আনকি একো ব্যৱস্থা লব পৰা নেযায়। অভদ্ৰ আচৰণৰ কথা লুকুৱাই থলে তাৰ বিৰুদ্ধে একো ব্যৱস্থা লব নোৱাৰি। দোষণীয় কামবোৰ কৰিবলৈ আন্ধাৰ হলে ভাল—পোহৰত এইবোৰ আঁতৰি নোহোৱা হৈ যায়।

কিন্তু আধুনিক ছোৱালীবিলাকে কেবাজনো ল'ৰাৰ লগত জুলিয়েটৰ ভূমিকা লবলৈ ভাল পায় বুলি মোৰ মনত এটা শংকা হৈছে। ছোৱালীয়ে সাহসেৰে নতুনৰ সন্ধান বিচাৰি ভাল পায়। মোলৈ চিঠি লিখা ছোৱালী-জনী অলপ আন ধৰণৰ যেন লাগিছে। আধুনিক ছোৱালীবোৰে ৰ'দ-বতাহ আদিৰ বাবে সুৰক্ষিত হবৰ কাৰণে সাজপাৰ নকৰে—তেওঁলোকে আনক আকৰ্ষণ কৰিবলৈ সাজপাৰ কৰে। প্ৰকৃতিদত্ত ৰূপৰ উৎকৰ্ষ সাধনৰ কাৰণে নিজকে ৰংচঙেৰে সজাই অনন্যা হৈ পৰে। অহিংস-নীতি এনেকুৱা ছোৱালীৰ কাৰণে নহয়। আমাৰ মনত অহিংস মনোবৃত্তি জগাই তুলিবৰ কাৰণে কিছুমান নিৰ্দিষ্ট নীতি আছে বুলি মই প্ৰায়েই এই স্তম্ভত মন্তব্য প্ৰকাশ কৰিছোঁ। ই এটা বৰ শ্ৰমসাধ্য প্ৰচেষ্টা। মোলৈ চিঠি লিখা ছোৱালীগৰাকীয়ে আৰু তেওঁৰ দৰে একে মনোবৃত্তিৰ ছোৱালীবোৰে নিদেশিত নীতি অনুসৰি নিজৰ জীৱনলৈ বিপ্লৱ আনিব পাৰিলে তেওঁলোকৰ সংশ্ৰৱলৈ অহা সকলো ডেকা লৰাই তেওঁ-লোকক শ্ৰদ্ধা-ভক্তি কৰিব আৰু তেওঁলোকৰ আগত ডেকা লৰাই উত্তম ব্যৱহাৰ কৰে বুলি উপলব্ধি কৰিব। কিন্তু হঠাৎ দুৰ্ভাগ্যবশতঃ তেওঁলোকৰ সতীত্ব বিপদাপন্ন হৈ পৰিলে তেওঁলোকে পুৰুষৰ পশু প্ৰবৃত্তিৰ ওচৰত সেও মনাতকৈ মৃত্যুবৰণ কৰিবলৈ সাহ সঞ্চয় কৰিব লাগিব। যিবিলাক ছোৱালীক মুখত সোপা দি বান্ধি যুজিবলৈ অসমৰ্থ কৰি দিয়ে সেই ছোৱালীবোৰে মই ভবাৰ দৰে মৃত্যুবৰণ কৰিব নোৱাৰে বুলি কিছুমানে কৈছে। কিন্তু যি ছোৱালীয়ে বাধা দিবলৈ ইচ্ছা কৰে—সেই ছোৱালীয়ে শক্তিহীন কৰি অসমৰ্থ কৰিব খোজা সকলো বাধাক নেওচা দিব পাৰিব

বুলি মই দৃঢ়তাৰে কব খোজো। দৃঢ় মনোবলে ছোৱালীক মৃত্যুবৰণ কৰিবলৈও সাহ যোগাব।

এই বীৰত্বমূলক কাম প্ৰশিক্ষণেৰে নিজকে সাজু কৰাসকলৰ কাৰণে সম্ভৱপৰ। অহিংস নীতিৰ ওপৰত বিশ্বাস নথকাসকলে কাপুৰুষ ডেকা-সকলৰ অশোভনীয় ব্যৱহাৰৰপৰা ৰক্ষা পৰিবৰ কাৰণে সাধাৰণভাৱে যি কৰা হয় তাকেহে কৰিব জানিব।

ডেকা লৰাবিলাকৰ সাধাৰণ শিষ্টাচাৰ জ্ঞানখিনি কিয় বাৰু নোহোৱা হৈ গৈছে? ভাল ভাল ছোৱালীবোৰে ল'ৰাই জোকাব বুলি সদায় ভয় কৰি থাকিবলগীয়া হয়। বেছিভাগ লৰাৰ পুৰুষত্ব জ্ঞান লোপ পাইছে বুলি জানিলে বৰ দুখ লাগিব। ডেকা ল'ৰাবিলাকে তেওঁলোকৰ সুনাম ৰক্ষা কৰিবৰ কাৰণে বদ্ধপৰিকৰ হব লাগে। নিজৰ আই-ভনীৰ দৰে সকলো তিৰোতাৰ সন্মান ৰক্ষা কৰিবলৈ তেওঁলোকে শিকিব লাগে, সদ্ আচৰণ শিকিব নোৱাৰিলে সকলো শিক্ষা তেওঁলোকৰ অথলে যাব।

শ্ৰেণীত পঢ়োৱা বিষয়টোৰ বাবে প্ৰস্তুত হবৰ কাৰণেও ছাত্ৰক ভদ্ৰতামূলক আচৰণৰ শিক্ষা দিয়া অধ্যাপক আৰু শিক্ষকসকলৰ কাম নহয় জানো?

সেৱাগ্ৰাম : ২৬-১২-৩৮
হৰিজন : ৩১-১২-৩৮

## ( চৌত্ৰিশ )

## আধুনিক ছোৱালী

এঘাৰজনী ছোৱালীয়ে একেলগে তেওঁলোকৰ নাম আৰু ঠিকনা দি মোলৈ এখন চিঠি দিছে। অৰ্থৰ পৰিৱৰ্তন নোহোৱাকৈ অলপ সালসলনি কৰি চিঠিখন পঢ়িব পৰাকৈ তলত দিলোঁ—

"ছাত্ৰী এগৰাকীৰ চিঠিৰ উত্তৰ স্বৰূপে 'ছাত্ৰৰ লাজৰ কথা' বুলি ১৯৩৮ চনৰ ৩১ ডিচেম্বৰৰ 'হৰিজন' কাকতত প্ৰকাশিত আপোনাৰ মন্তব্যটো বিশেষ মনকৰিবলগীয়া। আধুনিক ছোৱালীবোৰে আপোনাক তিতাকেহা লগাইছে যেন লাগিছে—সেইকাৰণে আপুনি শেহত আধুনিক ছোৱালীয়ে কেবাজনো ল'ৰাৰ লগত জুলিয়েটৰ ভূমিকা লয় বুলি কৈছে। এই মন্তব্যটো বৰ অনুপ্ৰেৰণামূলক নহয়।

আজিকালি ঘৰৰ ৰুদ্ধ দুৱাৰ খুলি তিৰোতাসকলে পুৰুষক সহায় কৰিবৰ কাৰণে জীৱন-সংগ্ৰামত সমানে ভাগ লবলৈ ওলাই আহিছে। তেওঁলোকৰ প্ৰতি পুৰুষে অসদাচৰণ কৰিলে তিৰোতাকে আকৌ জগৰীয়া বুলি কলে সঁচাকৈয়ে আচৰিত লাগে। এনেকুৱা বহুতো ঘটনা আছে য'ত নাৰী, পুৰুষ সমানে জগৰীয়া। এই কথা অস্বীকাৰ কৰিব নোৱাৰি। কেবাজনো লৰাৰ লগত জুলিয়েটৰ ভূমিকা লৈ থকা হয়তো কিছুমান ছোৱালী আছে। এনেকুৱা ক্ষেত্ৰত জুলিয়েট বিচাৰি ঘূৰা কেজনমান লৰাও থাকিব লাগিব। সকলো আধুনিক ছোৱালী জুলিয়েট বা সকলো আধুনিক ল'ৰা ৰোমিও বুলি ধৰি লব নেলাগে। আপুনি নিজেই বহুতো আধুনিক ছোৱালীৰ সংস্পৰ্শলৈ আহিছে আৰু তেওঁলোকৰ দৃঢ়তা, ত্যাগ আৰু অকৃত্ৰিম নাৰীসুলভ গুণাৱলী দেখি আচৰিত হৈছে ছাগৈ।

পত্ৰলিখিকাই আপোনালৈ লিখা চিঠিখনত জনোৱা ল'ৰাৰ অসৎ ব্যৱহাৰৰ বিৰুদ্ধে জনমত গঢ়া কাম অকৃতকাৰ্য হ'ব বুলি ভাবি ছোৱালীয়ে কৰিব নোৱাৰে। এই কাম কৰিবলৈ অনিচ্ছা মাথোন অৰ্থহীন লজ্জা-বোধৰ বাবে নহয়।

পৃথিৱীৰ সকলোৰে পূজনীয় ব্যক্তি এজনৰ এনেকুৱা উক্তিয়ে 'নাৰী নৰকৰ দুৱাৰ' বোলা সেই অশোভনীয় পুৰণিকলীয়া কথাষাৰকে মানি লবলৈ কোৱা যেন লাগিছে।

ওপৰৰ কথাখিনিৰপৰা আধুনিক ছোৱালীৰ আপোনাৰ প্ৰতি শ্ৰদ্ধা নাই বুলি অনুগ্ৰহকৈ ভাবি নলয় যেন। প্ৰতিজন ডেকাৰ দৰে প্ৰতিজনী ছোৱালীয়েও আপোনাক শ্ৰদ্ধা কৰে। তেওঁলোকক কোনোবাই ঘিণ

বা পুতৌ কৰিলে তেওঁলোকে ভাল নেপায়। তেওঁলোক যদি সঁচাকৈয়ে দোষী তেন্তে তেওঁলোকে নিজক সংশোধন কৰিবলৈ প্ৰস্তুত। তেওঁলোকক দোষী সাব্যস্ত কৰাৰ আগতে তেওঁলোকৰ দোষ আছে যদি সেই দোষবোৰ তেওঁলোকে প্ৰমাণিত হব লাগে বুলি ভাবে। এইক্ষেত্ৰত তেওঁলোকে তিৰোতা নামৰ আশ্ৰয় লৈ সংৰক্ষণ বিচাৰিব খোজা নাই। কিন্তু তেওঁলোক নীৰৱে থাকি বিচাৰকক নিজৰ ইচ্ছামতে তেওঁলোকক দোষী বুলি কবলৈ দিবলৈ মান্তি নহয়। সত্যৰ সমুখীন হব লাগিব। আধুনিক ছোৱালীৰ বা আপুনি জুলিয়েট বুলি কোৱা ছোৱালীবিলাকৰ এই কথাৰ সমুখীন হবলৈ যথেষ্ট সাহ আছে।”

চল্লিশ বছৰৰ আগতে মই দক্ষিণ আফ্ৰিকাত ভাৰতীয় নাৰীৰ কাৰণে কাম কৰিবলৈ আৰম্ভ কৰিছিলোঁ বুলি বোধকৰো পত্ৰলিখিকা-সকলে নেজানে। তেতিয়া বোধকৰোঁ তেওঁলোকৰ কোনেও জন্মগ্ৰহণ কৰাই নাছিল। নাৰীক হেয় প্ৰতিপন্ন কৰা কথা লিখিবলৈ মই নিজকে অসমৰ্থ বুলি ভাবোঁ। নাৰীৰ প্ৰতি থকা মোৰ অসীম শ্ৰদ্ধাই মোক তেওঁলোকক বেয়া বুলি ভাবিবলৈ নিদিয়ে। নাৰী হৈছে ইংৰাজী ভাষাত কোৱাৰ দৰে মানুহৰ উত্তম ভাগ। ‘ছাত্ৰৰ লাজৰ কথা’ প্ৰকাশ কৰাটোহে মোৰ প্ৰবন্ধটোৰ উদ্দেশ্য আছিল—ছোৱালীৰ দুৰ্বলতাৰ কথা প্ৰচাৰ কৰা মোৰ উদ্দেশ্য নাছিল। কিন্তু ৰোগটো চিনি পাই ৰোগৰ শুদ্ধ নিৰাময়কাৰী ঔষধ দিবলগীয়া হলে ৰোগ সৃষ্টি কৰা সকলো কথাৰ উল্লেখ মই কৰিবই লাগিব।

আধুনিক ছোৱালীৰ বিশেষ এটা তাৎপৰ্য আছে। সেইকাৰণে মোৰ মন্তব্য কেৱল কিছুমানৰ ক্ষেত্ৰতহে প্ৰযোজ্য এনে নহয়। ইংৰাজী শিক্ষা পোৱা সকলো ছোৱালী আধুনিক ছোৱালী নহয়। মই জনা বহুতো ছোৱালীক ‘আধুনিক ছোৱালী’ৰ চালচলনে একেবাৰে স্পৰ্শ কৰিব পৰা নাই; কিন্তু কিছুমান ছোৱালী আধুনিক ছোৱালী হৈছে। ভয়াবহ ৰূপ লোৱা সমস্যা এটা আৰু জটিল যাতে নহয় সেইবাবে ভাৰতীয় ছাত্ৰীক আধুনিক ছোৱালীক অনুকৰণ নকৰিবলৈ সতৰ্ক কৰি

দিয়া মোৰ মন্তব্যৰ উদ্দেশ্য আছিল। মই উল্লেখ কৰা চিঠিখন পোৱাৰ সময়ত অন্ধ্ৰৰ ছাত্ৰী এগৰাকীৰপৰাও এখন চিঠি পাইছিলোঁ। এই চিঠিখনত ছাত্ৰীগৰাকীয়ে অতি বিৰক্তিৰে সৈতে অন্ধ্ৰৰ ছাত্ৰৰ ব্যৱহাৰৰ বিষয়ে অভিযোগ কৰিছে। এই বৰ্ণনা লাহোৰৰ ছোৱালীজনীয়ে দিয়া বিৱৰণতকৈও জঘন্য। বান্ধৱীসকলৰ অনাড়ম্বৰ সাজপাৰে তেওঁলোকক নিৰাপত্তা দি ৰক্ষা কৰিব পৰা নাই বুলি অন্ধ্ৰৰ জীয়ৰীগৰাকীয়ে জনাইছে কিন্তু অনুষ্ঠানৰ কলঙ্কস্বৰূপ ছাত্ৰসকলৰ বৰ্বৰতা প্ৰকাশ কৰি দিবৰ কাৰণে তেওঁলোকৰ সাহসৰ অভাৱ। এই অভিযোগটো মই অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ কৰ্তৃত্বশীল মহললৈ পঠিয়াই দিছো।

ছাত্ৰৰ অসভ্য ব্যৱহাৰৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ কৰিবলৈ এঘাৰজনী ছোৱালীক মই আহ্বান কৰিছো। নিজক সহায় কৰিব পাৰিলে ঈশ্বৰে সহায় কৰে। ছোৱালীবিলাকে পুৰুষৰ বৰ্বৰ ব্যৱহাৰৰ বিৰুদ্ধে নিজকে ৰক্ষা কৰিব জানিব লাগিব।

বৰদোলি : ৩০-১-৩৯
হৰিজন : ৪-২-৩৯

## ( পঁয়ত্ৰিশ )

## বিবাহৰ আদৰ্শ

এগৰাকী বন্ধুৱে লিখিছে—

"এই সংখ্যাৰ 'হৰিজন সেৱক'ত 'নৈতিক কৰ্তব্যবিমূঢ়তা' নামৰ প্ৰবন্ধটোত আপুনি কৈছে, 'সামাজিক আচাৰ-নীতিৰপৰা বিয়াৰ বহুতো বাধা-নিষেধৰ সৃষ্টি হৈছে। এই বাধা-নিষেধবোৰৰ প্ৰকৃত নৈতিক আৰু ধৰ্মমূলক ভিত্তি ক'তো দেখিবলৈ পোৱা নেযায়।' কিন্তু অভিজ্ঞতাৰ-

পৰা মোৰ মনে এই বাধা-নিষেধবোৰ বংশশ্ৰী ৰক্ষা কৰা কথা বিবেচনা কৰি কৰা হৈছিল. বুলি কয়। বংশৰ ভিতৰতকৈ বংশৰ বাহিৰত হোৱা বিয়াৰ সন্তানবিলাক বংশানুগতভাৱে বেছি শক্তিমন্ত হয। এই কথাটো বংশবিজ্ঞানৰ এটা বিখ্যাত সূত্ৰ। এই কাৰণে হিন্দুধৰ্মই সগোত্ৰ আৰু সপিণ্ড বিবাহ নিষিদ্ধ কৰিছে। আনহাতে আমি সমাজৰ নানা ধৰণৰ আচাৰ-নীতি আৰু পৰিবৰ্তন এই বাধা-নিষেধৰ কাৰণ বুলি ধৰি ললে দদাই-ভতিজা বা ককাই-ভনীৰ মাজত বিয়া কিয় একেবাৰে নিষিদ্ধ কৰা হৈছে তাৰ সবল যুক্তি বিচাৰি উলিয়াব নোৱাৰিম। আপুনি কোৱাৰ দৰে সন্তান লাভ কৰাই যদি বিয়াৰ একমাত্ৰ ন্যায়সঙ্গত উদ্দেশ্য হয় তেন্তে জীৱনসঙ্গী নিবাচন কৰোতে বংশৰ সমন্বয়তা চাইহে কৰা উচিত। আন সকলোবোৰ কথাৰ বিচাৰ তুলনা-মূলকভাৱে গুৰুত্ব কম বুলি এৰি দিব লাগিবনেকি? যদি আনবোৰ কথাৰ বিচাৰ এৰি দিব নেলাগে তেন্তে সেইবোৰ কথাক কেনেদৰে গুৰুত্ব দিয়া হব। মই তলত লিখামতে গুৰুত্ব দিছো ঃ

(১) পৰস্পৰৰ প্ৰতি আকৰ্ষণ আৰু প্ৰেম,

(২) বংশগত যোগ্যতা,

(৩) দুয়োপক্ষৰ পৰিয়ালৰ সমৰ্থন আৰু নিজৰ নিজৰ সমাজৰ প্ৰতি থকা কৰ্তব্যৰ বিচাৰ,

(৪) আধ্যাত্মিক উৎকৰ্ষ সাধন।

এই বিষয়ে আপুনি কি কয়?

সন্তান জন্ম দিয়া বিয়াৰ একমাত্ৰ উদ্দেশ্য বুলি হিন্দুশাস্ত্ৰই জোৰ দি কৈছে। ভাবী গৃহিণীসকলক বয়োবৃদ্ধসকলে 'আঠটি সন্তানৰ মাতৃ হোৱা' বুলি আশীৰ্বাদ দি বিবাহিত জীৱনত সহবাস কেৱল সন্তান লাভৰ কাৰণে কৰিব লাগে—ইন্দ্ৰিয় সুখৰ কাৰণে কেতিয়াও কৰিব নেলাগে বুলি আপোনাৰ মতকে দাঙি ধৰিছে। বিবাহিত দম্পতীয়ে ল'ৰা বা ছোৱালী যিয়েই নহওক এটা সন্তানকে লৈ সন্তুষ্ট হৈ থাকিব লাগে বুলি আপুনি কয়নেকি? বংশ ৰক্ষাৰ ইচ্ছাক আপুনি স্বীকাৰ কৰিছে—

বংশৰক্ষা কেৱল পুত্ৰসন্তানৰ যোগেদি হয় বুলি আমাৰ মাজৰ বহুতে বৰকৈ বিশ্বাস কৰে। সেইকাৰণে ছোৱালী উপজিলে ল'ৰা ওপজাৰ দৰে ভাল নেপায়। পুত্ৰসন্তানৰ প্ৰতি ইমান ব্যাপকভাৱে থকা বাসনা দেখি কন্যা সন্তান থাকোতেও যেতিয়ালৈকে পুত্ৰসন্তান লাভ নহয় তেতিয়ালৈকে সন্তান জন্ম হৈ থাকিব পাৰে বুলি 'আপোনাৰ এটা সন্তান জন্ম দিয়াৰ আদৰ্শক অলপ সংশোধন কৰিব লাগিব বুলি আপুনি নেভাবেনে ?

যি বিবাহিত ব্যক্তিয়ে সন্তান লাভৰ কাৰণে সহবাস কৰে তেখেতক ব্ৰহ্মচাৰী বুলি সম্পূৰ্ণভাৱে স্বীকাৰ কৰোঁ। বিবাহৰ আগতে আৰু পিচত পৱিত্ৰভাবে আত্মসংযমী জীৱন যাপন কৰা দম্পতীৰ ক্ষেত্ৰত এবাৰ মিলনতে গৰ্ভধাৰণ হব পাৰে বুলি আপোনাৰ মত সমৰ্থন কৰিছোঁ। আপোনাৰ প্ৰথম প্ৰদৰ্শিত যুক্তিৰ সমৰ্থনৰূপে আমাৰ শাস্ত্ৰত বিশ্বামিত্ৰ আৰু অৰুন্ধতীৰ কাহিনী পোৱা যায়। অৰুন্ধতী বশিষ্ঠ মুনিৰ পত্নী— তেওঁৰ এশপুত্ৰ থকা সত্বেও বিশ্বামিত্ৰই তেওঁক ব্ৰহ্মচাৰিণী বুলি অভিনন্দন জনাইছিল। কাৰণ অৰুন্ধতীৰ স্বামীৰ লগত হোৱা সকলো ইন্দ্ৰিয় সম্বন্ধ কেৱল মাতৃত্ব লাভৰ আকঙ্ক্ষাৰে মাতৃত্বৰ কৰ্তব্য সাধন কৰিবলৈকে হৈছিল। সেইকাৰণে অৰুন্ধতীৰ আদেশ প্ৰকৃতিয়েও আনকি শিৰোধাৰ্য কৰি লবলৈ বাধ্য। পুত্ৰ বা কন্যা বিচাৰ নকৰি আপোনাৰ এটা সন্তান জন্ম দিয়া আদৰ্শক হিন্দুশাস্ত্ৰই সমৰ্থন কৰিব বুলি মই সন্দেহ কৰোঁ। সেইকাৰণে কন্যাসন্তান থাকিলেও পুত্ৰসন্তান জন্ম নোহোৱালৈকে সন্তান জন্ম হব পাৰে বুলি আপোনাৰ বিবাহিত জীৱনৰ এক সন্তানৰ আদৰ্শক অলপ শিথিল কৰি দিলে বহুতো বিবাহিত দম্পতীয়ে সন্তুষ্টি লাভ কৰিব বুলি মই ভাবোঁ। অন্যথা বহুতো মানুহে এটা সন্তান জন্ম দি যৌন সম্বন্ধ সীমিত কৰি বাকী জীৱনছোৱা সহবাসৰপৰা সম্পূৰ্ণৰূপে বিৰত থাকি জীৱন কটাবলৈ একেবাৰে অবিবাহিত জীৱন যাপন কৰাতকৈও টান বুলি ভাবিব। যৌনপ্ৰবৃত্তি মানুহৰ আদিম প্ৰকৃতি বুলি মই লাহে লাহে উপলব্ধি কৰিবলৈ ধৰিছোঁ। আত্মসংযম হৈছে চৰ্চা কৰি আয়ত্ত কৰ

গুণ। ই·মানুহৰ ধৰ্ম আৰু আধ্যাত্মিকতাৰ ঊৰ্ধমুখী ক্ৰমবিকাশ—এই ক্ৰমবিকাশ মানুহৰ উৎকৰ্ষতাৰ স্বাভাৱিক প্ৰকৃতি—সেইবাবে আত্মসংযমক ইমান উচ্চ আসন দিয়া হয়। যিসকলে সন্তান জন্মৰ কাৰণে কেৱল সহবাস ধৰ্ম আদৰ্শ পালন কৰে তেখেতসকলক মই শ্ৰদ্ধা কৰোঁ।—ইয়াৰ অন্যথা হ'লে ইন্দ্ৰিয়সুখ বাঞ্ছা কৰাৰ দৰে হব বুলিও স্বীকাৰ কৰোঁ। কিন্তু মই এই কথাক ঘৃণনীয় পাপ বুলি কব নোখোজো। যি পতি-পত্নীয়ে নিজৰ প্ৰবৃত্তি বশীভূত কৰিব নোৱাৰে তেওঁলোকক পতিত বুলি পুতৌ কৰিবলগীয়া বা নিন্দনীয় বুলি ঘিণ কৰিবলগীয়া বুলিও মই নেভাবোঁ···।”

বৈবাহিক সম্বন্ধৰ ক্ষেত্ৰত থকা · নানান বাধা-নিষেধৰ বৈজ্ঞানিক ভিত্তিৰ বিষয়ে মই একো নেজানো। কিন্তু যিবিলাক সামাজিক আচাৰ-নীতিয়ে সৎ-সাধুভাব আৰু আত্মসংযম গুণ চৰ্চা কৰাত সহায় কৰে সেই নীতিবোৰক নীতিগতভাৱে বিধিসঙ্গত বুলি মানি লব লাগে বুলি মই ভালকৈ জানো। বংশশ্ৰীৰ বিচাৰে যদি ভাই-ভনীৰ মাজত বিবাহ নিষিদ্ধ কৰে তেন্তে দদাই বৰদেউতাকৰ লৰাছোৱালীৰ ভিতৰত হোৱা বিয়াৰ বিষয়তো এই বিচাৰ সমানে প্ৰযোজ্য হব। সেই-কাৰণে যি সমাজত যি বাধানিষেধ থাকে সেইবোৰ মানি চলা আটাইতকৈ উত্তম কথা। পত্ৰলিখকে বৰ্ণনা কৰা আদৰ্শ বিবাহৰ চৰ্ত কেইটা মই মানি লৈছো। কিন্তু চৰ্তকেইটাৰ গুৰুত্ব অনুসৰি দিয়া স্থানৰ মই অলপ পৰিৱৰ্তন কৰিব খোজো। ‘পৰস্পৰৰ প্ৰেমক’ মই তালিকাৰ শেষত ঠাই দিম। প্ৰেমক প্ৰথম স্থান দিলে বাকীকেইটা চৰ্তৰ গুৰুত্ব কমি যাব আৰু অলাগতিয়াল হৈ পৰিব পাৰে। বিয়া কৰাবলৈ হলে আধ্যাত্মিক উৎকৰ্ষ সাধনে প্ৰথম স্থান পাব লাগে, সেৱা ধৰ্মই তাৰ পিচতে ঠাই পাব, পৰিয়াল আৰু সমাজৰ ভালবেয়া বিচাৰে তৃতীয় স্থান পাব, পৰস্পৰৰ প্ৰেম বা আকৰ্ষণে সৰ্বশেষ স্থান লাভ কৰিব। আনকেইটা চৰ্ত পূৰণ নহলে অকলে প্ৰেম বা আকৰ্ষণ থাকিলে বিয়াৰ বাবে যথাৰ্থ যুক্তি আছে বুলি ধৰি লব নেলাগে। একেদৰেই

আনকেইটা চৰ্ত হয়তো পূৰ্ণ হৈছে কিন্তু পৰস্পৰৰ প্ৰেম বা আকৰ্ষণ কেৱল নাই তেতিয়াও বিয়াৰ কথা উঠিব নোৱাৰে। বংশশ্ৰীৰ কাৰণে যোগ্যতা বোলা চৰ্তটো মই ধৰ্তব্যজনক বুলি নেভাবো। বিয়াৰ মূল উদ্দেশ্যই হৈছে সন্তান জন্ম দিয়া, সেইকাৰণে বংশশ্ৰী ৰক্ষাৰ যোগ্যতা অৱশ্যে থাকিবই লাগিব—এইটো এটা চৰ্ত হব নোৱাৰে।

হিন্দুশাস্ত্ৰই পুত্ৰসন্তানৰ প্ৰতি দেখাদেখিকৈ পক্ষপাতিত্ব কৰিছে। কিন্তু এই পক্ষপাতিত্ব সেই সময়ত কৰিছিল যি সময়ত যুদ্ধবাগৰবোৰ জীৱনৰ নিত্য-নৈমিত্তিক ঘটনাৰ দৰে আছিল—জীৱনত জীয়াই থাকিবলৈ কৰা সংগ্ৰামত কৃতকাৰ্যতাৰ কাৰণে প্ৰচুৰ জনশক্তি এটা অতি প্ৰয়োজনীয় সম্পদ আছিল—সেইকাৰণে অধিক পুত্ৰসন্তান পুৰুষৰ বলবীৰ্য আৰু শক্তিৰ প্ৰতীক স্বৰূপ আছিল—বহুতো সন্তান লাভৰ কাৰণে বহু-বিবাহ পদ্ধতিক মানি লৈছিল আৰু এই পদ্ধতিক উৎসাহ দিছিল। বিয়াক পবিত্ৰ ধৰ্মমূলক আচাৰ-অনুষ্ঠান বুলি ধৰিলে এটা সন্তানহে কেৱল জন্ম দিব পাৰি—সেইকাৰণে শাস্ত্ৰত প্ৰথম সন্তানক ধৰ্মজ সন্তান বুলি কয়—পিচৰ সন্তানবিলাকক কামজ সন্তান বুলি কয়। পুত্ৰকন্যাৰ মাজত মই একো পাৰ্থক্যৰ ভাব নেৰাখো—এনেকুৱা ভেদভাব মোৰ মনেৰে অশুদ্ধ আৰু ঘৃণনীয়। পুত্ৰ বা কন্যা সন্তানক একেদৰে সাদৰেৰে গ্ৰহণ কৰিব লাগে।

বিশ্বামিত্ৰ আৰু বশিষ্ঠৰ কাহিনী উদাহৰণ স্বৰূপে ভাল ; কাৰণ সন্তান লাভৰ বাবে স্বামী-স্ত্ৰীৰ সহবাস ব্ৰহ্মচৰ্যৰ উচ্চ আদৰ্শৰ লগত সামঞ্জস্য-হীন নহয় বুলি এই কাহিনীয়ে বুজাই দিয়ে। কিন্তু কাহিনীৰ সকলো কথা আখৰে আখৰে সত্য বুলি ধৰি লব নেলাগে। ইন্দ্ৰিয় সুখ লাভ কৰিবলৈ কৰা সহবাস কাৰ্যই মানুহক পশুত্বৰ পৰ্যায়লৈ লৈ যায়—মানুহে সেইকাৰণে এই স্তৰৰ উৰ্ধ্বত থাকিবৰ কাৰণে চেষ্টা কৰা উচিত। কিন্তু পতি-পত্নীৰ মাজত এনেদৰে থাকিব নোৱাৰিলে পাপ বা নিন্দনীয় গৰ্হিত কাম বুলি ভাবিব নেলাগে। পৃথিৱীৰ লাখ লাখ মানুহে জিভাৰ জুতি লৈ খায়—তেনেকৈ লাখ লাখ পতি-পত্নীয়ে ইন্দ্ৰিয় সুখ লাভ কৰিবলৈ

সহবাস কৰে আৰু কৰি থাকিবও। সেইকাৰণে তেওঁলোকে স্বাভাৱিক নিয়ম মানি নচলা কাৰণে অলেখ্‌. ৰোগ দুখ-যাতনা ভুগি কষ্ট ভুগিবলগীয়া হয়। আধ্যাত্মিকভাৱে উচ্চ জীৱন কামনা কৰা সকলৰ কাৰণেহে সম্পূৰ্ণ ব্ৰহ্মচৰ্য আৰু বিবাহিত ব্ৰহ্মচৰ্য আদৰ্শৰ প্ৰয়োজন। এনেকুৱা জীৱন লাভ কৰিবলৈ হ'লে ব্ৰহ্মচৰ্য ধৰ্ম পালন কৰিব অৱশ্যেই লাগিব।

হৰিজন : ৫-৬-৩৭

## ( ছয়ত্ৰিশ )

# বিবাহিত জীৱনৰ দুৱাৰদলিত

[ গান্ধী সেৱা সংঘ এটা নৈতিকতামূলক অনুষ্ঠান। এই সংঘৰ সভ্যসকল সমাজসেৱী। সমস্যা সমাধান কৰিবলগীয়া কামবোৰ এওঁলোকে ঘাইকৈ ধৰ্মীয় ভাবেৰে কৰে। এওঁলোকৰ আলোচনাবোৰ সদায় আত্ম-বিশ্লেষণেৰে পৰিপূৰ্ণ হৈ থাকে। গান্ধীজীয়ে তেওঁৰ নাতিনী আৰু মোৰ ভনীজনীৰ বিবাহ আৰু মোৰ ভাই আৰু ল'ৰাটোৰ উপনয়ন অনুষ্ঠানটি সংঘৰ জৰিয়তে কৰিবলৈ ঠিক কৰি যথোপযুক্ত কাম কৰিছে। জীৱনত প্ৰৱেশ কৰিবলৈ ওলোৱা যুৱক-যুৱতীক জীৱনৰ গভীৰতাৰ প্ৰতি সম্যক জ্ঞান সংঘতকৈ ভালকৈ একোৱেই দিব নোৱাৰে। ইয়াৰ উপৰিও আমাৰ অনুষ্ঠানবোৰ আনুষ্ঠানিক গহীন-গম্ভীৰ কাম-উৎসৱ নহয় বুলি বুজাই দিব লাগিব। এই বিবাহত বাহ্যিক আড়ম্বৰ আৰু আনন্দ উৎসৱ হোৱা নাছিল—বন্ধুবান্ধৱ বা আত্মীয়-স্বজনলৈ নিমন্ত্ৰণী পত্ৰও পঠোৱা হোৱা নাছিল। গম্ভীৰ প্ৰকৃতিৰ আত্মত্যাগী সমাজসেৱী-সকলৰ আশীৰ্বাদ আত্মীয়-স্বজন বন্ধুবান্ধৱৰ আশীৰ্বাদতকৈ অধিক মূল্যবান বুলি দৰা-কন্যাই দৃঢ়ভাৱে বিশ্বাস কৰে—আত্মীয়-স্বজন বন্ধুবান্ধৱৰ আশীৰ্বাদ তেওঁলোকে গতানুগতিকভাৱে লাভ কৰিব। এই অনুষ্ঠান

দুজন শাস্ত্ৰীয়ে সমাধা কৰিছিল—এজন বেলগাঁৱৰ শাস্ত্ৰী ৰামভট্টজী আৰু আনজন ওৱাইৰ বিখ্যাত প্ৰজ্ঞা পাঠশালাৰ শাস্ত্ৰী লক্ষ্মণ যোশী। অনুষ্ঠানৰ কামখিনি তেখেতসকলে পুৰস্কাৰ আশা নকৰি সমাধা কৰিছিল। তেখেতসকলে অনুষ্ঠানৰ প্ৰতিটো কথাৰ অৰ্থ জানে। শাস্ত্ৰী লক্ষ্মণ যোশীয়ে প্ৰতিটো মন্ত্ৰৰ অৰ্থ সৰল হিন্দীত অনুবাদ কৰি দিছিল—দৰা-কন্যাই যাতে উচ্চাৰণ কৰিবলগীয়া প্ৰতিটো শব্দৰ অৰ্থ বুজি পায় সেইবাবে তেখেতসকলে চেষ্টা কৰিছিল।

সমাজৰ আগত গান্ধীজীয়ে বিবাহিত দম্পতীক একো কোৱা নাই। ঘৰুৱাভাৱে তেওঁ মতামত দিছিল। সকলো বিবাহিত দম্পতীয়ে এই কথাখিনি ভাল পাব বুলি মোৰ সাধ্যানুসাৰে যিমান ভালকৈ পাৰো চমুকৈ সাৰাংশখিনি তুলি দিলো। (মহাদেব দেশাই)]

আমাৰ মাজত কৰ্তব্যবোধ জগাই তোলা আচাৰ-অনুষ্ঠানবিলাকৰ বাহিৰে আন আচাৰ-অনুষ্ঠানক মই বিশ্বাস নকৰো বুলি তোমালোকে জানা। মোৰ নিজৰ কথা ভাবিবলৈ লোৱাৰেপৰা মোৰ এই মনোবৃত্তি হৈছে। তোমালোকে উচ্চাৰণ কৰা সকলোবোৰ মন্ত্ৰ আৰু শপথ সংস্কৃততে আছিল আৰু ইয়াৰ অৰ্থ তোমালোকক অনুবাদ কৰি দিছিল। আমাৰ কিতাপবোৰ সংস্কৃততে লিখা—সংস্কৃত শব্দবিলাকৰ এটা শক্তি আছে। এই সংস্কৃত শব্দৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত হ'বলৈ আমাৰ সকলোৰে ভাল পায় বুলি মই জানো।

এই অনুষ্ঠানত স্বামীয়ে কন্যাগৰাকী স্বাস্থ্যবান সুপুত্ৰৰ জননী হয় যেন বুলি এটা ইচ্ছা প্ৰকাশ কৰিছে। এই অভিলাষ শুনি মই আচৰিত হোৱা নাই। সন্তান জন্ম দিবই লাগিব বুলি বাধ্যবাধকতা-মূলকভাৱে একো কোৱা নাই। যদি সন্তান লাগে তেন্তে একান্তমনে ধৰ্মভাৱেৰে বিয়া হোৱা আৱশ্যক বুলিহে অৰ্থ প্ৰকাশ কৰিছে। যাক সন্তান নেলাগে তেওঁ বিয়া কৰাবই নেলাগে। যৌন পৰিতৃপ্তিৰ কাৰণে হোৱা বিবাহক বিবাহ বুলিব নোৱাৰি। তাক ব্যভিচাৰ বুলি কয়। যেতিয়া দুয়োজনে সঁচাকৈয়ে সন্তান বাঞ্ছা কৰে তেতিয়াহে

যৌনকাৰ্য সমাধা কৰিব লাগে বুলি আজিৰ অনুষ্ঠানে বুজাই দিছে। এই গোটেই ধাৰণাটো এটা পবিত্ৰ কথা—সেইকাৰণে এই কাম প্ৰাৰ্থনা পূৰ্ণভাৱে সমাধা কৰিব লাগে। যৌন উত্তেজনা আৰু আনন্দৰ কাৰণে পূব অনুৰাগেৰে সৈতে এই কাৰ্য কৰিব নেলাগে। এটাতকৈ অধিক সন্তান কামনা নকৰিলে জীৱনত এবাৰ মাথোন এনেকুৱা মিলনকাৰ্য সম্পন্ন হব পাৰে। দৈহিক আৰু নৈতিকভাৱে সুস্থ নেথাকিলে কেতিয়াও একেলগ হব নেলাগে, যদি এনে অৱস্থাত মিলন হয় তেন্তে সি ব্যভিচাৰ হব। বিবাহ পশুক্ষুধাৰ সন্তুষ্টি লাভৰ কাৰণে সংঘটিত হয় বুলি যদি তোমালোকে ভাবিছা তেন্তে সেই ধাৰণা ত্যাগ কৰিব লাগিব। এইটো এটা অন্ধবিশ্বাস। পবিত্ৰ অগ্নিৰ আগত গোটেই বিবাহ অনুষ্ঠানৰ কামখিনি সমাপন হয়—হোমাগ্নিয়ে তোমালোকৰ সকলো কামভাব ভস্ম কৰি দিয়ে যেন।

আজিকালি প্ৰচলিত হোৱা আৰু এটা অন্ধবিশ্বাসৰ দ্বাৰা প্ৰবঞ্চিত নহবা। সংযত ভাব, আত্মসংযম আদি অশুদ্ধ কথা—যৌনক্ষুধাৰ পূৰ্ণ পৰিতৃপ্তি আৰু অসংযত প্ৰেম স্বাভাৱিক কথা বুলি এটা অন্ধবিশ্বাস সোমাইছে। এইটোতকৈ ক্ষতিকৰ অনিষ্টকাৰী অন্ধবিশ্বাস বোধকৰো আন একো হব নোৱাৰে। তোমালোক হয়তো আদৰ্শত উপনীত হবলৈ অক্ষম হৈ পৰিবা, তোমালোকৰ মনোবল দুৰ্বল হৈ পৰিব পাৰে কিন্তু সেইবুলি অধৰ্মক ধৰ্ম বুলি নলবা। তোমালোকৰ দুৰ্বল মুহূৰ্তত মই কোৱা কথাবোৰ মনলৈ আনিবা। এই গম্ভীৰ অনুষ্ঠানৰ গৌৰৱণীয়ে তোমালোকক সুস্থিৰ আৰু সংযত কৰি তুলিব। সংযম আৰু যৌনাকাংখা দমন কৰা বিয়াৰ মূল উদ্দেশ্য। বিবাহৰ উদ্দেশ্য সন্তান জন্ম দিয়া বুলি নেভাবি আন উদ্দেশ্যৰে বিয়া কৰালে বিয়াক পবিত্ৰ ধৰ্মমূলক অনুষ্ঠান বুলি কব নোৱাৰি।

বিবাহৰ যোগেৰে তোমালোক সমান মৰ্যাদা লাভ কৰি বন্ধুৰূপে ঐক হৈ গলা। পতিক স্বামী বুলিলে পত্নীক 'স্বামিনী' বুলি কব লাগিব। এজন আনজনৰ গৰাকী—এজন আনজনৰ সহায়কাৰী। জীৱনৰ কাম

আৰু কৰ্তব্য কৰোতে ইজনে আনজনৰ লগত সহযোগ কৰে। যুবক বৃন্দ! তোমালোকৰ উদ্দেশ্যে মই ইয়াকে কওঁ—তোমালোক যদি ছোৱালীতকৈ অধিক বুদ্ধিসম্পন্না হোৱা, তোমালোকৰ অন্তৰ যদি সূক্ষ্ম সুন্দৰ অনুভূতিৰে সমৃদ্ধ হৈ আছে তেন্তে তোমালোকে সেই বুদ্ধি আৰু অনুভূতিৰে ছোৱালীবিলাককো প্ৰভাৱান্বিত কৰা। ছোৱালীবিলাকৰ তোমালোক প্ৰকৃত শিক্ষক হৈ পথ দেখুৱাই লৈ যোৱা—কেতিয়াও তেওঁলোকৰ অগ্ৰগতিত বাধা প্ৰদান নকৰিবা আৰু ভুল পথ নেদেখুৱাবা। তোমালোক দুয়োৰে মাজত চিন্তা, কথা আৰু কাৰ্যত যেন সম্পূৰ্ণ সমন্বয় হয়, তোমালোকৰ মাজত যেন একো গোপনীয়তা নেথাকে, তোমালোকৰ আত্মা যেন এক হৈ যায়।

ভণ্ড নহবা। অসম্ভৱ কাম কৰিবলৈ বৃথা চেষ্টা কৰি স্বাস্থ্য নষ্ট নকৰিবা। সংযমে কেতিয়াও স্বাস্থ্য ভঙ্গ নকৰে—বাহ্যিক দমনৰ দ্বাৰা স্বাস্থ্য নষ্ট হয়। প্ৰকৃত আত্মসংযমী পুৰুষে প্ৰতিদিনে শক্তি সঞ্চয় কৰি শক্তিমন্ত হৈ পৰে—প্ৰতিদিনে অধিক শান্তি লাভ কৰি থাকে। সংযত চিন্তা আত্মসংযমৰ প্ৰথম পদক্ষেপ। নিজৰ ক্ষমতাক প্ৰথমতে উপলব্ধি কৰিবা আৰু যিমানখিনি কৰিবৰ তোমাৰ ক্ষমতা আছে সেইখিনিহে কৰিবা। মই তোমালোকৰ সমুখত এটা শুদ্ধ দৃষ্টিভঙ্গী দাঙি ধৰিছোঁ। এই দৃষ্টিভঙ্গী গ্ৰহণ কৰিবলৈ পাৰ্যমানে চেষ্টা কৰা। ব্যৰ্থ হলে দুখ বা লাজ কৰিব নেলাগে। বিবাহ এটা পবিত্ৰ অনুষ্ঠান—নবজন্ম। উপনয়ন অনুষ্ঠানো এটা পবিত্ৰ অনুষ্ঠান আৰু নবজন্ম বুলি মই তোমালোকক বুজাই দিছো মাত্ৰ। মই কোৱা কথাবোৰ শুনি তোমালোকে শংকাবোধ নকৰিবা বা দুৰ্বল হৈ নপৰিবা। সদায় চিন্তা, কথা আৰু কাৰ্যৰ সমন্বয় ৰক্ষা কৰিবলৈ চেষ্টা কৰিবা। তোমালোকৰ চিন্তাধাৰাক নিৰ্মল শুদ্ধ কৰিবলৈ সদায় চেষ্টা কৰিবা—তেতিয়া সৰ্বতো-প্ৰকাৰে মঙ্গল হব। চিন্তাতকৈ সম্ভাৱনাপূৰ্ণ কাৰ্যকৰী বস্তু একো হব নোৱাৰে। পৃথিৱীখন মহান চিন্তাৰ ফল। চিন্তা মহান আৰু পবিত্ৰ হলে ফলাফল নিৰ্মল আৰু মহান হয়। সেইকাৰণে তোমালোকক

মই মহান· আদৰ্শৰ ধৰ্মেৰে আগবাঢ়ি যাবলৈ কওঁ—এনে কৰিলে কোনো প্ৰলোভনে তোমালোকক অনিষ্ট কৰিব নোৱাৰে—কোনো অপবিত্ৰতাই তোমালোকক স্পৰ্শ কৰিব নোৱাৰে বুলি মই নিশ্চিত কৈ কব পাৰো।

বিবাহৰ সময়ত তোমালোকক ব্যাখ্যা কৰি দিয়া বিবিধ অনুষ্ঠান বিধিবোৰ স্মৰণ কঁৰাচোন। আড়ম্বৰহীন মধুপৰ্ক নিয়মটোলৈকে লক্ষ্য কৰা—পৃথিৱীখন মধুৰে পৰিপূৰ্ণ সুস্বাদ অমৃত বা মধু। পৃথিৱীৰ বাকী মানুহে এই মধু গ্ৰহণ কৰাৰ পিচত তোমালোকে সেই মধু পান কৰিবা। তাৰমানে ত্যাগৰ যোগেৰে লাভ কৰা আনন্দ—ত্যাগৰ আনন্দ।"

"সন্তান লাভৰ ইচ্ছা নেথাকিলে বিয়া হব নেলাগেনেকি ?" এইবুলি এজন দৰাই প্ৰশ্ন কৰিলে।

"নিশ্চয় নেলাগে। দৈহিক মিলনৰ ইচ্ছা বৰ্জিত বিয়াত মোৰ বিশ্বাস নাই। অতি বিৰল কিছুমান ক্ষেত্ৰত পুৰুষে তিৰোতাক আশ্ৰয় দিবৰ কাৰণে বিয়া কৰায় দৈহিক মিলনৰ কাৰণে নহয়। কিন্তু এনেকুৱা কথা অতি বিৰল। পৱিত্ৰ বিবাহিত জীৱনৰ বিষয়ে মই লিখা কথাবোৰ পঢ়িবা। মহাভাৰতত পঢ়া কথাবোৰ মোৰ মনত দকৈ শিপাইছে। ব্যাসদেৱে মহাভাৰতত 'নিয়োগ কৰ্ম' সমাপন কৰিছিল বুলি বৰ্ণনা কৰিছে—ব্যাসদেৱক সুন্দৰ আছিল বুলি তাত কোৱা নাই, বৰং তাৰ বিপৰীতহে আছিল। তেওঁৰ দেহৰ গঠন ভয়ংকৰ বুলি বৰ্ণনা কৰিছে, তেওঁ অনুৰাগ জন্মোৱা ভাবভঙ্গীও প্ৰদৰ্শন কৰা নাছিল কিন্তু 'নিয়োগ' কাম সমাধা কৰাৰ আগতে তেওঁ সৰ্বশৰীৰত ঘিঁউৰ প্ৰলেপ লৈছিল—কামনাৰ বশৱৰ্তী হৈ তেওঁ মিলন কাৰ্য সমাধা কৰা নাছিল—সন্তান লাভৰ ইচ্ছাৰে কৰিছিল। সন্তান লাভৰ বাসনা এটা স্বাভাৱিক মনস্কামনা। এই কামনা সিদ্ধি হলে কোনো সহবাস হব নেলাগে।

মনুৱে প্ৰথম সন্তানক ধৰ্মজ সন্তান বুলি কৈছে—কৰ্তব্যবোধৰ খাটিৰত জন্মগ্ৰহণ কৰিছে, পিচৰ আনবোৰ সন্তানক কামজ আখ্যা দিছে। এইখিনি কথাই থুপতে যৌন সম্বন্ধৰ বিষয়ে কিছুমান অধিনিয়ম

দি দিছে। ঈশ্বৰনো কি? এটা নিয়ম বা বিধিমাত্ৰ। ‘মই নিয়মৰ ব্যতিক্ৰম কেতিয়াও নকৰোঁ’ এইবুলি তোমালোকক তিনিবাৰ উচ্চাৰণ কৰিবলৈ দিছিল। নিযম অনুসাৰে চলা মুষ্টিমেয় মানুহ কিছুমান থাকিলেও আমি সবল সত্যবাদী মুনিহ্-তিৰোতাৰে এটা শক্তিশালী জাতি লাভ কৰিম।

যেতিয়াৰেপৰা মই কস্তুৰবাক কামনাৰ সামগ্ৰী বুলি ভাবিবলৈ এৰি দিছোঁ তেতিয়াৰেপৰা মই বিবাহিত জীৱন আটাইতকৈ ভালদৰে উপভোগ কৰিছোঁ। মোৰ ভৰ যৌবন কালতে মোৰ স্বাস্থ্য অটুট থাকোতেই মই সংযমৰ শপথ গ্ৰহণ কৰিছোঁ। বিবাহিত জীৱন বুলিলে সাধাৰণতে যি বুজায় সেই জীৱন উপভোগ কৰিবলৈ মই তেতিয়া যথেষ্ট ডেকা আছিলো। হঠাতে উপলব্ধি কৰিলো যে এটা পবিত্ৰ কৰ্তব্যৰ কাৰণে আমি সকলোৱে জন্মগ্ৰহণ কৰোঁ। মোৰ বিয়া হওঁতে মই এই কথা নেজানিছিলোঁ। মোৰ যেতিয়া জ্ঞান হ’ল মই বুজিব পাৰিলো যে মই যি কামৰ কাৰণে জন্মগ্ৰহণ কৰিছোঁ বিবাহে সেই কাম কৰাত মোক সহায় কৰিছে। তেতিয়া প্ৰকৃততে মই আচল ধৰ্মক উপলব্ধি কৰিব পাৰিলো। শপথ গ্ৰহণ কৰাৰ পিচত আমাৰ জীৱনলৈ প্ৰকৃত সুখ-শান্তি আহিল। ‘বা’ক দেখাত নিশকটীয়া দুৰ্বল যেন লাগে যদিও ‘বা’ৰ স্বাস্থ্য বেচ ভাল। তেওঁ ৰাতিপুৱাৰপৰা ৰাতিলৈকে পৰিশ্ৰম কৰে। মোৰ কামনাৰ সামগ্ৰী হৈ থকা হলে ‘বা’য়ে ইমানকৈ কাম কৰি থাকিব নোৱাৰিলেহেঁতেন।

কিন্তু মোৰ এই জ্ঞান বৰ বেলিকৈ হ’ল কাৰণ বিবাহিত জীৱন মই কেইবছৰমান যাপন কৰিলোঁ। তোমালোকক ঠিক সময়তে সজাগ কৰি দিছোঁ। সেইকাৰণে তোমালোক ভাগ্যবান। মই বিয়া হওঁতে মোৰ পৰিবেশ যিমান প্ৰতিকূলজনক হব পাৰে সিমান প্ৰতিকূল আছিল কিন্তু তোমালোকৰ পৰিবেশ অতি অনুকূল হৈ আছে। কিন্তু সত্যৰ বৰ্ম মোৰ লগত আছিল। এই সত্যই মোক জীৱনত সদায় সহায় কৰি আহিছে। সত্যই মোক আৱৰি আছে, মোক ৰক্ষা কৰিছে।

মোৰ জীৱনৰ মূলাধাৰ হৈছে সত্য। ব্ৰহ্মচৰ্য আৰু অহিংসা সত্যৰপৰা পিচত জন্ম হৈছে। যিয়েই কৰা সদায় সত্যত থাকিবা। পৃথিৱীৰ সকলোৰে কাৰণে সত্য হবা। নিজৰ চিন্তাক লুকাই নথবা। প্ৰকাশ কৰিবলৈ লাজ লগা চিন্তাক পোষণ কৰা আৰু লাজৰ কথা।

হৰিজন : ২৪-৪-৩৭

## ( সাতত্ৰিশ )

## পতি আৰু পত্নী

প্ৰশ্ন ঃ—হিন্দুধৰ্মমতে পত্নীৰ চৰম লক্ষ্য হৈছে পতিভক্তি আৰু স্বামীতেই নিজৰ সকলো সত্তা বিলীন কৰি দিয়া। সেই পতি অসৎ চৰিত্ৰৰেই হওক বা প্ৰেমৰ প্ৰতীক স্বৰূপেই হওক সেই কথা বেছি মন কৰিবলগীয়া নহয়। পত্নীৰ কামৰ যদি ইয়েই শুদ্ধ পদ্ধতি হয় পতিৰ মতৰ বিৰুদ্ধে পত্নীয়ে দেশৰ কাম কৰিবলৈ আহিব পাৰিবনে? নহলে পতিয়ে যিমান দূৰ অনুমতি দিয়ে সিমান দূৰ কাম কৰিব পাৰিবনেকি?

উত্তৰ ঃ—মই সীতাক আদৰ্শ পত্নী আৰু ৰামচন্দ্ৰক আদৰ্শ স্বামী বুলি ভাবোঁ। সীতা ৰামচন্দ্ৰৰ দাসী নাছিল। এজন আনজনৰ দাসস্বৰূপ আছিল। ৰাম সদায় সীতাৰ প্ৰতি বিবেচনাশীল আছিল। য'ত প্ৰকৃত প্ৰেম থাকে সেই ক্ষেত্ৰত এনেকুৱা প্ৰশ্ন উঠিব নোৱাৰে। প্ৰকৃত প্ৰেম নেথাকিলে স্বামী-স্ত্ৰীৰ মাজত মৰমৰ বান্ধোন নেথাকে। কিন্তু আজিকালিৰ হিন্দু গৃহস্থালি এটা বুজিব নোৱাৰা সাঁথৰৰ দৰে। বিয়া হওঁতে স্বামী-স্ত্ৰী দুয়োজনে পৰস্পৰৰ বিষয়ে একোৱেই নেজানে। আচাৰ-নীতিৰে সংৰক্ষিত হৈ থকা ধৰ্মমূলক অনুমতি আৰু বিবাহিত মানুহৰ একে ধৰণৰ জীৱন প্ৰবাহৰ গতিয়ে বেছি ভাগ গৃহস্থালিতে শান্তি ৰক্ষা কৰি থাকে। কিন্তু পত্নী বা স্বামীয়ে যদি কেতিয়াবা

সাধাৰণতকৈ বেলেগ দৃষ্টিভঙ্গী লয় তেতিয়াই বিবাদ হোৱাৰ ভয় হয়। স্বামীজনৰ বেলেগ দৃষ্টিভঙ্গী হলে একো অসুবিধাৰ সৃষ্টি নহয়—স্বামীয়ে স্ত্ৰীৰ পৰামৰ্শ লব লাগিব বুলি একো বাধ্যবাধকতা নাই। স্বামীয়ে স্ত্ৰীক নিজৰ সম্পত্তি বুলি ভাবি লয়। বেচেৰী পত্নীগৰাকীয়ে স্বামীৰ অধিকাৰত বিশ্বাস কৰি নিজৰ ইচ্ছা-অভিলাষ দমাই ৰাখে। এই কথাটোৰপৰা মুক্তি পাবলৈ উপায় আছে যেন লাগে। মীৰাবাঈয়ে বাট দেখুৱাই গৈছে। পত্নীৰ নিজৰ ধৰণে চলিবলৈ সম্পূৰ্ণ স্বত্ব আছে। পত্নীয়ে যদি নিজকে শুদ্ধ বুলি জানে আৰু মহৎ উদ্দেশ্যৰ কাৰণে প্ৰতিবাদ কৰিছে বুলি জানে—তেওঁ নিজৰ কাৰ্যৰ পৰিণামৰ নীৰৱে সাহসেৰে সমুখীন হব লাগিব।

প্ৰশ্ন :—স্বামী যদি মাংসভোজী হয় আৰু পত্নীয়ে যদি মাংস ভোজন কৰা বেয়া বুলি ভাবে তেতিয়া পত্নীয়ে নিজৰ ধৰণে চলিবনে? পত্নীয়ে মৰমেৰে স্বামীক মাংসভোজন বা আন তেনেকুৱা কথাৰপৰা আঁতৰ কৰিবলৈ চেষ্টা কৰিব নোৱাৰেনে? পত্নীয়ে স্বামীৰ কাৰণে মাংস ৰান্ধি দিবনে? অথবা স্বামীয়ে ক'লে তেওঁ মাংস ভোজন কৰিবনে? পত্নীয়ে নিজৰ মতে চলিব লাগে বুলি ক'লে যুটীয়াভাৱে কৰা ঘৰ এখন কেনেকৈ চলিব? এজনে জোৰ কৰিলে আৰু এজনে বিদ্ৰোহ কৰিলে কেনেকৈ হ'ব?

উত্তৰ :—প্ৰথম প্ৰশ্নটোৰ উত্তৰ দিওঁতেই এই প্ৰশ্নৰ উত্তৰ আংশিকভাৱে দিয়া হৈছে। পত্নী স্বামীৰ দোষণীয় কামবোৰৰ সমভাগী হবলৈ বাধ্য নহয়। কিবা কথা ভুল বুলি ভাবিলে সেই ভুল শুদ্ধ কৰিবলৈ পত্নীৰ সাহ থাকিব লাগিব। ঘৰখন চলোৱা পত্নীৰ কাম; সেয়ে পত্নীয়ে ৰন্ধাবঢ়া কৰিব লাগিব। আনহাতে পৰিয়ালৰ কাৰণে অৰ্থোপাৰ্জন কৰা স্বামীৰ কৰ্তব্য। স্বামী-স্ত্ৰীৰ দুয়োজনে যদি আগৰে-পৰা মাংসভোজী হয় তেন্তে পত্নী পৰিয়ালৰ কাৰণে মাংস ৰান্ধিবলৈ বাধ্য। কিন্তু নিৰামিষ ভোজন কৰা পৰিয়াল এটাত স্বামীয়ে মাংস-ভোজন আৰম্ভ কৰিলে পত্নীয়ে মাংস ৰান্ধিবলৈ বেয়া পালে তেওঁ

মাংস ৰান্ধিবলৈ বাধ্য নহয়। ঘৰখনৰ শান্তি ৰক্ষা আটাইতকৈ প্ৰয়োজনীয় কথা; কিন্তু সেইবুলি শান্তিৰ কাৰণে যে সকলো কথা কৰি যাব লাগিব এনে নহয়। মোৰ কাৰণে বিবাহিত জীৱনতো আন কথাৰ দৰে শৃংখলাপৰায়ণ হব লাগে। জীৱনটো হৈছে এটা কৰ্তব্য— জীৱনত শিকিবলগীয়া বহুতো কথা আছে। ইহকাল-পৰকালৰ বাবে পৰস্পৰৰ মঙ্গল সাধন কৰাই হ'ল বিবাহিত জীৱনৰ উদ্দেশ্য। এজন সঙ্গীয়ে শৃংখলা ভঙ্গ কৰিলে আনজন সঙ্গীৰ চুক্তিভঙ্গ কৰিবৰ কাৰণে স্বত্ব আছে। এই মতভেদ নৈতিক মতভেদ—দৈহিক মতভেদ নহয়। ইয়াত বিবাহ-বিচ্ছেদৰ প্ৰশ্ন উঠিব নোৱাৰে। স্বামী আৰু স্ত্ৰীৰ বিচ্ছেদ হয় কিন্তু যি উদ্দেশ্যৰ কাৰণে তেওঁলোক একেলগ হৈছিল সেই উদ্দেশ্য সাধন কৰিবলৈহে তেওঁলোকৰ বিচ্ছেদ হয়। হিন্দুধৰ্মই স্বামী-স্ত্ৰী দুয়োজনকে সম্পূৰ্ণভাৱে সমান বুলি ভাবে। কিন্তু স্ত্ৰী স্বামীতকৈ তলত বুলি এটা বেলেগ ধৰণৰ ৰীতি সমাজত সোমাল, কিন্তু কোনেও নেজানে কেতিয়াৰপৰা এই নীতি সমাজত শিপাই ললে। এনে ধৰণৰ বহুতো বেয়া কথা হিন্দুধৰ্মত সোমাইছে। হিন্দুধৰ্মই আত্মোপলব্ধি কৰিবৰ কাৰণে যি ভাল বুজে কৰিবলৈ ব্যক্তিক সম্পূৰ্ণ স্বাধীনতা দিয়ে বুলি মই জানো। আত্মোপলব্ধি কৰিবলৈহে মুনিহ-তিৰোতা সকলোৰে জন্ম হৈছে।

ইয়ং ইণ্ডিয়া: ২১-১০-২৬

# ( আঠত্ৰিশ )

# হিন্দু পত্নী

তলৰ কথাখিনি এজন ককায়েকে তেওঁৰ বিবাহিত ভনীয়েকৰ দুখ-যাতনা বৰ্ণনা কৰি লিখা চিঠি এখনৰ সাৰাংশ ঃ

"কিছুমান দিনৰ আগতে মোৰ ভনীজনীক এজন মানুহলৈ বিয়া দিছিলোঁ। এই মানুহজনৰ স্বভাৱ-চৰিত্ৰৰ বিষয়ে আমি একো নেজানিছিলোঁ। পিচত এই মানুহজন কামুক, লম্পট বুলি গম পালোঁ। হেজাৰ আনন্দ উপভোগেও এই মানুহজনৰ কামনাই পৰিতৃপ্তি লাভ নকৰে। মানুহজনৰ মান-মৰ্যাদাৰ জ্ঞান নাই। মোৰ দুৰ্ভগীয়া ভনী-জনীয়ে বিয়াৰ পিচতেই তাইৰ 'স্বামী' দিনে দিনে তললৈ নামি গৈছে বুলি জানিব পাৰিলে। ভনীজনীয়ে প্ৰতিবাদ কৰিলে। মানুহজনে এই কথা সহ্য কৰিব নোৱাৰি তাইক এশিকনি দিবৰ মনেৰে তাইৰ সমুখতে এইবোৰ কাম বেছিকৈ আৰম্ভ কৰিলে। তাইক মাৰে, থিয় কৰাই থয় আৰু একো খাবলৈ নিদিয়ে। নিজৰ অসৎ কামবোৰ চাবৰ কাৰণে তাইক খুটাত বান্ধি থয়। ভনীজনীৰ দুখতে মোৰ অন্তৰ ভাগি গৈছে—তাইক শোকত কান্দি থকা দেখি আমি বৰ দুখ পাইছোঁ। আমি অসহায় হৈ পৰিছোঁ। আমাক আৰু তাইক আপুনি কি কৰিবলৈ উপদেশ দিয়ে? হিন্দুধৰ্মত তিৰোতাগৰাকীয়ে সম্পূৰ্ণভাৱে একেবাৰে এজন মানুহৰ দয়াৰ ওপৰতে নিৰ্ভৰ কৰি থাকিব লাগে—তিৰোতাৰ নিজৰ কোনো স্বত্ব বা সুবিধা নাই। এইটো এই ধৰ্মৰ বৰ লাজৰ কথা। মানুহজন নিৰ্দয়, নিষ্ঠুৰ হওঁ বুলিলে দুৰ্ভগীয়া তিৰোতাগৰাকীয়ে একো কৰিব নোৱাৰে। পুৰুষে যাৰে তাৰে লগতে ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰি ফুৰিব পাৰে—কোনেও সেই পুৰুষৰ বিৰুদ্ধে একো নকয়। কিন্তু তিৰোতাৰ এবাৰ বিয়া হলে তিৰোতাই স্বামীৰ কৰুণাৰ ওপৰতে

সম্পূর্ণভাৱে নির্ভৰ কৰিবলগীয়া হয়। হেজাৰ হেজাৰ তিৰোতাই এই নিকাৰ ভুঞ্জি বিনাই আছে। হিন্দুধৰ্মৰপৰা এই কুকথা আঁতৰ কৰিব নোৱাৰিলে উন্নতিৰ কিবা আশা আছে জানো?"

এই পত্ৰলিখকজন এজন শিক্ষিত মানুহ। এই সাৰাংশখিনিতকৈ তেখেতৰ চিঠিখনে ভনীয়েকৰ দুখ-দুৰ্গতিৰ হুবহু চিত্ৰখন দাঙি ধৰিছে। পত্ৰলিখকজনে নিজৰ নাম-ঠিকনা সম্পূৰ্ণকৈ মোলৈ পঠিয়াইছে। তেখেত হিন্দুধৰ্মৰ প্ৰতি বিৰক্ত হৈ খণ্ডতে হিন্দুধৰ্মক গৰিহণা দিছে। সেইকাৰণে তেখেত ক্ষমাৰ যোগ্য। কিন্তু তেখেতে মনস্তাত্ত্বিক ব্যতিক্ৰম থকা এটা ঘটনাৰ আলম লৈ এটা অভিমত প্ৰতিষ্ঠা কৰিব খুজিছে। লাখ লাখ হিন্দু পত্নীয়ে নিজৰ ঘৰৰ ৰাণীৰূপে সম্পূৰ্ণ শান্তিত বাস কৰি আছে। তেওঁলোকে স্বামীৰ ওপৰত এটা কৰ্তৃত্ব চলাব পাৰে। এই কৰ্তৃত্ব পাবলৈ সকলো নাৰীয়ে ইচ্ছা কৰে। এই কৰ্তৃত্ব প্ৰেমে প্ৰদান কৰে। পত্ৰলিখকে জনোৱা নিষ্ঠুৰ ঘটনাটো হিন্দুধৰ্মৰ কুনীতিৰ নিদৰ্শন নহয়। এইবোৰ ঘটনা মানুহৰ কু-প্ৰবৃত্তিৰ কাৰণে হয়। এই কু-প্ৰবৃত্তি পৃথিৱীৰ সকলো ঠাইতে বিভিন্ন ধৰ্মবিশ্বাসৰ মানুহৰ মাজতো প্ৰকাশ হয়। নিজৰ কথা জোৰ দি কব নোৱাৰা সহজে প্ৰভাৱান্বিত কৰিব পৰা ভাৰ্যাক বিবাহ বিচ্ছেদৰ সুবিধাকণে ৰক্ষা কৰিব নোৱাৰে। কেতিয়াবা কেতিয়াবা নিজৰ কথা জোৰ দি কবলৈ ভাৰ্যা অনিচ্ছুক হৈ পৰে। সেইকাৰণে সংস্কাৰকসকলে সংস্কাৰ কৰিবলৈ হলে বলিয়ালি বা অতিৰঞ্জিত কথাবোৰ বেছি মন দিব নেলাগে।

এই প্ৰবন্ধটোত উল্লেখিত ঘটনা হিন্দুসমাজত একেবাৰে নোহোৱা নহয়। হিন্দু সংস্কৃতিয়ে পত্নীক স্বামীৰ অতিপাত তলতীয়া কৰি থৈ ভুল কৰিছে আৰু পত্নী সম্পূৰ্ণভাৱে স্বামীতে লীন হৈ যাব লাগে বুলি জোৰ দি কৈছে। পৰিণামত স্বামীয়ে কেতিয়াবা অনধিকাৰ কৰ্তৃত্ব চলাই নিজকে পশুত্বৰ পৰ্যায়লৈ নমাই আনে। এই অতপালিবৃপৰা আইনৰ জৰিয়তে ৰক্ষা পাব নোৱাৰি—নাৰীক প্ৰকৃত শিক্ষা দি আৰু পুৰুষৰ অপুৰুষোচিত আচৰণৰ বিৰুদ্ধে জনমত সৃষ্টি কৰি ইয়াৰপৰা

ৰক্ষা পাব পাৰি। নাৰীৰ এই শিক্ষা অবিবাহিত ছোৱালীক দিয়া শিক্ষাৰ দৰে নহয়। উল্লেখিত ঘটনাটোৰ প্ৰতিকাৰৰ উপায় অতি সহজ হৈ আছে। ভাই-ককাই আৰু আন আন আত্মীয় স্বজনে অসহায় বুলি ভাবি অভাগী ছোৱালীজনীৰ সৈতে কান্দিকাটি থকাতকৈ তাইক ৰক্ষাকবচ দি আশ্ৰয় দিব লাগে। এজন পাপী স্বামীক সন্তুষ্ট কৰা বা সেই স্বামীৰ সঙ্গ বিচৰা কৰ্তব্য নহয় বুলি ছোৱালীজনীক বুজাই দিব লাগে। স্বামীজনে ভাৰ্যাক কোনো মূল্য নিদিয়ে বুলি স্পষ্ট হৈ ওলাই পৰিছে। ছোৱালীটিয়ে সেইবাবে বিবাহ বিচ্ছেদ নকৰাকৈয়ে বিয়া যেন কেতিয়াও নাই হোৱা বুলি ভাবি গিৰিয়েকৰ ঘৰৰপৰা ওলাই আহি বেলেগে থাকিব পাৰে। যিবিলাক হিন্দু ভাৰ্যাই বিবাহ বিচ্ছেদ কৰিব নোৱাৰে তেওঁলোকৰ কাৰণে আইনসঙ্গতভাৱে দুটা উপায় আছে। এটা হৈছে—স্বামীজনক মাৰপিট কৰা অভিযোগত শাস্তি দিব লাগে আৰু আনটো হৈছে—পত্নীৰ প্ৰতিপালনৰ খৰচ তেওঁৰপৰা দাবী কৰিব লাগে। এই উপায়কেইটা বেছিভাগ ক্ষেত্ৰতে কাৰ্যকৰী নহয়। সাধ্বী তিৰোতাই ইয়াৰ দ্বাৰা একো সান্ত্বনা লাভ নকৰে আৰু এই উপায়ে স্বামীৰ সংস্কাৰ কৰা কামটো অসম্ভৱ নকৰে যদিও কঠিন কৰি তোলে। এই কথা মই অভিজ্ঞতাৰপৰা ভালকৈ জানো। পতিজনক সংস্কাৰ কৰাহে সমাজৰ বিশেষকৈ প্ৰত্যেক পত্নীৰ ঘাই উদ্দেশ্য হব লাগে। বৰ্তমান ক্ষেত্ৰত ছোৱালীজনীৰ মাক-দেউতাক তাইক প্ৰতিপালন কৰিবলৈ সক্ষম। কিন্তু যি ক্ষেত্ৰত স্বামীৰ বেয়া ব্যৱহাৰ পোৱা ছোৱালীক প্ৰতিপালন কৰিবলৈ মাক-দেউতাক অক্ষম সেই ছোৱালীক আশ্ৰয় দিবৰ কাৰণে বহুতো অনুষ্ঠান গঢ়ি উঠিছে। কিন্তু তথাপিও এটা প্ৰশ্ন সমাধান কৰিবলৈ থাকি যায়। পতিৰ অনাদৃত আশ্ৰয় ত্যাগ কৰা পতি-পৰিত্যক্তা গাভৰু ছোৱালীবোৰে বিবাহ বিচ্ছেদ কৰিব নোৱাৰিলে তেওঁলোকৰ যৌনাকাংখা পূৰণ কৰিবৰ কাৰণে কি কৰিব পাৰি? কিন্তু এই ধৰণৰ অভিযোগ বৰ বেছি নহয়, কাৰণ যি সমাজত যুগ যুগ ধৰি বিবাহ বিচ্ছেদ মানি লোৱা নাই—যি নাৰীৰ

বিবাহিত জীৱন সুখৰ নহয়—সেই নাৰীয়ে পুনৰ বিবাহ কৰিবলৈ ইচ্ছা নকৰে। সমাজৰ কিছুমান মানুহে বিবাহ বিচ্ছেদ হব লাগে বুলি কলে বিবাহ বিচ্ছেদ হব পাৰিব বুলি মই ভাবো। মই যিমানদূৰ বুজিছোঁ এই চিঠিখনত ভাৰ্যাই ইন্দ্ৰিয়সুখ লাভ কৰিব পৰা নাই বুলি অভিযোগ তোলা নাই—স্বামীৰ দুৰ্ঘোৰ অনৈতিক কাৰ্যকলাপৰ বিৰুদ্ধেহে অভিযোগ তুলিছে। এই ক্ষেত্ৰত মানসিক দৃষ্টিভঙ্গী পৰিবৰ্তন কৰিব পাৰিলে শান্তি পাব পাৰিব। আমাৰ বহুতো ব্যাধিৰ দৰে অসহায়ৰ ভাবটো এটা কল্পনাপ্ৰসূত ভাব। নতুন দৃষ্টিভঙ্গী আৰু অলপ মৌলিক চিন্তাই কেৰোণীয়া কল্পনাজনিত দুখবোৰ আঁতৰাই পেলাব পাৰিব। বন্ধুবান্ধৱ আত্মীয়-স্বজনে ছোৱালীটিক অত্যাচাৰৰ চাবিবেৰৰপৰা উলিয়াই আনি এটা নেতিসূচক সমাধান লৈ সন্তুষ্ট থাকিব নেলাগে। বাইজৰ সেৱাৰ কাৰণে ছোৱালীটিক উপযুক্ত কৰি তুলিব লাগে। এনেকুৱা প্ৰশিক্ষণে সন্দেহজনক স্বামী-সঙ্গ-সুখতকৈ অধিক সুখ প্ৰদান কৰিব।

ইয়ং ইণ্ডিয়া : ৩-১০-২৯

## ( উনচল্লিশ )

## ঘৰুৱা অশান্তি

### ( ১ )

প্ৰশ্ন :—মই এজন ২৩ বছৰীয়া ডেকা ল'ৰা। আজি দুবছৰে মই কেৱল খদ্দৰ ব্যৱহাৰ কৰি আছোঁ। আজি ২৮ দিন মই আজৰি সময়ত নিয়মিতভাৱে সূতা কাটিছো। মোৰ পৰিবাৰে খদ্দৰ পিন্ধিবলৈ আপত্তি কৰিছে। তেওঁ খদ্দৰ বৰ দগধা বুলি কৈছে। মই তেওঁক খদ্দৰ ব্যৱহাৰ কৰিবলৈ জোৰ কৰি বাধ্য কৰিমনে? এইখিনিতে উল্লেখ কৰোঁ যে আমাৰ দুয়োজনৰে মন একে ধৰণৰ নহয়।

উত্তৰ :—ভাৰতবৰ্ষৰ সকলোৰে জীৱনত এইটো এটা সাধাৰণতে হৈ থকা ঘটনা। স্বামী বেছি শক্তিমন্ত আৰু শিক্ষিত হয় কাৰণে তেওঁ ভাৰ্যাক শিক্ষক স্বৰূপে ভাৰ্যাৰ দোষ-ত্ৰুটি থাকিলে ভুলবিলাক শুধৰাই লব লাগে। তোমাৰ ক্ষেত্ৰত মতানৈক্য সহ্য কৰি তোমাৰ পৰিবাৰক প্ৰেমেৰে জয় কৰিব লাগিব—জোৰ কৰিব নেলাগে। খদ্দৰ পিন্ধিবলৈ পৰিবাৰক জোৰ কৰিব নোৱাৰা কিন্তু তোমাৰ পৰিবাৰক শুদ্ধ কৰিবৰ কাৰণে তোমাৰ প্ৰেম আৰু দৃষ্টান্তত বিশ্বাস ৰাখিবা। তুমি যেনেকৈ তোমাৰ পৰিবাৰৰ সম্পত্তি নহয়, তোমাৰ পৰিবাৰো তোমাৰ সম্পত্তি নহয় বুলি মনত ৰাখিবা। তোমাৰ পৰিবাৰক তোমাৰ অৰ্ধাঙ্গিনী স্বৰূপে ব্যৱহাৰ কৰিবা। এই পৰীক্ষামূলক উপায় প্ৰয়োগ কৰিলে তুমি অনুশোচনা কৰিবলগীয়া নহব।

( ২ )

প্ৰশ্ন :—মই এজন বিবাহিত পুৰুষ। মোৰ ভাৰ্যা এগৰাকী লক্ষ্মী তিৰোতা। আমাৰ ল'ৰাছোৱালী আছে। এতিয়ালৈকে আমি শান্তিৰে সৈতে একেলগে আছোঁ। দুৰ্ভাগ্যবশতঃ মোৰ পৰিবাৰে এগৰাকী মানুহ লগ পাই তেখেতক গুৰুৰূপে মানি লৈছে। মোৰ ভাৰ্যাই তেখেতৰপৰা গুৰুমন্ত্ৰ লৈছে আৰু তেওঁৰ জীৱনৰ কথা মোৰপৰা গোপনে ৰাখিছে। এই কথাটোৱে আমাৰ মাজত আন্তৰিকতা কমাই আনিছে। মই কিংকৰ্তব্যবিমূঢ় হৈছো। তুলসীদাসে বৰ্ণনা কৰা ৰামচন্দ্ৰ মোৰ আদৰ্শ পুৰুষ। ৰামৰ দৰে মই মোৰ পৰিবাৰৰ লগত সকলো সম্বন্ধ ছেদ কৰি দিমনেকি ?

উত্তৰ :—মহৎ লোকক নভৱা-নিচিন্তাকৈ অনুকৰণ কৰিব নেলাগে বুলি তুলসীদাসে আমাক শিকাই থৈ গৈছে। তেওঁলোক গতানুগতিক নিয়মৰ অধীন নহয় আৰু তেওঁলোকে যি কৰিব পাৰে আমি কৰিব নোৱাৰোঁ। ৰামৰ সীতাৰ প্ৰতি থকা প্ৰেমৰ কথা ভাবাচোন। সোণৰ হৰিণা আবিৰ্ভাৱ হোৱাৰ আগতেই ৰামৰ আদেশত প্ৰকৃত সীতা ডাৱৰত

অন্তৰ্ধান হৈছিল বুলি তুলসীদাসে আমাক কৈছে—সীতাৰ ছাঁটোহে কেৱল আছিল। লক্ষ্মণেও আনকি এই কথাটো নেজানিছিল। ৰামৰ এটা স্বৰ্গীয় উদ্দেশ্য আছিল বুলি কৰিয়ে কৈছে। সোণৰ হৰিণ আৱিৰ্ভাৱ হোৱাৰ পিচৰেপৰা ৰাম এই ছায়াৰ লগত আছিল। সীতাইও আনকি ৰামৰ কোনো কথাতে প্ৰতিবাদ নকৰিছিল। তোমাৰ ক্ষেত্ৰত এই সকলোবোৰ কথা নাই—জাগতিক ঘটনাত এইবোৰ কথা বিচাৰি নেপাবা। সেই কাৰণে তুমি যেতিয়ালৈকে তোমাৰ পৰিবাৰৰ ব্যৱহাৰত ত্ৰুটি নোপোৱা তেতিয়ালৈকে পৰিবাৰক সহ্য কৰি তেওঁৰ লগতে থাকিবলৈ মই তোমাক উপদেশ দিওঁ। তুমি যদি কাৰোবাক গুৰুৰূপে লোৱা আৰু তোমাৰ মন্ত্ৰৰ কথা যদি তুমি তোমাৰ পৰিবাৰক নোকোৱা তেতিয়া তেওঁ তোমাৰ কথাত প্ৰতিবাদ কৰিলে তুমি ভাল নেপাবা। স্বামী-স্ত্ৰীৰ মাজত একো গোপনীয়তা থাকিব নেলাগে বুলি মই স্বীকাৰ কৰোঁ। বিবাহ বান্ধোনক মই বৰ উচ্চ আসন দিওঁ। স্বামী আৰু স্ত্ৰী এজনৰ লগত আনজন এক হৈ যায় বুলি মই ভাবোঁ। তেওঁলোক দুজনেই এজন আৰু এজনেই দুজন। কিন্তু এটা মন্ত্ৰৰ দৰে এই কথা নিয়ন্ত্ৰণ কৰিব নোৱাৰি। যিহেতু তুমি এজন উদাৰমনা স্বামী সেইকাৰণে সকলো কথা বিবেচনা কৰি তোমাৰ ভাৰ্যাই মন্ত্ৰৰ গোপনীয়তাত তোমাক ভাগ দিবলৈ কৰা অনিচ্ছাক মানি লবলৈ তোমাৰ একো অসুবিধা নহব।

( ৩ )

প্ৰশ্ন :—সকলো ক্ষেত্ৰতে সকলো প্ৰকাৰে যিসকলে অস্পৃশ্যতা বৰ্জন কৰিব পৰা নাই সেইসকলে সত্যাগ্ৰহত অংশগ্ৰহণ কাৰব নোৱাৰে বুলি আপুনি ঠিকেই কৈছে। কংগ্ৰেছসেবী এজনৰ পৰিবাৰে যদি স্বামীৰ মত এই বিষয়ত মানি লব নোৱাৰে আৰু হৰিজনক ঘৰত সুমুৱাবলৈ নিদিয়ে, তেন্তে মানুহজনে কি কৰিব ? তেওঁৰ পৰিবাৰক নিজৰ মতলৈ আনিবলৈ জোৰ কৰিব নে বৈণীক ত্যাগ কৰিবলৈ সত্যাগ্ৰহেই ত্যাগ কৰিব ?

**উত্তৰ :**—পৰিবাৰক কেতিয়াও জোৰ কৰি নিজৰ মতলৈ আনিব নেলাগে। আপুনি তেওঁক নিজৰ মতে চলিবলৈ দিব আৰু আপুনি আপোনাৰ মতে চলিব। তাৰমানে আপোনাৰ পৰিবাৰে নিজৰ ঘৰে এটা বেলেগ ৰান্ধনীঘৰ লব আৰু যদি ইচ্ছা কৰে এটা বেলেগ কোঠা লব। সেই কাৰণে সত্যাগ্ৰহ সংগ্ৰাম ত্যাগ কৰাৰ প্ৰশ্ন উঠে।

**হৰিজন :** ১৩-৪-৪০

( **চল্লিশ** )

## এজন অস্বাভাৱিক পিতৃ

এজন ডেকাই মোলৈ এখন চিঠি লিখিছে। চিঠিখনৰ সাৰাংশখিনি তুলি দিব পাৰি। তাত লিখিছে:

"মই এজন বিবাহিত পুৰুষ। মই বিদেশলৈ গৈছিলোঁ। মোৰ এজন বন্ধু আছে। এওঁ দেউতা, মা আৰু মোৰ অতি বিশ্বাসভাজন আছিল। মোৰ অনুপস্থিতিত এওঁ মোৰ পৰিবাৰক ভুলাই পেলালে আৰু ফলত মোৰ পৰিবাৰ এতিয়া অন্তঃসত্বা। মোৰ দেউতাই এতিয়া পৰিয়ালৰ সন্মান লাঘব হব বুলি ভাবি গৰ্ভপাত ব্যৱস্থা লবলৈ বৰকৈ কৈছে। মই এইটো ভুল কথা হব বুলি ভাবোঁ। বেচেৰী ছোৱালীজনী এতিয়া অনুতাপত জৰ্জৰিত হৈ আছে। তাই ভাত পানী খাবলৈ ইচ্ছা নকৰে। সদায় কান্দি থাকে। এই ক্ষেত্ৰত মোৰ কৰ্তব্য কি হব অনুগ্ৰহকৈ আপুনি জনাবনে?"

ইতস্ততঃ কৰি এই চিঠিখন প্ৰকাশ কৰিছোঁ। এনেকুৱা ঘটনা সমাজত নোহোৱাকৈ নেথাকে বুলি সকলোৱে জানে। ৰাইজৰ মাজত সংযতভাৱে এই কথাটো আলোচনা কৰিলে অবাস্তৱ নহব কিজানি।

গৰ্ভ নিপাত কৰা এটা দোষণীয় অপৰাধ—দিনৰ পোহৰৰ দৰে এই কথাটো মোৰ কাৰণে সত্য। এই অভাগী তিৰোতাগৰাকীৰ দৰে

অলেখ স্বামী এই দোষত দোষী। কিন্তু কোনেও তেওঁলোকক প্ৰশ্ন নকৰে। সমাজে তেওঁলোকক ক্ষমা কৰে—তেওঁলোকক আনকি গৰিহণাও নিদিয়ে। তিৰোতাই নিজৰ লাজ ঢাকি ৰাখিব নোৱাৰে—কিন্তু পুৰুষে কৃতকাৰ্যতাৰে নিজৰ পাপ কাম লুকাই ৰাখিব পাৰে।

এই তিৰোতাগৰাকী পুতৌ কৰিবলগীয়া। দেউতাকৰ উপদেশত মাস্তি নহৈ শিশুটোক যিমান পাৰে মৰমেৰে যত্নেৰে ডাঙৰ দীঘল কৰা স্বামীজনৰ পৱিত্ৰ কৰ্তব্য। ঘৈণীৰ লগত পুনৰ একেলগে থাকিব নে নেথাকে? ই এটা বৰ বিৰক্তিকৰ প্ৰশ্ন। অৱস্থাই হয়তো তেওঁক ঘৈণীৰপৰা আঁতৰ কৰি ৰাখিব। স্বামীয়ে তেতিয়া তেওঁৰ ভৰণ-পোষণৰ দায়িত্ব লব লাগে আৰু শিক্ষাৰ ব্যৱস্থা কৰিব লাগে যাতে তিৰোতা-গৰাকীয়ে এটা পবিত্ৰ জীৱন যাপন কৰিব পাৰে। ভাৰ্যাৰ অনুশোচনা বিশ্বাসযোগ্য আৰু সত্য হলে তেওঁক গ্ৰহণ কৰা একো ভুল নহয় বুলি মই ভাবোঁ। অশুদ্ধ কাম কৰা এগৰাকী ভাৰ্যাই পূৰ্ণ প্ৰায়শ্চিত্তেৰে সন্তুষ্ট হৈ নিজৰ ভুল সংশোধন কৰিব পাৰিলে সেই ভাৰ্যাক পুনৰ গ্ৰহণ কৰা স্বামীৰ এটা পবিত্ৰ কৰ্তব্য বুলিও মই কল্পনা কৰিব পাৰোঁ।

ইয়ং ইণ্ডিয়া : ৩-১-২৯

## ( একচল্লিশ )

## ঈৰ্ষামূলক আৰু অন্যায়

এজন পত্ৰলিখকে লিখিছে :

“কচ্চ দেশত আমাৰ মাজতে বহুতো সম্ভ্ৰান্ত, সাধু, দয়ালু, দানী, অতিশয় ধৰ্মপৰায়ণ আৰু উচ্চমনা মানুহ আছে—তেখেতসকলে পুত্ৰ-সন্তান লাভ কৰিবৰ কাৰণে পুনৰ বিবাহ কৰিবলৈ কুণ্ঠাবোধ নকৰে। হিন্দুসকলে পুত্ৰসন্তান নহলে বেজাৰ কৰা কথাটো আপুনি সমৰ্থন কৰেনেকি? এই বিষয়ে মতামত জনাবলৈ সানুনয়ে মই আপোনাক

অনুৰোধ কৰিছোঁ। পুত্ৰসন্তান বিনে স্বৰ্গলাভ কৰিব নোৱাৰি বুলি ৰক্ষণশীলসকলৰ দৰে আপুনিও ভাবেনেকি?

দানী বুলি প্ৰখ্যাত এজন মানুহৰ তিনিগৰাকী ভাৰ্যা আছে কিন্তু তেখেতৰ পুত্ৰসন্তান নাই। তেখেতে এতিয়া চতুৰ্থবাৰৰ কাৰণে বিবাহ কৰিছে। কেইমাহমান আগতে তেখেতে এটা যজ্ঞ কৰিছিল। তাত পাঁচ হেজাৰ ব্ৰাহ্মণক দিনে ভোজন কৰাইছিল। এই উৎসৱত একলাখ টকাতকৈও অধিক টকা ব্যয় হৈছে। মই এনেকুৱা উদাহৰণ আৰু দিব পাৰোঁ।”

দুৰ্ভাগ্যবশতঃ হিন্দু সমাজৰ সকলো মানুহে পুত্ৰসন্তানৰ কাৰণে হাবাথুৰি খাই ফুৰে। এই কামনাৰ উহঁ বিচৰা নিষ্প্ৰয়োজন। বৰ্তমান কালত স্ত্ৰী-পুৰুষ সমান বুলি ভবা হয়। সেই কাৰণে ছোৱালীৰ প্ৰতি এনে ঘৃণনীয় বৈষম্যমূলক মনোভাব আজিৰ যুগত খাপ নেখায়। পুত্ৰসন্তানৰ জন্মত হোৱা আনন্দ আৰু কন্যাসন্তানৰ জন্মত হোৱা বিষাদ ভাবৰ যুক্তিযুক্ততা মই বিচাৰি নেপাওঁ। পুত্ৰ, কন্যা দুয়োটাই ঈশ্বৰৰ দান। জীয়াই থাকিবলৈ তাহাঁতৰ সমানে স্বত্ব আছে—সংসাৰখন চলাই ৰাখিবলৈ দুয়োটিৰে সমানে আৱশ্যক। কিন্তু যুগযুগৰ বদ্ধমূল ধাৰণা এটাক তৎক্ষণাৎ নিৰ্মূল কৰি দিব নোৱাৰি। সমাজক সচেতন কৰি তিৰোতাৰ প্ৰকৃত মৰ্যাদা আৰু সন্মানক যথাৰ্থভাৱে স্বীকাৰ কৰি ললে এই ধাৰণা আঁতৰাব পৰা হব। আজিকালি স্বামী-স্ত্ৰী দুয়োজনে পুত্ৰসন্তান নহলে স্বামীজনে বিয়া কৰাব লাগে বুলি একেলগে মান্তি হয়। মোৰ পত্ৰলিখকজনৰ দৰে সংস্কাৰক সকলে ধৈৰ্য ধৰিব লাগে—এনেকুৱা দুৰ্ভাগ্যজনক কথা-কাণ্ড দেখি খণ্ডতে জ্বলি-পকি হুতাশ হব নেলাগে। পুত্ৰ আৰু কন্যা সন্তানৰ মাজত কৰা ঘৃণনীয় অৰ্থহীন বিভেদমূলক ভাবৰ কদৰ্যতা সমাজে এদিন উপলব্ধি কৰিব। এই আশাতে উদ্দেশ্যৰ ওপৰত বিশ্বাস ৰাখি সংস্কাৰকসকলে কাম কৰি যাব লাগে।

হৰিজন : ২৮-৫-৩৮

## ( বিয়াল্লিশ )

# বৰ্বৰতাৰ অবশিষ্টাংশ

আমাৰ শোক লগা অভিজ্ঞতাৰে ভাৰতবৰ্ষত দৈনিক ঘটা ঘটনাৱলীৰ কথা আমি জানোঁ। ভাৰতবৰ্ষৰ কিছুমান স্বামীয়ে তেওঁলোকৰ ভাৰ্যাক গৰু, মহ, ছাগলী আৰু ঘৰৰ যাৱতীয় সা-সৰঞ্জামৰ দৰে সম্পত্তি বুলি ভাবি লয়। স্বামীয়ে ভাৰ্যাক মৰা অধিকাৰৰ স্বীকৃতি দি মাদ্ৰাৰ বিচাৰপতি এজনে দিয়া ৰায় এটাৰ বাতৰি থকা এখন বাতৰি কাকত মোৰ বন্ধু এজনে মোক নেদেখুৱালৈকে এই পাশৱিক অত্যাচাৰক আইনে স্বীকাৰ কৰি লব বুলি মানি লবলৈ প্ৰস্তুত নাছিলো। ভাগ্যক্ৰমে এজন ইংৰাজ বিচাৰপতিয়ে কেলেঙ্গাৰ চাই মাদ্ৰাৰ চেছন বিচাৰপতি-জনৰ এই অসাধাৰণ ৰায়টো লক্ষ্য কৰি কিয় ভাৰ্যাক মাৰিবলগীয়া হ'ল তাৰ কাৰণ দেখুৱাবলৈ দোষী স্বামীলৈ অধ্যাদেশ পঠিয়ালে। এই বিচাৰটো ন্যায়াধীশ পাণ্ডুৰঙ্গ ৰাও আৰু কে. এছ. মেননে শুনিলে। তেওঁলোকৰ বিচাৰৰ ৰায় তলত দিলোঁ :

"পত্নীক মৰা প্ৰথম অভিযোগটোত চেছন বিচাৰপতিয়ে অভিযুক্ত স্বামীক নিৰ্দোষী বুলি ক'লে আৰু স্থানীয় চৰকাৰে এই ৰায়ৰ বিৰুদ্ধে আপীল নকৰিলে। এই গোচৰটোত বিজ্ঞ চেছন বিচাৰপতিজনে একাধিক ক্ষেত্ৰত জোৰ দি ৰায় দিছে যে পত্নী অবাধ্য হলে আৰু বিশ্বাসঘাটকতা কৰিলে তেওঁক মাৰিবলৈ স্বামীৰ স্বত্ব আছে। বিজ্ঞ চেছন বিচাৰকজনে স্বামীয়ে পত্নীক মৰা বিষয়ত স্বামীৰ স্বত্ব ইমানকৈ মানি লৈছে যে তেখেতে পুলিচ বিষয়াসকলক এই গোচৰ গোচৰলিপিত অন্তৰ্ভুক্ত কৰা কাৰণে সমালোচনা কৰিছে আৰু চাব-মেজিষ্ট্ৰেটজনক চেছন বিচাৰালয়ত বিচাৰৰ কাৰণে এই গোচৰ পঠিওৱা কাৰণেও সমালোচনা কৰিছে।

এইখিনি ক'লেই যথেষ্ট হব যে পাৰিবাৰিক ক্ষেত্ৰত এই বিষয়ে বিজ্ঞ বিচাৰপতিজনৰ নিজস্ব মতামত পোষণ কৰাৰ স্বত্ব আছে। তেখেতে আইনক এনেভাৱে নিজৰমতে ব্যৱহাৰ কৰি আইনৰ আসনৰ-পৰা স্বামীয়ে পত্নীক মাৰিবৰ স্বত্ব স্বীকাৰ কৰি ঘোষণা কৰা ন্যায়সঙ্গত হোৱা নাই আৰু 'সাধাৰণ ব্যতিক্ৰম' বোলা অধ্যায়ত পত্নীক মৰা স্বত্ব দিয়া হোৱা নাই।

এই বিচাৰালয়ে এই ৰায় ভুল আৰু ভিত্তিহীন বুলি ঘোষণা নকৰিলে আইনৰ আসনৰপৰা চেছন বিচাৰপতি এজনে কৰা এনেকুৱা ঘোষণাৰ বিপজ্জনক পৰিণামক সহজেই অনুমান কৰিব পাৰি। সেই কাৰণে ভুল বুজিবৰ কাৰণে বিজ্ঞ চেছন বিচাৰপতিজনে স্বামীৰ পত্নীক মৰা স্বত্ব আছে বুলি দিয়া ৰায় ভুল আৰু ভিত্তিহীন বুলি ঘোষণা কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছোঁ—যাতে ভৱিষ্যতে কোনেও পত্নীক মাৰিবৰ কাৰণে অধিকাৰ আছে বুলি আইনৰ ওপৰত ভৰসা নকৰে।"

বহুতো শিক্ষিত স্বামীয়ে পত্নীক তেওঁলোকৰ সম্পত্তি বুলি ভাবে আৰু যেতিয়াই তেতিয়াই তেওঁলোকৰ ইচ্ছামতে মাৰধৰ কৰিব পাৰে বুলি ভাবে। এই কথাটো সলজ্জভাৱে স্বীকাৰ কৰিবই লাগিব। এনেকুৱা ব্যৱহাৰ বৰ্বৰতাৰ অৱশিষ্ট চানেকি বুলি এই বিচাৰৰ ৰায়ে তেওঁলোকক বুজাই দিবনে?

হৰিজন: ৩-১০-৩৬

## ( তিয়াল্লিশ )

# নাৰী আৰু অলংকাৰ

[ কলম্বোত সিংহলী মহিলাসকলৰ সৰু সভা এখনত দিয়া অভিভাষণ ]

মহেন্দ্র যেতিয়া সিংহললৈ আহিছিল মহেন্দ্ৰৰ দেশৰ মানুহ তেতিয়া পাৰ্থিৱ আৰু আধ্যাত্মিক ক্ষেত্রত নিঃকিন নাছিল। আমাৰ ভাগ্য-আকাশৰ নক্ষত্র তেতিয়া উজ্বলি উঠিছিল আৰু আমি সেই গৌৰৱৰ অধিকাৰী আছিলোঁ। সেই দেশৰ সন্তান আজি ভোকাতুৰ—তেওঁলোকৰ কাৰণে মই আজি ভিক্ষাপাত্ৰ লৈ আহিছোঁ। আপোনালোকে যদি তেওঁলোকৰ লগত সম্বন্ধ এৰিব নোখোজে, তেওঁলোকৰ কাৰণে যদি গৌৰৱ অনুভৱ কৰে তেন্তে আপোনালোকে আপোনালোকৰ ধনেই কেৱল নহয় আন আন ঠাইৰ ভগিনীসকলৰ দৰে আপোনালোকৰ অলংকাৰ মোক দান কৰক। ভগিনীসকলৰ গাত প্ৰচুৰ অলংকাৰ দেখিলে মোৰ ভোকাতুৰ চকুযুৰি তাতে গৈ থমকি ৰৈ যায়। অলংকাৰ ভিক্ষাৰ আঁৰত এটা উদ্দেশ্য আছে। তিৰোতাৰ সোণ-ৰূপ, মণি-মুক্তাৰ প্ৰতি আসক্তি গুচাব খুজিছোঁ। আন আন ভগিনীসকলক কোৱাৰ দৰে আপোনালোককো কমনে—তিৰোতাই বাৰু পুৰুষতকৈ নিজকে কিয় ইমান বেছিকৈ সজায়? পুৰুষক আনন্দ দিবৰ কাৰণে নিজকে এনেদৰে সজায় বুলি এগৰাকী তিৰোতা বন্ধুৱে মোক কৈছিল। পৃথিৱীত কাম কৰিবলৈ হলে আপোনালোকে পুৰুষক আনন্দ দিবৰ কাৰণে নিজকে সজাবলৈ এৰি দিয়ক। মই যদি তিৰোতা হৈ জন্মগ্ৰহণ কৰিলোঁহেতেন তেন্তে পুৰুষৰ খেলাৰ পুতলা হৈ পুৰুষক আনন্দ দিবৰ কাৰণে তিৰোতাৰ জন্ম হৈছে বুলি পুৰুষে ভৱা দেখিলে দুৰ্ঘোৰ প্ৰতিবাদ কৰিলোঁহেতেন। আপোনালোকৰ অন্তৰ জয় কৰিবলৈ মই মানসিকভাৱে নাৰী হৈ লৈছোঁ। মই মোৰ পৰিবাৰক যেনেদৰে ব্যৱহাৰ কৰিছিলোঁ সেই ব্যৱহাৰ পৰিৱৰ্তন নকৰালৈকে মই

তেওঁৰ অন্তৰ জয় কৰিব পৰা নাছিলোঁ। স্বামী হিচাপে মোৰ যিখিনি স্বত্ব আছিল আটাইখিনিকে ত্যাগ কৰি তেওঁক তেওঁৰ সকলো স্বত্ব প্ৰদান কৰিলোঁ। এতিয়া তেওঁক আপোনালোকে মোৰেই দৰে সাধাৰণ হিচাপে দেখিবলৈ পায। তেওঁৰ ডিঙিত মণিহাৰ নাই–কোনো মণি-মুকুতা তেওঁৰ গাত নাই। মই আপোনালোকো এনেকুৱা হব লাগে বুলি ভাবোঁ। আপোলোকে নিজৰ অলীক ইচ্ছা-অভিলাষ আদিৰ দাস হবলৈ আৰু পুৰুষৰ দাস হবলৈ এৰি দিযক, সুগন্ধি দ্ৰব্য, আতৰ পানী ত্যাগ কৰক–অন্তৰৰ সুবাসেৰে সুবাসিত কৰিব পাৰিলে আপোনালোকে পুৰুষকে কেৱল নহয গোটেই মানৱতাকে জয কৰিব পাৰিব। এইটো আপোনা-লোকৰ জন্মস্বত্ব। পুৰুষ তিৰোতাৰেপৰা জন্মগ্ৰহণ কৰিছে। পুৰুষ তিৰোতাৰ অস্থিমজ্জাৰে, তেজমঙহেৰে গঢ়ি উঠিছে। আপোনাসকলে স্বৰূপ লওক আৰু আপোনালোকৰ বাণী প্ৰচাৰ কৰক।

চাহবাগিচাবিলাকত থকা ভগিনীসকলৰ শোক লগা অৱস্থাৰ কথা জানেনে? তেওঁলোকক আপোনালোকৰ ভগিনী বুলি ভাবি তেওঁলোকৰ মাজলৈ গৈ স্বাস্থ্যসন্মতভাৱে থকামেলাৰ আপোনালোকৰ উত্তম জ্ঞানেৰে তেওঁলোককো ভালকৈ থাকিবলৈ শিকাওক। আপোনালোকৰ প্ৰতিভাৰে তেওঁলোকক সেৱা কৰককৈ। তেওঁলোকৰ সেৱাতে আপোনালোকৰ সন্মান বৈ যায যেন। ঘৰৰ কাযতে সেৱাৰ পথ নাইনে বাৰু? সমাজৰ ভীতি স্বৰূপ অসৎ প্ৰকৃতিৰ মদাহী কিছুমান আছে। চোৰ-ডকাইত, জুৱাৰীসকলৰ আড্ডালৈ গৈ তেওঁলোকক হাতে-ভৰিয়ে ধৰি সৎপথলৈ অনা মুক্তি বাহিনীৰ সেৱিকাসকলৰ দৰে আপোনালোকো তেওঁলোকৰ মাজলৈ নিৰ্ভীকভাৱে গৈ অসৎ পথে চলা পুৰুষসকলক সৎপথলৈ আনকগৈ। এই সেৱাই অলংকাৰতকৈ আপোনালোকক বেছি শুৱনী কৰি তুলিব। আপোনালোকে এনেদৰে সঞ্চয় কৰা ধনৰ ন্যাসৰক্ষাকাৰী হৈ, সেই ধন দুখীযাৰ মাজত বিলাই দিম। মোৰ এই খেলিমেলি কথাবোৰে আপোনালোকৰ অন্তৰত ঠাই পায যেন।

ইয়ং ইণ্ডিয়া: ৮-১২-২৭

## ( চৌচল্লিশ )

# নাৰী আৰু মণিমুক্তা

তামিলনাদৰ এগৰাকী মহিলা ডাক্তৰে এখন চিঠি দিছে আৰু লগতে চিঠিখনত উল্লেখ থকা এটা উপহাৰো পঠিয়াইছে। চিঠিখনে মোৰ বোধেৰে উপহাৰটোৰ মূল্য বৃদ্ধি কৰিছে। আনৰ কাৰণে নিদৰ্শন স্বৰূপ হ'ব বুলি ভাবি চিঠিখনৰ কথাখিনি চমুকৈ তলত দিলোঁ। তাত দাতা, ৰজা আৰু ঠাইখনৰ নাম প্ৰকাশ নকৰিলোঁ।

"মই কালি আপোনালৈ হীৰাৰ আঙঠি এটা আৰু এযোৰ কাণফুল পাৰ্চেল কৰি পঠিয়াইছোঁ। এই দুটা বস্তু বাৰ বছৰৰ আগতে এজন ৰজাই উত্তৰাধিকাৰী পুত্ৰসন্তান জন্ম হোৱা কাৰণে ৰাজপ্ৰাসাদত কৰা মোৰ সেৱাৰ সোঁৱৰণী স্বৰূপে মোক উপহাৰ দিছিল। আপুনি সেই ঠাইখনৰ মাজেৰে যাওঁতে ৰজাই চৰকাৰৰ ভয়ত আপোনাক ৰাজপ্ৰাসাদলৈ নিমন্ত্ৰণ কৰিবলৈ সাহ নকৰিলে বুলি জানি মই বৰ দুঃখিত হৈছোঁ। এই বস্তুকেইটা মই আগতে য'লৈকে গৈছিলো তালৈকে লৈ গৈছিলো—কিন্তু আপুনি এই ঠাই পদাৰ্পণ কৰাৰ পিচৰেপৰা এই বস্তুকেইটা মোৰ কেনেকুৱা লাগিছে আপুনি বুজিব পাৰিব। এইকেইটা বস্তু দেখিলে মোৰ বিতৃষ্ণা লাগে—আপুনি ইয়াত থাকোতে কোৱা কথাবোৰে লাখ লাখ অনাহাৰী জনগণৰ প্ৰতি গভীৰ সহানুভূতি জগাই তুলিছে। মই নিজেই নিজকে কওঁ—"এই মণি-মুক্তাবোৰ বাইজৰ টকাৰে কৰা হোৱা নাইনে? নিজৰ বুলি এইবোৰ ৰাখি থবলৈ মোৰ কি স্বত্ব আছে?" সেইকাৰণে এই উপহাৰখিনি আপোনালৈ পঠিয়াই দিবলৈ মন স্থিৰ কৰি পেলালোঁ। আপুনি খদ্দৰৰ কামত এইখিনি বস্তু প্ৰয়োগ কৰি লাখ লাখ অনাহাৰী জনতাক সহায় কৰিব পাৰিব। মোৰ বাকচৰ এচুকত পৰি থকাতকৈ ইয়াৰ সদ্ব্যৱহাৰ হওক বুলি মই ভাবিছো। এজন বন্ধুৱে এই বস্তুখিনিৰ

মূল্য পাঁচশ টকা বুলি নিৰূপণ কৰিছে আৰু সেইখিনি টকাতে এইখিনি বস্তুৰ বীমা হৈ আছে। এইখিনি বস্তু আপোনালৈ কিয় পঠিয়াইছোঁ জানিলে কোনো সদাশয় লোকে প্ৰকৃত মূল্যতকৈ অধিক মূল্য দিব বুলি মই আশা কৰিছোঁ। এই চিঠিখন আপুনি যি ইচ্ছা তাকেই কৰিব পাৰে।"

কাৰণ নেথাকিলেও আমি ভয়ক কেনেকৈ কল্পনা কৰি লওঁ সেই কথা মন কৰিবলগীয়া। বহুতো ৰজাই দেখাদেখিকৈ আগ্ৰহেৰে সৈতে খদ্দৰ আন্দোলনক সমৰ্থন কৰি দুখীয়া মানুহক সহায় কৰিছে। দুখীয়া মানুহৰ জৰিয়তে ৰজাসকলে ধনসম্পত্তি লাভ কৰিছে বুলি পত্ৰলিখিকা গৰাকীয়ে ঠিকেই কৈছে। খদ্দৰৰ এটা ৰাজনৈতিক তাৎপৰ্য আছে—সেইটো সঁচা কথা। কিন্তু খদ্দৰক সমৰ্থন কৰিলে চৰকাৰে একো নভবা-নিচিন্তাকৈ দোষী বুলি ক'ব পৰা অৱস্থা এতিয়াও হোৱা নাই। প্ৰত্যেকটো জনহিতকৰ আন্দোলনক ৰাজনৈতিক গঢ় দি লব পাৰি; কিন্তু সেইবুলি জনহিতকৰ দিশটোত অসহযোগ কৰিলে বৰ দুখৰ কথা হব। কিন্তু এইখিনিতে কোৱা ভাল হব যে ডাক্তৰণীগৰাকীয়ে চিঠিত উল্লেখ কৰা ৰজাজনেহে কেৱল যে খদ্দৰক সমৰ্থন কৰিবলৈ আৰু মোৰ দৰে ৰাইজৰ সেৱক এজনক সাধাৰণ ভদ্ৰতাখিনি প্ৰদৰ্শন কৰিবলৈ ভয় কৰে এনে নহয়। ৰজাই মোৰ সঙ্গ কৰি উপহাৰটো মোলৈ পঠিয়াবলৈ প্ৰেৰণা দিলে—এইটো বৰ ভাল কথা হল। অৰ্ধাহাৰী মানুহৰ প্ৰতি থকা কৰ্তব্যক সোঁৱৰাই দিবৰ কাৰণে আৰু দাত্ৰীগৰাকীৰ আদৰ্শ অনুকৰণ কৰিবৰ কাৰণে দাত্ৰীগৰাকীৰ পৰিস্থিতিৰ দৰে যে এটা পৰিস্থিতি লাগিব সেইটো নহয়। এই কথাষাৰ যেন মোৰ এই লেখা পঢ়িলে ভগিনীসকলে উপলব্ধি কৰে। সঁচাকৈয়ে কামৰ অভাৱত লাখ লাখ মানুহ ভোকত থাকিবলগীয়া হলে ভগিনীসকলৰ নিজৰ দেহ অলংকাৰেৰে সজাবলৈ বা অলংকাৰ সংগ্ৰহ কৰি আনন্দ লভিবলৈ একো স্বত্ব নাই। এই কথাটো বুজিবলৈ বৰ সহজ। ভাৰতবৰ্ষৰ ধনী ধনী ভদ্ৰমহিলাসকলে ধনৰ প্ৰাচুৰ্য এৰি খদ্দৰেৰে নিজকে সজাই সন্তোষ লভিলে গোটেই খাদী-আন্দোলনৰ

পুঁজি লাভ কৰিব পৰা হব। ধনী জীয়ৰীসকলৰ এনেকুৱা কামে জাতিৰ ওপৰত বিশেষকৈ বুভুক্ষু জনতাৰ ওপৰত যি বিৰাট প্ৰভাৱ বিস্তাৰ কৰিব সেই কথা নকলেও বুজিব পাৰি।

ইয়ং ইণ্ডিয়া : ৫-৬-২৮

( পঞ্চত্ৰিশ )

## নাৰী আৰু গহনা

ৰমণীসকলক অলংকাৰ দান কৰিবলৈ জনোৱা মোৰ গোহাৰি সম্পৰ্কে আৰু সেই দানক নিলাম কৰি দিয়া সম্পৰ্কে বেয়াকৈ সমালোচনা কৰি লিখা বাতৰি কাকতৰ অনুচ্ছেদ এটা মোৰ চকুত পৰিছে। মোৰ সভাত উপস্থিত থকা হেজাৰ হেজাৰ ভগিনীয়ে তেওঁলোকে পিন্ধা অলংকাৰ গোটেইখিনি নিদিলেও বেছি ভাগ গহনা মোক দিলে মই ভাল পাম। এই দেশখনত লাখ লাখ মানুহ অৰ্ধাহাৰী। তদুপৰি শতকৰা আশীভাগ মানুহে পুষ্টিকৰ খাদ্যৰ অভাৱত থাকে। সেইকাৰণে এই দেশত অলংকাৰ পিন্ধিলে শোভা নেপায়। ভাৰতবৰ্ষৰ তিৰোতাৰ নিজৰ বুলিবলৈ নগদ টকা প্ৰায়েই নেথাকে। কিন্তু তেওঁলোকে পিন্ধা অলংকাৰখিনি নিজৰ বুলি তেওঁলোকে কব পাৰে যদিও তেওঁলোকে এই অলংকাৰ স্বামীৰ বিনানুমতিত দান কৰিবলৈ সাহ নকৰে। ভাল উদ্দেশ্যৰ কাৰণে নিজৰ বুলিব পৰা বস্তু ত্যাগ কৰিব পাৰিলে নিজে মহীয়ান হৈ উঠিব। তদুপৰি বেছি ভাগ অলংকাৰ কলাসুলভ নহয় – কিছুমান অতি কদৰ্য আৰু ধূলি-মাকতিৰ বাহ। এনেকুৱাবোৰ হল বাহুবন্ধন, গধুৰ মণিহাৰ, চুলিত মৰা পিন, কিলাকুটিৰপৰা হাতৰ ঠাৰিলৈকে থকা শাৰী শাৰী বালা ইত্যাদি। চুলিখিনি ঠিক কৰি পৰিপাটিকৈ থবলৈ পিনৰ ব্যৱহাৰ সিমান নহয়— লেতেৰা দুৰ্গন্ধেৰে ভৰা চুলিখিনিৰ শোভাবৰ্ধন কৰিবলৈহে পিনৰ

ব্যৱহাৰ হয়। দামী দামী অলংকাৰ পিন্ধিলে দেশৰ বিৰাট ক্ষতি হয় বুলি মই ভাবোঁ। দেশৰ ইমানখিনি মূলধন কামত নখটুৱাই গচ্ছিত হৈ থাকে আৰু বহুত অলংকাৰ ক্ষয় হৈ যায়। আত্মশুদ্ধিৰ এই আন্দোলনত পুৰুষ তিৰোতাই গহনা উৎসৰ্গা কৰিলে সমাজৰ সুস্পষ্টভাৱে উপকাৰ হব বুলি ভাবোঁ। দাতাই আনন্দেৰে দান কৰে। অলংকাৰ দান কৰিলে সেই অলংকাৰ আকৌ তুনাই লব নেলাগে—দানৰ ই এটা অতি আৱশ্যকীয় স্বত্ব। তিৰোতাসকলে তেওঁলোকক দাস কৰি খোৱা বস্তু দান কৰিবলৈ উদ্‌গনি দিয়া কাৰণে তেওঁলোকে মোক আশীৰ্বাদ দিছে আৰু কিছুমান ক্ষেত্ৰত পুৰুষসকলে তেওঁলোকৰ ঘৰখনলৈ অনাড়ম্বৰ ভাব আনি দিয়া কাৰণে মোক ধন্যবাদ দিছে।

হৰিজন : ২২-১২-৩৩

## ( ছয়চল্লিশ )

# পৰ্দা ফালি পেলাওক

বঙ্গদেশ, বিহাৰ আৰু যুক্তপ্ৰদেশলৈ মই যেতিয়াই গৈছোঁ তেতিয়াই দেখিবলৈ পাইছোঁ যে আন আন প্ৰদেশতকৈ এই প্ৰদেশকেইখনত পৰ্দা প্ৰথা বৰ বেছিকৈ আছে। দ্বাৰভাঙ্গাতে মই এৰাতি হাই-উৰুমি নথকা শান্ত পৰিবেশৰ সভা এখনত অগণিত জনতাৰ উদ্দেশ্যে ভাষণ দিছিলোঁ। মোৰ সমুখত পুৰুষসকল বহিছিল আৰু পিছফালে পৰ্দাৰ আঁৰত তিৰোতা-সকল বহিছিল। তিৰোতাসকলৰ উপস্থিতিৰ কথা নোকোৱা হলে মই নেজানিলোঁহেতেন। এই সভাখন অনাথ আশ্ৰম এখনৰ আধাৰশিলা স্থাপন কৰোঁতে পতা হৈছিল। পৰ্দাৰ আঁৰত থকা মহিলাসকলৰ উদ্দেশ্যে ভাষণ দিবলৈ মোক অনুৰোধ কৰিলে। মোৰ ভাষণ শুনিবলৈ অহা মহিলাসকলক আঁৰ কৰি থোৱা আঁৰকাপোৰখন দেখিয়েই মোৰ

দুখ লাগিল। কিমান দৰ্শক আছিল মই নেজানো। আঁৰকোপোৰখন দেখি মই দুখ আৰু অপমান বোধ কৰিলোঁ। এই প্ৰথা প্ৰথম প্ৰৱৰ্তনৰ যি কাৰণেই থাকক লাগে বৰ্তমান এই প্ৰথা একেবাৰে অপ্ৰয়োজনীয়। এই প্ৰথাই দেশৰ অজস্ৰ ক্ষতিসাধন কৰিছে—পুৰুষে এই বৰ্বৰ নীতি খামুচি ধৰি তিৰোতাৰ প্ৰতি কৰা অন্যায়ৰ কথা মই চিন্তা কৰিলোঁ। এই এশ বছৰে আমি যি শিক্ষা লাভ কৰিছোঁ সেই শিক্ষাই আমাৰ ওপৰত অতি কম প্ৰভাৱ বিস্তাৰ কৰিছে যেন লাগিল কাৰণ মই দেখিছোঁ যে শিক্ষিত পৰিয়ালতো এই পৰ্দাপ্ৰথা আছে। শিক্ষিত মানুহবিলাকে পৰ্দাপ্ৰথা বিশ্বাস কৰে কাৰণে পৰ্দাপ্ৰথা আছে এনে নহয়—শিক্ষিত পুৰুষসকলে পুৰুষোচিতভাৱে এই প্ৰথাক বাধা দিব পৰা নাই আৰু একে হেঁচাতে পৰ্দাপ্ৰথা নিৰ্মূল কৰি দিব পৰা নাই। মই হেজাৰ হেজাৰ তিৰোতা সমাবেশ হোৱা বহুতো সভাত ভাষণ দিবলৈ সুবিধা পাইছোঁ। এই সভাবিলাকত হাই-উৰুমিয়ে সমবেত তিৰোতা-বিলাকক ভালকৈ ভাষণ দিয়া অসম্ভৱ কৰি তোলে। যেতিয়ালৈকে তিৰোতাক ঘৰ আৰু তেওঁলোকৰ সৰু সৰু প্ৰাঙ্গনত আবদ্ধ কৰি ৰখা হয় তেতিয়ালৈকে একো ভাল ফল আশা কৰিব নোৱাৰি। সেই কাৰণে হঠাতে এদিন তেওঁলোক কাৰোবাৰ ভাষণ শুনিবলৈ সমবেত হ'লে তেওঁলোক কিংকৰ্তব্যবিমূঢ় হৈ পৰে—বক্তাৰ ভাষণ কেনেদৰে শুনিব লাগে নেজানে। হাই-উৰুমি বন্ধ হৈ নিস্তব্ধ হ'লে দৈনন্দিন ঘটনাৱলীৰ কথালৈ তেওঁলোকৰ মন নিবিষ্ট কৰোৱা টান হৈ পৰে কাৰণ তেওঁলোকে এইবোৰ কথাৰ একোৱেই ভু নেপায়। বাহিৰৰ মুকলি বতাহ সেৱন কৰিবলৈ তেওঁলোকক কেতিয়াও দিয়া হোৱা নাই। এইখিনি কথা অলপ অতিৰঞ্জিতভাৱে কৈছোঁ বুলি মই জানিছোঁ। মই ভাষণ দিবলৈ সুবিধা লাভ কৰা হেজাৰ হেজাৰ ভগিনীৰ উচ্চ সংস্কৃতিৰ প্ৰতি মই সচেতন পুৰুষসকলৰ দৰে এওঁলোকে সমানে উন্নতি কৰিব পাৰিব বুলি মই জানো। তেওঁলোক মাজে মাজে ফুৰিবলৈ ওলায় বুলিও মই জানো। কিন্তু এইখিনি শিক্ষিত শ্ৰেণীৰ

ভাল কাম বুলি ধৰি লব নেলাগে। প্ৰশ্ন হল তেওঁলোকে আৰু বেছি উন্নতি কিয় কৰা নাই ? পুৰুষৰ দৰে আমাৰ মহিলাসকলে সমানে স্বাধীনতা উপভোগ কৰিব পৰা নাই কিয় ? তেওঁলোক বাহিৰলৈ আহি মুকলি বতাহ কিয় লব নোৱাৰে ?

সতীত্বক কৃত্ৰিমভাৱে বাকচত ভৰাই ৰক্ষা কৰিব নোৱাৰি। সতীত্ব আৰোপ কৰিবও নোৱাৰি। পদাৰে আবৰি থৈ সতীত্বক ৰক্ষা কৰিব নোৱাৰি। সতীত্ব মানুহৰ ভিতৰুৱা বস্তু—প্ৰত্যেকটো অবাঞ্ছিত প্ৰলোভনক বাধা দিব পাৰিলে সতীত্বৰ মূল্য আছে। সীতাৰ সতীত্বৰ দৰে সতীত্ব অপৰাজেয় হব লাগিব। সতীয়ে পুৰুষৰ চাৱনিতে জঁয় পৰি গ'লে বৰ দুখ লগা কথা হব। তিৰোতাসকল যেনেকৈ পুৰুষ-সকলক বিশ্বাস কৰিবলৈ বাধ্য—পুৰুষোচিত হবলৈ হলে পুৰুষে তিৰোতাক বিশ্বাস কৰিব লাগিব। আমাৰ শৰীৰৰ এটা অঙ্গ অসম্পূৰ্ণ বা আংশিকভাৱে পঙ্গু কৰি ৰাখি আমি জীয়াই নেথাকো যেন। ৰামৰ দৰে সীতা মুকলিমূৰীয়া আৰু স্বাধীনচিতীয়া নোহোৱা হলে ৰামৰ অস্তিত্বই নেথাকিলহেঁতেন। শক্তিশালী প্ৰাণপূৰ্ণ স্বাধীনতাৰ দ্ৰৌপদীহে সু-নিদৰ্শন হব। সীতা সৌম্যতাৰ প্ৰতীক, সীতা আলসুৱা ফুলৰ দৰে, দ্ৰৌপদী প্ৰকাণ্ড গছৰ নিচিনা, মহাবলী ভীমকো তেওঁ তেওঁৰ আজ্ঞা পালন কৰিবলৈ বাধ্য কৰিব পাৰিছিল। ভীম সকলোৰে কাৰণে ভয়ংকৰ; কিন্তু দ্ৰৌপদীৰ সমুখত ভীম আছিল ভেৰাৰ দৰে। আত্মৰক্ষাৰ কাৰণে দ্ৰৌপদীয়ে এজন পাণ্ডৱকো বিচৰা নাছিল। ভাৰতবৰ্ষৰ তিৰোতাৰ স্বাধীনতাৰ পৰিবৰ্ধনত হুকাবধা কৰি আমি স্বাধীন মনোভাবসম্পন্ন পুৰুষৰ উন্নতিত বাধাৰ সৃষ্টি কৰিছোঁ। তিৰোতা আৰু অস্পৃশ্যসকলৰ প্ৰতি কৰা আমাৰ কাৰ্যই সহস্ৰগুণ শক্তি সঞ্চয় কৰি আমাকে বান্ধি শক্তিহীন কৰিছে। আমাৰ দুৰ্বলতা, অনিশ্চয়তা, সংকীৰ্ণতা আৰু অসহায় ভাবৰ ইও এটা আংশিক কাৰণ। সেইকাৰণে আমি একেহেঁচাতে পৰ্দা ফালি আঁতৰাই দিওঁ আহক।

ইয়ং ইণ্ডিয়া : ৩-২-২৭

## ( সাতচল্লিশ )

# পৰ্দা

হিন্দুসকলৰ পতনৰ সময়ত ভাৰতবৰ্ষত পৰ্দাপ্ৰথা নতুনকৈ প্ৰৱৰ্তন হৈছে বুলি মই ভাবোঁ। গৰিমাময়ী দ্ৰৌপদী আৰু নিষ্কলংকা সীতাৰ যুগত পৰ্দাপ্ৰথা নাছিল। গাৰ্গীয়ে পৰ্দাৰ আঁৰত থাকি তেওঁৰ আলোচনা সভা পাতিব নোৱাৰিলেহেঁতেন। পৰ্দাপ্ৰথা ভাৰতবৰ্ষৰ সকলো ঠাইতে নাই। দাক্ষিণাত্য, গুজৰাট আৰু পঞ্জাৱত পৰ্দাপ্ৰথা নাই। খেতিয়ক শ্ৰেণীৰ মাজত এই প্ৰথা প্ৰচলিত নহয়। তুলনামূলক-ভাৱে স্ত্ৰী-স্বাধীনতা থকা এই প্ৰদেশকেইখনত আৰু খেতিয়ক শ্ৰেণীৰ মাজত তিৰোতাসকলৰ প্ৰতি কৰা অশোভনীয় ঘটনাৰ কথা শুনা নেযায়। পৰ্দাপ্ৰথা নাই কাৰণে পৃথিৱীৰ আন ঠাইৰ মুনিহ-তিৰোতা-সকলৰ নৈতিকতাবোধ কম বুলি কলে ন্যায়সঙ্গত নহব। পত্ৰলিখকজনে পুৰণি সকলো কথাকে সমৰ্থন কৰি কব খুজিছে। প্ৰাচীনে আমাক নীতি-নিয়ম কিছুমান বান্ধি দিছে—সেই নীতি-নিয়ম উলাই কৰিব নেলাগে বুলি মানি লৈও পুৰণি কালৰ প্ৰতিটো কথাই বেয়া নহয় বুলি কৰা অভিমতক মই মানি লব নোৱাৰোঁ। প্ৰকৃততে প্ৰাচীন কথা কোনবোৰ? কোনে বাৰু কব পাৰিব? উপনিষদৰ ১০৮ খন কিতাপ সমানে পবিত্ৰ মৰ্যাদাসম্পন্ন নহয়। মোৰ মতেৰে, যুক্তিৰে বিচাৰ কৰিব পৰা সকলো কথা যুক্তিসঙ্গত বুলি ভাবিলেহে তাক গ্ৰহণ কৰিব লাগে—যুক্তিহীন কথা প্ৰাচীন হলেও বৰ্জনীয়।

ইয়ং ইণ্ডিয়া : ২৪-৩-২৭

# ( আঠচল্লিশ )

# পৰ্দাৰ পতন

পৰ্দাপ্ৰথা সম্পূৰ্ণভাৱে নিৰ্মূ'ল কৰিবৰ কাৰণে উপদেশ দি বিহাৰত অলপতে এখন যুক্তিপূৰ্ণ গোহাৰি প্ৰকাশ হৈছে—তাত বহুতো প্ৰভাৱশালী ব্যক্তি আৰু তিৰোতাই স্বাক্ষৰ দিছে। পঞ্চাশ গৰাকীৰো অধিক ভদ্ৰমহিলাই স্বাক্ষৰ দিয়াত প্ৰমাণিত হৈছে যে পৰ্দাপ্ৰথা নিৰ্মূ'লৰ কাম উৎসাহেৰে কৰিব পাৰিলে পৰ্দাপ্ৰথা বিহাৰত এটা অতীতৰ বস্তু বুলি পৰিগণিত হব। যিসকল মহিলাই গোহাৰিত স্বাক্ষৰ দান কৰিছে তেখেতসকল ইংৰাজী ধৰণকৰণ লোৱা মহিলা নহয়—তেখেতসকল ৰক্ষণশীল হিন্দু মহিলা। এই কথাটো সেইকাৰণে মন কৰিবলগীয়া।

গোহাৰিখনে স্পষ্টকৈ কৈছে ঃ

"কৰ্ণাটক, মহাৰাষ্ট্ৰ আৰু মাদ্ৰাজৰ ভগিনীসকলৰ দৰে আমাৰ প্ৰদেশৰ তিৰোতাসকলে মুকলিমূৰীয়াভাৱে ওলাই মেলি সামাজিক জীৱনত তেওঁলোকৰ ন্যায়সঙ্গত অংশ গ্ৰহণ কৰিব লাগে। য়ুৰোপীয়-কৰণৰ সকলো প্ৰচেষ্টা ত্যাগ কৰি ঘাইকৈ ভাৰতীয় ধৰণেৰে এই অংশ লব লাগে কাৰণ জোৰেৰে ঘৰত আবদ্ধ কৰি ৰখাৰ পিচত সম্পূৰ্ণভাৱে ইংৰাজ নীতি-নিয়ম গ্ৰহণ কৰিলে আইসকলক কেৰাহীৰপৰা জুইত পেলাই দিয়াৰ দৰেহে হব। ভাৰতীয় আদৰ্শেৰে আমাৰ আইসকলৰ উন্নতি কামনা কৰিলে পৰ্দাপ্ৰথা নাইকিয়া হৈ যাব লাগে বুলি আমি অনুভৱ কৰিছোঁ। আমাৰ সামাজিক জীৱনত আইসকলে যদি শোভা আৰু সৌন্দৰ্য যোগাব লাগে বুলি ভাবোঁ আৰু আমাৰ সমাজৰ নৈতিকতাবোধ বৃদ্ধি কৰিব খোজোঁ, তেওঁলোকক যদি আমি ঘৰখনৰ উত্তম পৰিচালিকা, স্বামীৰ সহায়কাৰী সঙ্গিনী আৰু সমাজৰ আগভিয়াল ব্যক্তিৰূপে চাবলৈ ইচ্ছা কৰোঁ তেন্তে বৰ্তমানৰ পৰ্দাপ্ৰথা

নিৰ্মূল হৱই লাগিব। এই পৰ্দা আঁতৰাব নোৱাৰিলে তিৰোতাসকলৰ মঙ্গলৰ কাৰণে ভাবিচিন্তি একো কাম হাতত লব নোৱাৰি। আমাৰ অৰ্ধেক জনসংখ্যাক কৃত্ৰিম বন্ধনৰপৰা মুক্তি দিব পাৰিলে যি শক্তিৰ সৃষ্টি হব সেই শক্তিক শুদ্ধভাৱে পৰিচালিত কৰিব পাৰিলে আমাৰ প্ৰদেশখনৰ অশেষ হিতসাধন হব বুলি আমি দৃঢ়ভাবে বিশ্বাস কৰোঁ।"

বিহাৰত পৰ্দাপ্ৰথাৰ কুফলৰ কথা মই জানো। এই আন্দোলন আৰম্ভ হোৱাত পলমেই হৈছে।

এই আন্দোলনৰ আৰম্ভণি আচৰিত ধৰণেৰে হৈছে। ৰাবু ৰামনন্দন মিশ্ৰ বোলা খদ্দৰ আন্দোলনৰ কৰ্মী এজনে তেওঁৰ পৰিবাৰক পৰ্দাপ্ৰথাৰ অত্যাচাৰৰপৰা উদ্ধাৰ কৰিব খুজিলে। সম্বন্ধীয় মানুহবিলাকে ছোৱালীজনীক আশ্ৰমলৈ অকলে নপঠিওৱা কাৰণে ঘৈণীয়েকৰ লগৰী হিচাপে আহিবৰ কাৰণে আশ্ৰমৰে দুজনী ছোৱালী লগত লৈ গ'ল। তাৰে ৰাধাবেন বোলা এগৰাকী ঘৈণীয়েকৰ শিক্ষয়িত্ৰী হব। ৰাধাবেন হল মগনলাল গান্ধীৰ ছোৱালী। স্বৰ্গীয় দলবাহাদুৰ গিৰিৰ ছোৱালী দুৰ্গাদেৱী এওঁৰ লগত গৈছিল। শ্ৰীমতী মিশ্ৰক আশ্ৰমৰ ছোৱালী দুগৰাকীয়ে পৰ্দা নোহোৱাকৈ লৈ যাব খোজাত ছোৱালীটিৰ মাক-দেউতাকে আপত্তি কৰিছিল। ছোৱালী কেইগৰাকীয়ে সকলো অসুবিধা সাহসেৰে সমুখীন হল। ইতিমধ্যে মগনলাল গান্ধীয়ে নিজৰ ছোৱালীজনীক চাবৰ কাৰণে গ'ল আৰু ছোৱালীটিক সকলো অসুবিধাৰ বিৰুদ্ধে যুঁজিবলৈ আৰু সেই কামত লাগি থাকিবলৈ উৎসাহ যোগালে। ৰাধাবেনে কাম কৰি থকা গাওঁখনতে তেখেতৰ অসুখ হ'ল আৰু পাটনাত তেখেতৰ মৃত্যু হ'ল। তেতিয়াৰেপৰা বিহাৰৰ বন্ধুসকলে বিহাৰৰ সম্মান ৰক্ষাৰ কাৰণে পৰ্দাপ্ৰথাৰ বিৰুদ্ধে যুঁজিবলৈ সংকল্প ললে। ৰাধাবেনে তেওঁৰ দায়িত্বত থকা ছোৱালীটিক আশ্ৰমলৈ আনিলে। ছোৱালীটি অহাৰ পিচত আশ্ৰমখন আৰু বেছি কৰ্মতৎপৰ হৈ পৰিল। ছোৱালীটিৰ স্বামী এই কামৰ কাৰণে প্ৰস্তুত আছিল আৰু তেওঁ অধিক উৎসাহেৰে সৈতে এই কামত জঁপিয়াই পৰিল। এই ব্যক্তিগত

সম্বন্ধ থকা কাৰণে অতি উৎসাহ-উদ্দীপনাৰে এই আন্দোলন চলি থাকিব বুলি ধাৰণা হল। এই সংগ্ৰামৰ গুৰিধৰোঁতাজন আছিল বহুতো সংগ্ৰামৰ নায়ক অভিজ্ঞ যুঁজাৰু বাবু ব্ৰিজকিশোৰ প্ৰসাদ। তেখেতৰ নেতৃত্বত সকলো আন্দোলনেই কৃতকাৰ্য হৈছে বুলি মই জানোঁ।

যি প্ৰথাই বিহাৰৰ আধাখিনি মানুহক সমাজ সেৱা কৰিবলৈ দিয়া নাই, যি প্ৰথাই পোহৰ আৰু মুকলি বতাহৰপৰা বহুতকে বঞ্চিত কৰি থৈছে সেই পৰ্দাপ্ৰথাৰ বিৰুদ্ধে সজোৰে অভিযান চলাবৰ কাৰণে গোহাৰিখনে অহা জুলাই মাহৰ আঠ তাৰিখটো ঠিক কৰিছে। আমাৰ সমাজৰ বহুতো বেয়া কথা স্বৰাজ লাভৰ পথত হেঙাৰ স্বৰূপ হৈ আছে বুলি আমি সোনকালে উপলব্ধি কৰিব পাৰিলে আমাৰ আকাঙ্খিত গন্তব্য স্থানলৈ বেগেৰে আগবাঢ়ি যাব পাৰিম। স্বৰাজ লাভ কৰাৰ পিচত সমাজ সংস্কাৰৰ কামবোৰ হাতত লম বুলি ভাবিলে স্বৰাজৰ অৰ্থই আমি বুজা নাই যেন হ'ব। আমাৰ এটা উত্তম অংশক পঙ্গু কৰি থলে আমি নিজকে প্ৰতিৰক্ষা কৰিব নোৱাৰিম আৰু আন আন জাতিৰ লগত প্ৰতিযোগিতাত নামিবলৈ অক্ষম হ'ম।

পৰ্দাপ্ৰথাৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ বিহাৰৰ নেতাসকলে গম্ভীৰ-ভাৱে আগ্ৰহেৰে সৈতে এই কাম হাতত লৈছে কাৰণে মই তেওঁলোকক অভিনন্দন জনাইছোঁ। এনে ধৰণৰ সকলো সংস্কাৰমূলক কামৰ কৃত-কাৰ্যতা সাধাৰণতে কৰ্মীসকলৰ শুদ্ধ ভাব আৰু পবিত্ৰতাৰ ওপৰত নিৰ্ভৰ কৰে। এই গোহাৰিত স্বাক্ষৰ প্ৰদান কৰা ভদ্ৰমহিলাসকলৰ ওপৰতো বহুখিনি নিৰ্ভৰ কৰিছে। পৰ্দা ত্যাগ কৰি তিৰোতাসকলে ভাৰতীয় নাৰীৰ স্বকীয় মৰ্যাদা ৰক্ষা কৰিব পাৰিলে দুৰ্ঘোৰ বিপদৰ মাজতো সাহস আৰু দৃঢ়তা দেখুৱাব পাৰিলে কামৰ কৃতকাৰ্যতা তেওঁলোকে সোনকালে দেখিবলৈ পাব। ঠিকমতে পৰিচালনা কৰিব পাৰিলে পৰ্দা প্ৰথাৰ বিৰুদ্ধে কৰা এই অভিযানে বিহাৰৰ স্ত্ৰী-পুৰুষ উভয়ৰে কাৰণে সমূহীয়াভাৱে শুদ্ধ ধৰণৰ শিক্ষা প্ৰৱৰ্তন কৰিব।

ইয়ং ইণ্ডিয়া : ২৮-৬-২৮

( ঊনপঞ্চাশ )

# বিহাৰত পৰ্দাপ্ৰথা

বিহাৰৰ কেবাটাও প্ৰধান প্ৰধান কেন্দ্ৰত পৰ্দাপ্ৰথাৰ বিৰুদ্ধে সংগঠিতভাৱে আঠ জুলাই তাৰিখে হোৱা শোভাযাত্ৰা আশাতীতৰূপে সাফল্যমণ্ডিত হৈছিল বুলি এজন বিহাৰী বন্ধুৰ চিঠিৰপৰা জানিলোঁ। পাটনাৰ সভা এখনৰ বিষয়ে 'চাৰ্চ লাইট' বোলা বাতৰি কাকতখনে এনেধৰণে লেখিছে :

"যোৱা দেওবাৰে পাটনাত ৰাধিকাসিংহ ইনষ্টিটিউটত মুনিহ-তিৰোতাৰ সম্মিলনেৰে অনুষ্ঠিত হোৱা সভা এখনত এটা আচৰিত দৃশ্য দেখিলোঁ। ধাৰাসাৰে বৰষুণ হৈ থকা সত্ত্বেও সভাত ভৰাতকৈ বহুত মানুহৰ সমাবেশ হৈছিল। সভা আৰম্ভ হোৱাৰ সময়ত বৰষুণ এৰিছিল। ৰাধিকাসিংহ ইনষ্টিটিউটৰ আহল বহল কোঠাটোৰ আধা ঠাই মহিলা সকলেৰে ভৰি গৈছিল। তাৰে চাৰিভাগৰ তিনিভাগ মহিলাই আগদিনালৈকে—নহয়, সভা আৰম্ভ হোৱাৰ এঘণ্টা আগলৈকে পৰ্দা মানি চলিছিল।"

প্ৰস্তাৱটোৰ ভাঙনি তলত দিলোঁ :

"আজি ইয়াত সমবেত হোৱা পাটনাৰ মুনিহ-তিৰোতাসকলে ঘোষণা কৰিছোঁ যে আমি আজিৰপৰা পৰ্দাপ্ৰথাৰ বিলোপ সাধন কৰিলোঁ। এই পৰ্দাপ্ৰথাই আমাৰ বিশেষকৈ তিৰোতাসকলৰ অশেষ ক্ষতি কৰিছে। এই প্ৰথা গুচাবলৈ এতিয়াও দোধোৰ-মোধোৰ কৰি থকা এই প্ৰদেশৰ আন আন তিৰোতাকো যিমান পাৰে সোনকালে এই প্ৰথা নিৰ্মূল কৰি তেওঁলোকৰ স্বাস্থ্য আৰু শিক্ষাৰ উন্নতি সাধিবলৈ গোহাৰি জনাইছোঁ।"

পৰ্দাৰ বিৰুদ্ধে প্ৰচাৰৰ কাৰণে আৰু বিহাৰত স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ

কাৰণে এই সভাতে সাময়িকভাৱে এটা কমিটি গঠিত হৈছিল। তৃতীয় প্ৰস্তাৱটোৱে প্ৰত্যেক নগৰত আৰু প্ৰত্যেক গাঁৱতে মহিলা সমিতি গঠনৰ কাৰণে পৰামৰ্শ দিছিল। চতুৰ্থ প্ৰস্তাৱত বিভিন্ন অঞ্চলত মহিলা আশ্ৰম স্থাপন কৰিবলৈ কোৱা হয় যাতে এই আশ্ৰমবোৰত মহিলাসকলে কিছুদিন থাকি সুগৃহিণী, উপযুক্ত মাতৃ' আৰু দেশসেৱিকা হবলৈ প্ৰশিক্ষণৰ সুবিধা পাব পাৰে। সভাস্থলীত এই কামৰ কাৰণে পাঁচ হেজাৰ টকাৰো অধিক টকাৰ প্ৰতিশ্ৰুতি পোৱা হৈছিল। দাতাৰ ভিতৰত বহুতো তিৰোতাও আছিল। তেখেতসকলে ২৫ টকাৰ পৰা ২৫০ টকালৈকে দান দিয়া দেখিলো। বাতৰি কাকতখনত এনে ধৰণৰ বিহাৰৰ বহুতো সভাৰ সংবাদ প্ৰকাশিত হৈছিল। এই অভিযান সংগঠিতভাৱে উৎসাহ-উদ্দীপনাৰে চলি থাকিলে পৰ্দাপ্ৰথা অতীতৰ বস্তু হৈ পৰিব। এই অভিযান ইংৰাজকৰণৰ আন্দোলন নহয়—এই কথাটো মন কৰিবলগীয়া। ই হৈছে হিন্দুসমাজত সোমাই পৰা কুপ্ৰথা কিছুমানৰ প্ৰতি সজাগ হৈ থকা স্বাভাৱিকতে ৰক্ষণশীল নেতাসকলৰ দেশীয়ভাৱে কৰা ৰক্ষণশীল প্ৰচেষ্টা। বাবু ব্ৰিজকিশোৰ প্ৰসাদ আৰু বাবু ৰাজেন্দ্ৰপ্ৰসাদে সুদূৰ লণ্ডনৰপৰা পৰম আগ্ৰহেৰে আন্দোলনৰ প্ৰতিটো কথা নিৰীক্ষণ কৰি আছে। তেওঁলোক ভাৰতীয় জনগণৰ পশ্চিমীয়া নিদৰ্শন নহয়; তেওঁলোক ৰক্ষণশীল হিন্দু। ভাৰতীয় সভ্যতা, কৃষ্টি আৰু ঐতিহ্যক তেওঁলোকে ভাল পায়। তেওঁলোকে পশ্চিমক অন্ধভাৱে অনুকৰণ নকৰে। কিন্তু তেওঁলোকে পশ্চিমৰ ভালখিনি গ্ৰহণ কৰিবলৈ সংকোচবোধ নকৰে। এই আন্দোলনে ভাৰতীয় সংস্কৃতিৰ অতি আপুৰুগীয়া কথাবোৰ বিশেষকৈ ভাৰতীয় নাৰীৰ বিশেষ বৈশিষ্ট্যপূৰ্ণ সৌজন্য আৰু নম্ৰতা বিনষ্ট কৰিব বুলি ভীৰু আৰু শংকাশীলসকলে মনত ভয় ভাব পোষণ কৰিব নেলাগে।

ইয়ং ইণ্ডিয়া : ২৬-৭-২৮

কেইজনমান মুছলমান সমালোচকে পৰ্দাপ্ৰথাৰ বিৰুদ্ধে কোৱা কাৰণে গান্ধীজীক সতৰ্ক কৰি দিছিল। সেইকাৰণে গান্ধীজীয়ে এই বিষয়ে কবলৈ অলপ সংকোচ কৰিছিল। কিন্তু কেউফালে ভাবিচিন্তি গান্ধীজীয়ে দেখিলে যে কিছুমান হিন্দুনাৰীয়ে পৰ্দাপ্ৰথা মানি চলে আৰু গান্ধীজীৰ বহুতো মালয়ালি মুছলমান বন্ধুৱে পৰ্দাপ্ৰথা অৱলম্বন নকৰে। সেইকাৰণে গান্ধীজীয়ে এই বিষয়ে কবৰ কাৰণে উৎসাহ পালে। পদাপ্ৰথা মানি নচলা বহুতো নামজ্বলা মুছলমান নাৰীক তেখেতে চিনি পায়। প্ৰকৃত পৰ্দা মানুহৰ অন্তৰতহে থাকে। পৰ্দাৰ ফাকেৰে পুৰুষলৈ কটাক্ষ দৃষ্টি নিক্ষেপ কৰিলে পৰ্দাৰ আঁৰৰ প্ৰকৃত উদ্দেশ্যক অৱমাননা কৰা হয়। তিৰোতাই অন্তৰেৰে পৰ্দাপ্ৰথা অৱলম্বন কৰিব পাৰিলেহে মহান গুৰুজনাৰ বাক্য প্ৰকৃততে পালন কৰা হব।

হৰিজন : ২৩-৩-৪৭

## ( পঞ্চাশ )

## বিধবাৰ বিননি

বিধবা বিবাহ কিছুমান ক্ষেত্ৰত হব লাগে। আমাৰ ডেকাসকলে তেওঁলোকক শুদ্ধ, পবিত্ৰ কৰিব পাৰিলেহে এই সংস্কাৰমূলক কাম কৰিব পৰা হব। ডেকাসকল শুদ্ধচিত্তৰ হয়নে ? তেওঁলোক শিক্ষাৰ দ্বাৰা লাভবান হৈছেনে ? তেওঁলোকৰ শিক্ষাক কিয়নো দোষ দিব লাগিছে। সৰুৰেপৰা দাস-মনোবৃত্তি আমি নজনাকৈয়ে শিকি আহিছোঁ। আমি যদি স্বাধীনভাৱে চিন্তা কৰিব নোৱাৰোঁ আমি কেনে-কৈয়েবা স্বাধীনভাৱে কাম কৰিব পাৰিম ? আমি সমানে জাতিবিচাৰৰ দাস, বিদেশী শিক্ষাৰ দাস আৰু বিদেশী চৰকাৰৰ দাস। আমাক দিয়া প্ৰতিটো শিক্ষা আমাৰ শৃংখলৰ দৰে হৈছে। আমাৰ মাজতে ইমানবোৰ

শিক্ষিত ডেকাল'ৰা আছে—নিজৰ ঘৰতে থকা বিধবাসকলৰ কথা কেইজনে বাৰু ভাবি চাইছে? ধন-সম্পত্তিৰ প্ৰলোভন কেইজনে বাৰু বাধা দিব পাৰে? তিৰোতাক আই, ভনী বুলি ভাবি কেইজনে বাৰু তেওঁলোকৰ সন্মান ৰক্ষা কৰিব পাৰিছে? তেওঁলোকৰ কেইজনৰ বিশ্বাসৰ দৃঢ়তা আছে নিজৰ জাতিৰ মত উলংঘা কৰি চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰিবলৈ কেইজনৰ সাহস আছে? দুৰ্ভগীয়া বিধবা এগৰাকী সহায় বিচাৰি কাৰ ওচৰলৈ যাব? বিধবা এগৰাকীক মই কি বুলি সান্ত্বনা দিব পাৰোঁ? তেওঁলোকৰ কেইজনে বাৰু 'নবজীৱন' পঢ়ে? 'নবজীৱন' পঢ়া কেইজনে নিজৰ বিশ্বাসমতে কাম কৰিব পাৰে? মই মাজে মাজে 'নবজীৱন'ত বিধবাৰ দুখৰ বিষয়ে লিখি থাকো আৰু আগলৈও প্ৰয়োজন আৰু সুবিধা অনুসৰি লিখি থাকিম। এইখিনিতে মই সকলোকে গোহাৰি জনাও যে সকলোৱে যেন নিজৰ নিজৰ তত্ত্বাৱধানত থকা বালবিধবাসকলক পুনৰ্বিবাহ দিয়া এটা কৰ্তব্য বুলি ভাবি লয়।

ইয়ং ইণ্ডিয়া: ৪ ২-২৬

( একাৱন )

## বাধ্যতামূলক বৈধব্যব্ৰত

ভাৰতবৰ্ষৰ বিধবাৰ সংখ্যা দি চাৰ গঙ্গাৰামে এখন মূল্যবান সংখ্যা-লিপি প্ৰকাশ কৰিছে। তাত প্ৰত্যেক প্ৰদেশৰে স্বকীয়াভাৱে এখন এখন সংখ্যালিপি দিছে। এই সংখ্যালিপিবোৰ প্ৰত্যেক সমাজ-সংস্কাৰকৰে হাতলৈ অহা উচিত।

• সমাজ সংস্কাৰ কামৰ কাৰ্যক্ৰমণিকা এখন চাৰ গঙ্গাৰামে দিছে, এই কাৰ্যক্ৰমণিকা বেছি মানুহে সমৰ্থন নকৰিব।

কাৰ্যক্ৰমণিকাখন হল—

(১) সমাজ সংস্কাৰ

(২) অৰ্থনৈতিক সংস্কাৰ

(৩) স্বৰাজ বা ৰাজনৈতিক মুক্তি

চাৰ গঙ্গাৰামৰ দৰে তেখেতৰ অগ্ৰৱৰ্তী তীব্ৰ সমাজ সংস্কাৰকসকলে কিন্তু এনেদৰে ভবা নাছিল। ৰানাডে, গোখেল আৰু চন্দ্ৰৱাৰকৰে স্বৰাজক সমাজ সংস্কাৰৰ দৰে এটা আৱশ্যকীয় কথা বুলি ভাবিছিল। লোকমান্য তিলকেও সমাজ সংস্কাৰৰ কথা ভাবিছিল। কিন্তু তিলক আৰু তেওঁৰ অগ্ৰৱৰ্তীসকলে সকলো সংস্কাৰমূলক কাম সমানে চলি থাকিব লাগে বুলি ভাবিছিল। লোকমান্য আৰু গোখেলে ৰাজনৈতিক সংস্কাৰমূলক কামৰ আন আন সংস্কাৰতকৈ বেছি গুৰুত্ব দিছিল। ৰাজনৈতিক দাসত্বই আমাক আন কাম কৰিবলৈ অক্ষম কৰিছে বুলি তেওঁলোকে কৈছিল।

ৰাজনৈতিক মুক্তিৰ কাৰণে জনতাক জাগ্ৰত কৰিব লাগিব। জাতিৰ কৰ্মক্ষেত্ৰৰ সকলো স্তৰকে প্ৰভাৱান্বিত কৰিব নোৱাৰিলে জনতাক জাগ্ৰত কৰিব নোৱাৰি। প্ৰত্যেকটো সংস্কাৰ ৰাইজক সজাগ কৰিবলৈকে কৰা হয়। এবাৰ জাগ্ৰত হৈ উঠিলে জাতি এটাই জীৱনৰ এটা দিশতে সংস্কাৰমূলক কাম কৰি সন্তুষ্ট নেথাকে। সেইকাৰণে সকলো আন্দোলন সমানে একেলগে হৈ থাকিব লাগিব।

চাৰ গঙ্গাৰামৰ লগত আৱশ্যকীয় সংস্কাৰসমূহৰ অনুক্ৰমণিকা লৈ তৰ্কবিতৰ্ক কৰাৰ আৱশ্যক নাই। ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যা সমাধানৰ উপায় মানি লব নোৱাৰিলেও সমাজ সংস্কাৰ কৰিবৰ কাৰণে তেখেতৰ আগ্ৰহ-উদ্দীপনাক স্বীকাৰ কৰিবই লাগিব। তেখেতে দিয়া সংখ্যাবোৰ সঁচাকৈয়ে অতি দুখলগা। 'বাল্যবিবাহ আৰু বাধ্যতামূলক বৈধব্যব্ৰত গ্ৰহণ কৰি দুখ-যাতনা ভুগি থকা বিধবাৰ সংখ্যা দেখি কোনে বাৰু চকুলো নেপেলোৱাকৈ থাকিব পাৰিব ?' তেখেতে প্ৰশ্ন কৰিছে।

১৯২১ চনৰ পিয়ল অনুসৰি হিন্দু বিধবাৰ সংখ্যা হল—

| | |
|---|---|
| ১ বছৰৰপৰা ৫ বছৰলৈকে বিধবাৰ সংখ্যা | ১১,৮৯২ |
| ৫ বছৰৰপৰা ১০ বছৰলৈকে বিধবাৰ সংখ্যা | ৮৫,০৩৭ |
| ১০ বছৰৰপৰা ১৫ বছৰলৈকে বিধবাৰ সংখ্যা | ২,৩২,১৪৭ |
| | ৩,২৯,০৭৬ |

আগৰ ছুবাৰ হৈ যোৱা পিয়লৰ সংখ্যাও দিয়া আছে। ১৯২১ চনৰ মুঠ বিধবাৰ সংখ্যা আগৰ ছুবাৰৰ সংখ্যালৈ অলপ বেছি। আন আন সম্প্ৰদায়ৰ বিধবাৰ সংখ্যাও এই পিয়লবোৰত আছে। এই পিয়লবোৰে হিন্দু বালবিধবাৰ প্ৰতি কৰা ছুৰ্ঘোৰ অন্যায়ৰ ব্যাপকতা প্ৰদান কৰিছে। ধৰ্মৰ নামত আমি গোমাতা ৰক্ষাৰ কাৰণে চিঞৰবাখৰ কৰোঁ কিন্তু বিধবা ছোৱালীৰ বেশেৰে থকা মানৱৰূপী গোমাতাসকলক আশ্ৰয় দিবলৈ অস্বীকাৰ কৰোঁ। আমি ধৰ্মমূলক কথাত বলপ্ৰয়োগ নকৰোঁ। কিন্তু ধৰ্মৰ নামত বিবাহ অনুষ্ঠানৰ অৰ্থ বুজি নোপোৱা তিনিলাখ ছোৱালীক জোৰ কৰি বিধবা কৰি থওঁ। সৰু সৰু ছোৱালী-বিলাকক বাধ্যতামূলকভাৱে বিধবা কৰি থোৱা এটা নিষ্ঠুৰ দোষণীয় কাম —ইয়াৰ বাবে আমি হিন্দুসকলে সদায় কষ্ট পাই ছুখ ভোগ কৰি থাকিবলগীয়া হৈছে। আমাৰ বিবেক সঁচাকৈ জাগ্ৰত হলে আমি ছোৱালীৰ ১৫ বছৰ বয়সৰ আগতে কেতিয়াও বিয়া হব নোৱাৰে বুলি কব পাৰিম— এই তিনিলাখ ছোৱালীৰ কেতিয়াও ধৰ্মসঙ্গতভাৱে বিয়া হোৱা নাছিল বুলি ঘোষণা কৰি দিব পাৰিম। কোনো শাস্ত্ৰতে এনেকুৱাকৈ হোৱা বিধবাৰ কথা পোৱা নেযায়। নাৰীয়ে জীৱনসঙ্গীৰ ভালপোৱা অনুভৱ কৰি স্বেচ্ছাৰে গ্ৰহণ কৰা বৈধব্যব্ৰতে জীৱনত শোভা আৰু মৰ্যাদা বঢ়ায়, ঘৰ পবিত্ৰ কৰে আৰু ধৰ্মক ওপৰলৈ তোলে। ধৰ্ম বা আচাৰ-নীতিয়ে আৰোপ কৰা বৈধব্যব্ৰত এটা অসহনীয় বোজা—ই গোপন পাপেৰে ঘৰ অশুদ্ধ কৰে আৰু ধৰ্মক তললৈ নিয়ে।

পঞ্চাশ বছৰীয়া বুঢ়া ৰুগীয়া মানুহ এজনে কেতিয়াবা এজনী ভাৰ্যা থাকোতেও আকৌ বিয়া কৰায় বা ছোৱালী ক্ৰয় কৰে। এইবোৰ কথা শুনিলে এই ধৰণৰ হিন্দু বৈধব্যব্ৰতৰ প্ৰতি ঘৃণা ওপজে। যেতিয়ালৈকে

আমাৰ মাজত হেজাৰ হেজাৰ বিধবা থাকে তেতিয়ালৈকে আমি যিকোনো অৱস্থাতে বিস্ফোৰণ হ'ব লগা আগ্নেয়গিৰিৰ মুখত বহি থকাৰ দৰে অৱস্থাত থাকিব লাগিব। আমি যদি শুদ্ধ নিৰ্মল হ'ব পাৰোঁ, আমি যদি হিন্দুধৰ্মক ৰক্ষা কৰিব খোজোঁ আমি বাধ্যতামূলক বৈধব্যব্ৰতৰ বিষময় পৰিবেশৰপৰা মুক্তি পাব লাগিব। যিসকলৰ দায়িত্বত বিধবা ছোৱালী আছে তেওঁলোকে এই ছোৱালীবিলাকক যথাৰ্থভাৱে বিয়া দি সংস্কাৰৰ কাম আৰম্ভ কৰি দিব লাগে। এই বিবাহক পুনৰ্বিবাহ বুলিব নোৱাৰি কাৰণ এই ছোৱালীবিলাকৰ বিয়া প্ৰকৃততে হোৱাই নাছিল।

ইয়ং ইণ্ডিয়া : ৫-৮-২৬

( বাৱন )

## পদদলিত মানৱ

অস্পৃশ্যসকলেই কেৱল নহয়, হিন্দু সমাজৰ সৰু সৰু বিধবা ছোৱালীবোৰো পদদলিত মানৱৰ ভিতৰতে পৰিব। বঙ্গদেশৰপৰা এজনে লিখিছে :

"মুছলমানসকলৰ মাজত বিধবা বিবাহত বাধা নিষেধ নাই ; কিন্তু মুছলমান মানুহে চাৰিগৰাকীলৈকে বিয়া কৰাব পাৰে সেইকাৰণে বহুতো মুছলমানৰ কেবাগৰাকীও ভাৰ্যা আছে। মুছলমান পুৰুষসকলৰ বিয়া নোহোৱাকৈ নেথাকে। য'ত বিধবা বিবাহত বাধা নিষেধ নাই তাত পুৰুষতকৈ তিৰোতাৰ সংখ্যা বহুত বেছি নহবনে ? আন কথাত কবলৈ হ'লে যি সম্প্ৰদায়ত বিধবা বিবাহ কৰিবলৈ দিয়া হয় সেই সম্প্ৰদায়ত পুৰুষক বহু বিবাহ কৰিবলৈ দিব নেলাগিব জানো ?

হিন্দু সমাজত বিধবা বিবাহ কৰিবলৈ দিলে গাভৰু বিধবাসকলে তেওঁলোকক বিয়া কৰাবলৈ ডেকাবিলাকক প্ৰৰোচনা নকৰিবনে ? আৰু

অবিবাহিত ছোৱালীবিলাকলৈ দৰা পাবলৈ অসুবিধা বৰং অসম্ভৱ নহব জানো ?

হিন্দুসকলক এগৰাকীতকৈ বেছি ভাৰ্যা গ্ৰহণ কৰিবলৈ নিদিলে অবিবাহিত ছোৱালীবিলাকে বিধবাসকলে কৰা বা বিধবাসকলে কৰিব পাৰে বুলি ভাবি লোৱা পাপ কামবোৰকে নকৰিব জানো ?

মই আপোনাক প্ৰেম, পবিত্ৰ গাৰ্হস্থ্য জীৱন, পতিব্ৰতা ধৰ্ম আদি আন আন কথা সোঁৱৰাই নিদিওঁ—এই সকলোবোৰ কথা বিধবা বিবাহ সমৰ্থন কৰাৰ আগতে ভাবিচিন্তি লব লাগিব।”

বিধবা বিবাহ নিষিদ্ধ কৰাৰ উৎসাহতে এই পত্ৰলিখকজনে বহুতো কথা আওকাণ কৰিছে। মুছলমানসকলৰ সঁচাকৈয়ে এগৰাকীতকৈ বেছি ভাৰ্যা বিয়া কৰাবৰ স্বত্ব আছে। কিন্তু তেওঁলোকৰ বেছিভাগৰে এগৰাকী ভাৰ্যা থকাহে দেখা যায়। দুৰ্ভাগ্যবশতঃ পত্ৰলিখকজনে নেজানে যে হিন্দুধৰ্মত পুৰুষৰ বহু বিবাহ নিষিদ্ধ নহয়। উচ্চশ্ৰেণীৰ হিন্দুসকলৰ বহুতো ভাৰ্যা আছে বুলি জনা যায়। ৰজা-মহাৰজা বহুতৰে অসংখ্য ভাৰ্যা আছে। তথাকথিত উচ্চশ্ৰেণী সম্প্ৰদায়ৰ হিন্দুসকলৰ মাজতহে কেৱল বিধবা বিবাহ নিষিদ্ধ বুলি পত্ৰলিখকজনে পাহৰি গৈছে। তল-শ্ৰেণীৰ বহুতো বিধবাই বিনা দ্বিধাৰে আকৌ বিয়া কৰায় আৰু এই বিবাহৰ পৰিণামত একো অশোভনীয় কথা হোৱা দেখা নেযায়। এগৰাকীতকৈ বেছি ভাৰ্যা বিয়া কৰাব পাৰে যদিও তেওঁলোকে এগৰাকী সঙ্গিনী লৈয়ে সাধাৰণতে সন্তুষ্ট থাকে।

গাভৰু বিধবা ছোৱালীবিলাকে ডেকা ডেকা ল’ৰাবিলাকক বিয়া কৰাবলৈ ললে অবিবাহিত ছোৱালীৰ দৰা পাবলৈ অসুবিধা হব বোলা যুক্তিত পত্ৰলিখকজনৰ সমানুপাত জ্ঞানৰ শোচনীয় অভাৱ পৰিলক্ষিত হৈছে। গাভৰু ছোৱালীৰ কাৰণে কৰা অতিৰিক্ত উদ্বিগ্নতা অসুস্থ মনৰ পৰিচায়ক। কেগৰাকীমান বিধবাই বিয়া কৰালে বহুত ছোৱালী অবিবাহিত হৈ থাকিব নোৱাৰে। আজিকালিও হৈ থকা বাল্যবিবাহৰ কাৰণেহে এনেকুৱা সমস্যাৰ উদ্ভৱ কেতিয়াবা হব পাৰে। সেইকাৰণে

বিধবাৰ সমস্যা সমাধান কৰিবলৈ হ'লে বাল্যবিবাহ ৰোধ কৰিব লাগিব।

যি ঘৰত কোমল বয়সীয়া বিধবা ছোৱালী থাকে তাত প্ৰেম, গাৰ্হস্থ্য জীৱনৰ পবিত্ৰতা আদিৰ কথা বেছি নোকোৱাই ভাল হব।

পত্ৰলিখকজনে মোৰ যুক্তি বুজি পোৱা নাই। মই সকলো বিধবাৰে পুনৰ্বিবাহ হব লাগে বুলি কোৱা নাই। চাৰ গঙ্গাৰামে সংগ্ৰহ কৰা পৰিসংখ্যালিপি আৰু এই কাকতত চমুকৈ ওলোৱা সংখ্যাবিলাক আছিল ১৫ বছৰৰ আৰু তাতোকৈও কম বয়সৰ বিধবা ছোৱালীবোৰৰ। এই দুৰ্ভগীয়া ছোৱালীবোৰে পবিত্ৰতা বা ধৰ্ম কি তাক নেজানে। এই ছোৱালী-বিলাকৰ প্ৰকৃততে বিয়া হোৱাই নাই বুলি কলেহে ঠিক হব। বিয়া যদি এটা পবিত্ৰ অনুষ্ঠান হয় আৰু বিয়া নতুন জীৱনৰ প্ৰৱেশ দ্বাৰ হবলৈ হলে বিয়া হবলগীয়া ছোৱালীবিলাকৰ পূৰ্ণবিকাশ হব লাগিব—জীৱনসঙ্গী নিৰ্বাচন কৰাত তেওঁলোকৰ হাত থাকিব লাগিব। তেওঁলোকৰ কাৰ্যৰ পৰিণামক তেওঁলোকে ভালকৈ উপলব্ধি কৰিব পাৰিব লাগিব। সৰু সৰু ছোৱালীবিলাকক বিয়া দি তেওঁলোকক বিবাহিত বুলি ঘোষণা কৰি তথাকথিত স্বামীৰ মৃত্যুত ছোৱালীটিৰ ওপৰত বৈধব্য আৰোপ কৰিলে ঈশ্বৰৰ ওচৰত আৰু মানৱতাৰ ওচৰত জগৰীয়া হব লাগিব।

প্ৰকৃত হিন্দু বিধবা সম্পদতুল্য। তেনে বিধবা মানবতাৰ উপহাৰ স্বৰূপ। ৰমাবাঈ ৰাণাডে আছিল এনে ধৰণৰ উপহাৰ। কিন্তু বাল-বিধবাসকল হিন্দুধৰ্মৰ এটা কলংক। এগৰাকী ৰমাবাঈ ৰাণাডেই এই কলংক মচি পেলাব নোৱাৰে।

ইয়ং ইণ্ডিয়া: ১৯-৮-২৬

( তেৰৣন )

# বিধবা বিবাহ

চাৰ গঙ্গাৰামৰ 'হিন্দু বিধবা পৰিসংখ্যালিপি'ত গোটেই হিন্দু বিধবাৰ সংখ্যা আছে নে যিবিলাক বিধবাক আচাৰ-নীতিয়ে বিবাহ-নিষিদ্ধ কৰিছে সেই বিধবাসকলৰ সংখ্যা আছে ? —এই বুলি এজন পত্ৰলিখকে বিশেষ এটা প্ৰশ্ন সুধিছে। এই বিষয়ে চাৰ গঙ্গাৰামক সোধাত জানিব পৰিলোঁ যে এই পৰিসংখ্যালিপিত সকলো শ্ৰেণীৰ সকলো বিধবাৰ সংখ্যা আছে। যিবিলাক শ্ৰেণীত বিধবা বিবাহ নিষিদ্ধ, অকল তেওঁলোককে ধৰা হোৱা নাই। চাৰ গঙ্গাৰামে লগতে আকৌ কৈছে, "অকল এই শ্ৰেণীৰ বিধবাৰ সংখ্যা দিয়াটো ভাল নহয়—মুছলমান আৰু খৃষ্টানবিলাকে বিয়া কৰাব পাৰে বুলি আমি সকলোৱে জানো। কিন্তু তেওঁলোকৰ মাজতো বিধবা আছে। তেওঁলোকে হয়তো এতিয়া বা পিচলৈ আকৌ বিয়া কৰাব। কিন্তু হিন্দু বিধবাসকলৰ পুনৰ্বিবাহ নিষিদ্ধ—এই বাধানিষেধ মই আঁতৰাব খুজিছোঁ। প্ৰত্যেক বিধবাকে বিয়া কৰাবলৈ মই জোৰ কৰিব খোজা নাই।"

এইখিনি বৰ ভাল কথা। তাত কোনো সন্দেহ নাই। হিন্দুধৰ্মত এই নিষেধ কেৱল নিষিদ্ধ কৰা এটা শ্ৰেণীৰ মাজতে আছে। এই শ্ৰেণীৰ বাহিৰত হিন্দু তিৰোতাই মুছলমান খৃষ্টান বিধবাসকলৰ দৰে নিঃসংকোচে আকৌ বিয়া কৰাব পাৰে। মুছলমান আৰু খৃষ্টান বিধবাসকলৰ কথা ন্যায়সঙ্গতভাৱে কবলৈ হলে কব লাগিব যে তেওঁলোকৰ সকলোৱে "সোনকালেই হওক বা পলমকৈয়ে হওক" আকৌ বিয়া নকৰায়। নিষিদ্ধ সকলৰ বাহিৰৰ শ্ৰেণীত তথাকথিত উচ্চশ্ৰেণীক দাসভাৱে অনুকৰণ কৰাৰ এটা ধাউতি দেখা যায় আৰু সেইকাৰণে তেওঁলোকে তেওঁলোকৰ সৰু সৰু বিধবা ছোৱালীবিলাকক বিয়া নিদিয়াকৈ থৈ দিয়ে। যেতিয়ালৈকে আমি সম্পূৰ্ণ পৰিসংখ্যা নেপাওঁ তেতিয়ালৈকে বিধবা বিবাহ নিষিদ্ধ কৰাৰ কুফলৰ ব্যাপকতা আমি জুখিব নোৱাৰিম। এই বিষয়ে বিশেষ দক্ষতা

লাভ কৰা চাৰ গঙ্গাৰাম আৰু আন আন সংঘই প্ৰয়োজনীয় পৰিসংখ্যা সংগ্ৰহ কৰি প্ৰকাশ কৰিব বুলি আশা কৰিলো। বিধৱা বিবাহ নিষিদ্ধ কৰা শ্ৰেণীত কুৰি বছৰৰ তলৰ বিধবাৰ সংখ্যা জনা সম্ভৱ হ'ব।

পত্ৰলিখকজনে খুৱ সম্ভৱ বাধা-নিষেধক ন্যায়সঙ্গত বুলি কৰলৈ বিচাৰি এই প্ৰশ্ন সুধিছে। তেখেতে আৰু তেখেতৰ দৰে একেদৰে ভবাসকলে সৰু সৰু বিধবা ছোৱালীবিলাকক পুনৰ্বিবাহ নিষিদ্ধ কৰা কথা বেয়া বুলি কৰলৈ অস্বীকাৰ কৰাটো অনুচিত। এজনী বালবিধবা থাকিলেও ই এটা ভুল কাম। ইয়াক শুধৰাই লোৱাটো আৱশ্যক।

ইয়ং ইণ্ডিয়া: ২-৯-২৬

## ( চোৱন্ন )

## বিধবাসকল

যিসকল পিতৃয়ে কম বয়সতে তেখেতসকলৰ ছোৱালীবিলাকক বিয়া দি পাপ কৰিছে সেই ছোৱালী সৰুতে বিধবা হলে ছোৱালীক আকৌ বিয়া দি তেখেতসকলে পাপৰ প্ৰায়শ্চিত্ত কৰিব লাগে। বয়সত বিধবা হলে ছোৱালীয়ে আকৌ বিয়া কৰাবনে নকৰায় নিজে ঠিক কৰিব। কি নিয়ম হব লাগে বুলি মোক সুধিলে মই পুৰুষৰ কাৰণে যি নিয়ম আছে তিৰোতাৰ কাৰণেও সেই একে নিয়ম হব লাগে বুলি ক'ম। পঞ্চাশ বছৰীয়া বৰলা এজনে নিঃসংকোচে আকৌ বিয়া কৰালে যদি একো হানি নহয় তেন্তে তেনে বয়সৰ বিধবা এগৰাকীয়েও আকৌ বিয়া কৰালে একো দোষ হব নেলাগে। কিন্তু দুয়োজনে পুনৰ্বিবাহ কৰি পাপ কাম কৰিছে বোলাটো বেলেগ কথা। প্ৰাপ্তবয়স্কা বিধবা বা বৰলা দুয়োজনে সকলো কথা জানি-বুজি আকৌ স্ব-ইচ্ছাৰে বিয়া কৰালে পাপৰ কথা বুলি হিন্দু আইনৰ এটা সংস্কাৰ কৰিব খুজিলে মই সমৰ্থন কৰিম।

ইয়ং ইণ্ডিয়া: ১৪-১০-২৬

## ( পছপন্ন )

# বিধবা আৰু বৰলা

এজন সংবাদদাতাই মোলৈ লিখিছে ঃ

"১৪ অক্টোবৰৰ 'ইয়ং ইণ্ডিয়া'ত ওলোৱা 'নীতি-ধৰ্মমূলক উপদেশ' শীৰ্ষক চিঠিখন আৰু সেই চিঠি সম্পৰ্কে আপোনাৰ উত্তৰটি মই মনযোগেৰে পঢ়িছোঁ। চিঠিৰ প্ৰথম প্ৰশ্নৰ উত্তৰ হিচাবে আপুনি লিখিছে, 'প্ৰাপ্তবয়স্কা বিধবা আৰু বৰলা দুয়োজনে সকলো কথা জানি-বুজি আকৌ স্ব-ইচ্ছাৰে বিয়া কৰালে পাপৰ কথা বুলি হিন্দু আইনৰ এটা সংস্কাৰ কৰিব খুজিলে মই সমৰ্থন কৰিম।'

মোৰ মনেৰে হিন্দুধৰ্মৰ এনে ধৰণৰ সংস্কাৰ অতি বিপজ্জনক আৰু ই আমাৰ গোটেই সমাজৰ নৈতিক মান বহুত দূৰ ক্ষতিগ্ৰস্ত কৰিব। পুৰুষ বা তিৰোতাই যদি সকলো কথা জানি বুজি বয়সত বিয়া কৰায় আৰু দুৰ্ভাগ্যবশতঃ কিছুদিন বিবাহিত জীৱন যাপন কৰাৰ পিছত তেওঁলোকৰ এজনৰ যদি মৃত্যু হয় তেতিয়াহলে আপুনি সেই পুৰুষ বা মহিলাগৰাকীক বিবাহিত জীৱন উপভোগ কৰাৰ বাঞ্ছা পূৰণ নোহোৱালৈকে তেওঁলোক প্ৰাপ্তবয়স্ক অভিজ্ঞ বুলিয়েই তেওঁলোকক বিয়া কৰাবলৈ নিদিবনেকি? হিন্দু আইন এনেদৰে সংস্কাৰ কৰিলে পুৰুষ আৰু তিৰোতাই অনৈতিক ৰূপে তেওঁলোকৰ অতৃপ্ত কামনা চৰিতাৰ্থ কৰিবলৈ পথ বিচাৰি উলিয়াব আৰু তেতিয়া গোটেই সমাজত নৈতিক দুৰ্নীতি সোমাই পৰিব বুলি মোৰ শংকা হৈছে। সেইকাৰণে এই সমস্যা সমাধান কৰিবলৈ সংশ্লিষ্ট পুৰুষ-মহিলাকে এৰি দিব লাগে বুলি ভাবো।"

"নীতিধৰ্মৰ উপদেশ দিওঁতা" জনৰ চিঠিৰ উত্তৰত মই আইন বিধিদাতা-সকলক প্ৰশ্ন কৰিছো। এখেতসকলে নিজৰ স্বাধীনতাত হাত দিলে

ভাল নেপায়। পুৰুষৰ কাৰণে যি বাঞ্ছনীয় বুলি ভবা হয় তিৰোতাৰ কাৰণেও সেই কথা সমানে বাঞ্ছনীয় বুলি বিবেচনা কৰিব লাগে আৰু বিয়া কৰোৱা ক্ষেত্ৰত বিধবাই পুৰুষৰ নিচিনাকৈ নিজৰ মতে চলিব পৰা হ'ব লাগে। উত্তৰটোত মই এই কথাখিনিহে বুজাই দিব খুজিছিলোঁ। বৃটিছ সংবিধানৰ আইনৰ দৰে হিন্দু আইন সলাব নোৱাৰা কঠোৰ আৰু দৃঢ় নহয়। মই 'দণ্ডনীয়'ৰ ঠাইত 'পাপকাম' বোলা শব্দটো ব্যৱহাৰ কৰিছিলোঁ। এই কথাটো লক্ষ্য কৰিবলগীয়া। মানুহে যি কামত শাস্তি দিব পাৰে সেই কাম দোষণীয় বুলি কয় কিন্তু পাপকামৰ শাস্তি কেৱল ঈশ্বৰ আৰু বিবেকে দিব পাৰে। মই মোৰ উত্তৰত হিন্দু সমাজক যি ওখ আসনত বহুৱাব খুজিছিলো সেই আসন লাভ কৰিব পাৰিলে হিন্দু সমাজ আৰু মানৱতাৰ বিৰাট লাভ হ'ব।

ইয়ং ইণ্ডিয়া : ১৮-১১ ২৬

( ছাপন্ন )

# আদৰ্শৰ ব্যভিচাৰ

সৰু সৰু বিধবা ছোৱালীবিলাকৰ পুনৰ্বিবাহ সম্বন্ধে দিয়া এখন চিঠিৰপৰা মই এইখিনি কথা তুলি দিলোঁ ঃ

"২৩ চেপ্তেম্বৰৰ 'ইয়ং ইণ্ডিয়া'ত আপুনি 'বি' বোলাজনৰ চিঠিৰ উত্তৰত কৈছিল যে সৰু সৰু বিধবা ছোৱালীবিলাকক তেওঁলোকৰ মাক-দেউতাকে পুনৰ বিয়া দিব লাগে। কিন্তু শাস্ত্ৰসম্মতভাৱে কন্যাদান দিয়া মাক-দেউতাকে কেনেকৈ তেওঁলোকৰ ছোৱালীক পুনৰ বিয়া দিব পাৰিব? দেউতাক-মাকে পবিত্ৰভাৱে, ধৰ্ম অনুসাৰে ছোৱালী জোঁৱায়েকক গটাই দি ছোৱালীৰ প্ৰতি থকা সকলো দাবী ত্যাগ কৰি দিয়ে। আকৌ সেই ছোৱালীক জোঁৱায়েকৰ মৃত্যুত আন এজনক-

বিয়া দিয়া তেওঁলোকৰ পক্ষে অসম্ভৱ। ছোৱালীজনীয়ে ইচ্ছা কৰিলে নিজে আকৌ বিয়া কৰাব পাৰে—ছোৱালীজনীক দেউতাক-মাকে দান হিচাপে এজনক দিয়াৰ পিচত পৃথিৱীৰ কাৰোৱেই গিৰিয়েক ঢুকুৱাৰ পিচত ছোৱালীজনীক বিয়া দিবলৈ স্বত্ব নেথাকে। একে কাৰণতে ছোৱালীজনীৰো পুনৰ্বিবাহ কৰিবৰ স্বত্ব নেথাকে। মৃত্যুৰ সময়ত গিৰিয়েকে দিয়া সম্মতিৰ অবিহনে ছোৱালীটিয়ে বিয়া কৰালে সেই ছোৱালী মৃত স্বামীৰ প্ৰতি অবিশ্বাসী বিশ্বাসঘাতকী হৈ পৰিব। সেইকাৰণে যুক্তিবিচাৰ মতে যি ছোৱালীক সনাতনীসকলৰ মাজত প্ৰচলিত কন্যাদান প্ৰথাৰে বিবাহ দিয়া হৈছে, শিশু, গাভৰু বা বয়সীয়া যিয়েই নহওক লাগে সেই বিধবাগৰাকীক স্বামীৰ অনুমতি বিনে কেতিয়াও পুনৰ বিবাহ দিব নোৱাৰি। প্ৰকৃত সনাতনী স্বামীয়ে এনেকুৱা অনুমতিৰ ধাৰণাই সহ্য কৰিব নোৱাৰে। স্বামীয়ে তেওঁৰ ভাৰ্যা পাৰিলে তেওঁৰ লগতে সতীযোৱা কথাটোতে সম্মতি দিব নহলে, সতীৰ দৰে স্বামীক ভক্তিৰে সুঁৱৰি জীৱন অতিবাহিত কৰিলে ভাল পাব। এই ভক্তি হ'ল ঈশ্বৰ ভক্তিৰ সমপৰ্যায়ৰ। ইয়াৰ দ্বাৰা স্বামীয়ে হিন্দু বিধবা আৰু বৈধব্য ব্ৰতৰ উচ্চ আদৰ্শ সংৰক্ষণ কৰিবলৈ ইচ্ছা কৰে আৰু এই আদৰ্শ সংৰক্ষণ কৰা কৰ্তব্য বুলি ভাবে। হিন্দু বিধবা আৰু বৈধব্যব্ৰত দুয়োটা একেলগৰে বস্তু। দুয়োটাৰে সুকীয়া অস্তিত্ব নাই।”

এনেকুৱা যুক্তি মই উচ্চ আদৰ্শৰ ব্যভিচাৰ বুলি ভাবোঁ। পত্ৰলিখকজনে ভাল কথাই কব খুজিছে; কিন্তু তেখেতৰ তিৰোতাৰ পৱিত্ৰতা ৰক্ষা কৰাৰ কাৰণে কৰা উদ্বিগ্নতাত প্ৰাথমিক ন্যায়বোধখিনিও দৃষ্টিগোচৰ হোৱা নাই। শিশুৰ ক্ষেত্ৰত কন্যাদান মানে কি বুজায়? দেউতাকৰ ল'ৰাছোৱালীৰ ওপৰত সম্পত্তিৰ অধিকাৰৰ দৰে অধিকাৰ আছে জানো! দেউতাক লৰাছোৱালীৰ আশ্ৰয়দাতা, ৰক্ষাকৰ্তা—দেউতাক ল'ৰাছোৱালীৰ গৰাকী নহয়। নিজৰ তত্ত্বাৱধানত থকা ছোৱালীৰ স্বাধীনতাখিনি হৰণ কৰি আনক দান দিলে তত্ত্বাৱধানৰ সুবিধাখিনিৰ অপব্যৱহাৰ কৰ হয়। উপহাৰ গ্ৰহণ কৰিবলৈ অনুপযুক্ত শিশু এজনক দান কেনেকৈ

দিব পাৰি ? দান গ্ৰহণ কৰাৰ সমৰ্থ নথকাজনক দান দিব নোৱাৰি। সঁচাকৈয়ে কন্যাদান হৈছে আধ্যাত্মিক ৰহস্যময় তাৎপৰ্যপূৰ্ণ ধৰ্মমূলক অনুষ্ঠান। কন্যাদান শব্দটো আখৰে আখৰে পালন কৰিলে ভাষাৰ আৰু ধৰ্মৰ অপব্যৱহাৰ হব। পুৰাণৰ ৰহস্যপূৰ্ণ ভাষাত লিখা কথাৰ ভাষাগত ৰূপে কোনোৱে হয়তো ভাবি লব পাৰে যে পৃথিৱীখন এখন বহল কাঁহী আৰু এই পৃথিৱী সহস্ৰফণা সৰ্পৰ শিৰৰ ওপৰতে অৱস্থিত আৰু ঈশ্বৰে ক্ষীৰোদধি সাগৰত সুকোমল শয্যাত শয়ন কৰি আছে।

যি দেউতাক-মাকে তেখেতসকলৰ তত্বাৱধানত থকা ছোৱালীক সৰুতে দুৰ্বল মনৰ বৃদ্ধ এজনলৈ বা কোমল বয়সৰ চেমনীয়া ল'ৰা এজনলৈ বিয়া দিয়ে তেখেতসকলে ছোৱালী বিধবা হলে তেখেতসকলৰ পাপৰ প্ৰায়শ্চিত্ত কেৱল সেই কন্যাক বিয়া দিহে কৰিব পাৰিব। আগতে লিখা প্ৰবন্ধবিলাকত কোৱাৰ দৰে এনেকুৱা বাল্যবিবাহ আৰম্ভণিৰেপৰা আইন বিগৰ্হিত বুলি ঘোষণা কৰিব লাগে বুলি মই কওঁ।

ইয়ং ইণ্ডিয়া : ১৮-৮-২৭

## ( সাতাৱন )
# বিধবা বিবাহ

[ ৩০-৭-১৯২৭ চনত মহীশূৰত দিয়া ভাষণ এটাৰপৰা ]

মই শ শ ছোৱালীক লগ পাইছোঁ। কিন্তু মোৰ ভ্ৰমণকালত তেৰ বছৰ বয়সৰ ওপৰৰ এজনী বা দুজনী ছোৱালীৰ বাহিৰে কাকো অবিবাহিত বুলি কোৱা শুনিলোঁ। মাথোন কোলাত বহিবৰ যোগ্য একোজনী ছোৱালীক ভাৰ্যা বুলি কোৱা ধৰ্ম নহয়—ই অধৰ্মৰ চূড়ান্ত। ভাৰতবৰ্ষৰ প্ৰতিজন ডেকাই ১৬ বছৰৰ কম বয়সৰ ছোৱালীক বিয়া নকৰাবলৈ প্ৰতিজ্ঞাৱদ্ধ হব বুলি আশা কৰিছোঁ। হিন্দুধৰ্মত বিধবাৰ

পৱিত্ৰ মৰ্যাদা আছে। কিন্তু প্ৰাচীন কালৰ হিন্দু বিধবাসকল বৰ্তমানৰ হিন্দু বিধবাসকলৰ দৰে শোকলগা অৱস্থাত থাকিবলগীয়া হোৱা নাছিল। ১৫ বছৰ বয়সৰ তলৰ ছোৱালী এজনী বিধবা বুলি মই কল্পনাই কৰিব নোৱাৰোঁ। টকা-পইচাৰ কাৰণে বা আন সুবিধাৰ কাৰণে ছোৱালীৰ বিনা সম্মতিত মাক-দেউতাকে বিয়া দি দিয়ে। সেই ছোৱালীক মই বিবাহিত বুলি নেভাবোঁ। এনেকুৱা ছোৱালী বিধবা হলে সেই ছোৱালীক বিয়া দিয়া দেউতাক-মাকৰ পৱিত্ৰ কৰ্তব্য। আন আন বিধবাসকলেও বৈধব্য ব্ৰতেৰে জীৱন যাপন কৰিব নোৱাৰিলে একে দশাৰ—বিগতদাৰসকলৰ দৰে বিয়া কৰাবলৈ সমান স্বত্ব আছে। সমাজে এই তিনটা সমস্যা নিজৰ বুলি লৈ ইয়াৰ সমাধানৰ কাৰণে সকলো শক্তি প্ৰয়োগ কৰি সজোৰে প্ৰচেষ্টা চলাব লাগে।

ইয়ং ইণ্ডিয়া : ১৮-৮-২৭

## ( আঠাৱন )

## ছাত্ৰৰ কৰ্তব্য

[ মাদ্ৰাজৰ পচাই আপ্পা কলেজত দিয়া অভিভাষণ ]

আপোনালোকে বাল্যবিবাহ আৰু বালবিধবাসকলৰ কথা উল্লেখ কৰিছে। তামিলনাদৰ এজন বিদ্বান লোকে ছাত্ৰসকলক বালবিধবা-সকলৰ বিষয়ে কৰবলৈ লিখিছে। তেখেতে কৈছে যে এই প্ৰদেশখনত ভাৰতৰ আন আন ঠাইবোৰতকৈ বালবিধবাসকলে বেছি কষ্ট ভুগিবলগীয়া হয়। এই বিবৃতিৰ সত্যাসত্যৰ বিষয়ে মই এতিয়াও ভালদৰে জানিব পৰা নাই। তোমালোকে মোতকৈ এই বিষয়ে বেছি ভালকৈ জানিবা। ডেকাসকল! তোমালোক কেনেকুৱা হব লাগে বুলি মই ভাবো জানানে? তোমালোক পুৰুষোচিতভাৱে সাহসী হোৱা। তোমালোকৰ

সাহ আছে যদি মই তোমালোকক এটা কথা ক'ম। তোমালোকৰ বেছিভাগ ল'ৰা বোধকৰোঁ অবিবাহিত আৰু তোমালোকৰ কেজনমান ব্ৰহ্মচাৰীও। মই কেজনমান বুলি কৈছোঁ কাৰণ যি ছাত্ৰই ভনীসদৃশ ছোৱালীবিলাকক লোলুপ দৃষ্টিৰে চায় সেই ছাত্ৰ ব্ৰহ্মচাৰী নহয়। তোমালোকে এটা পৱিত্ৰ সংকল্প লব লাগিব, এই সংকল্প হ'ল— তোমালোকে বিধৱা ছোৱালীৰ বাহিৰে আন ছোৱালীক বিয়া নকৰাওঁ বুলি কব লাগিব। বিধৱা ছোৱালী যদি নোপোৱা তেন্তে কেতিয়াও বিয়া নকৰাওঁ বুলি কব লাগিব। এই কথাটোত দৃঢ়প্ৰতিজ্ঞ হোৱা, পৃথিৱীত তোমালোকৰ এই প্ৰতিজ্ঞা ঘোষণা কৰি দিয়া, তোমালোকৰ মা-দেউতা জীৱিত আছে যদি এই কথা তেখেতসকলৰ আগত কৈ দিয়া, নহলে বাই-ভনীৰ আগত ঘোষণা কৰা। মই শুদ্ধকৈ কবলৈ গৈহে বিধৱা ছোৱালী বুলি কৈছোঁ। যি ছোৱালীয়ে তথাকথিত বিবাহ অনুষ্ঠানত সন্মতি জনোৱা নাই, যি ছোৱালী তথাকথিত স্বামীজনৰ লগত একেলগে থকা নাই, যাক হঠাতে এদিন বিধৱা বুলি কৈ দিয়া হৈছে, সেই ১০।১৫ বছৰীয়া ছোৱালী আচলতে বিধৱা নহয়, বিধৱা শব্দৰ ই অপপ্ৰয়োগ, ভাষাৰ অসদ্ব্যৱহাৰ আৰু অধৰ্মমূলক। হিন্দুধৰ্মত বিধৱা শব্দটো এটা পৱিত্ৰ শব্দ। স্বৰ্গীয়া ৰমাবাঈ ৰাণাডেৰ দৰে বৈধব্যব্ৰতৰ কথা জনা প্ৰকৃত বিধবাসকলৰ মই ভক্ত-পূজাৰী। কিন্তু ন বছৰীয়া সৰু ছোৱালী এজনীয়ে স্বামী কি নেজানে! তোমালোকৰ প্ৰদেশখনত বালবিধৱা নাই যদি মোৰ কথাৰ একো মূল্য নাই। কিন্তু যদি বালবিধবা আছে আৰু আমি যদি শাপমুক্ত হব খোজোঁ তেন্তে সেই বিধবা ছোৱালীক বিয়া কৰোৱা তোমালোকৰ পৱিত্ৰ কৰ্তব্য হব। জাতিয়ে কৰা সকলো পাপৰ প্ৰতিক্ৰিয়া জাতিটোত পৰিলক্ষিত হয় বুলি মোৰ এটা অন্ধবিশ্বাস আছে। এই সকলোবোৰ পাপ গোট খাই আমাক দাস কৰি পেলাইছে বুলি মই বিশ্বাস কৰোঁ। ইংলণ্ডৰ হাউছ অব কমন্সৰপৰা তোমালোকে তোমালোকৰ কল্পনাৰে চুকি পোৱা অতি সুন্দৰ সংবিধান এখন লাভ কৰিব পাৰা; কিন্তু সেই সংবিধানমতে কাম কৰিবলৈ উপযুক্ত মুনিহ-

তিৰোতা নেথাকিলে সংবিধানখন অৰ্থহীন হৈ পৰিব। যেতিয়ালৈকে দেশৰ এগৰাকী বিধবাৰো নিজৰ বিশেষ অধিকাৰ পূৰণ কৰিবলৈ কৰা ইচ্ছাক নিষ্ঠুৰভাৱে বাধা দিয়া হয় তেতিয়ালৈকে আমি আমাৰ নিজকে বা আনক প্ৰশাসন কৰিবৰ বা ৩০ কোটি মানুহৰ ভাগ্য নিৰ্ধাৰণ কৰিবৰ কাৰণে উপযুক্ত বুলি ভাবিব পাৰোনে? এনেকুৱা কথা ধৰ্ম হব নোৱাৰে—অধৰ্মহে হব। মই এই কথা হিন্দুধৰ্মৰ বাণীৰে উদ্বুদ্ধ হৈ কৈছোঁ—মোৰ পশ্চিমীয়া ধাৰণাৰে এই কথা কৈছোঁ বুলি ভুল নকৰিবা। মই ভাৰতবৰ্ষৰ অবিকৃত নিষ্কলুষ আত্মাৰে পূৰ্ণমাত্ৰাই উদ্বুদ্ধ হৈ আছোঁ। মই পশ্চিমৰ বহুতো কথা গ্ৰহণ কৰিছোঁ; কিন্তু পশ্চিমৰ আত্মা মই গ্ৰহণ কৰা নাই। হিন্দুধৰ্মত এনেকুৱা ধৰণৰ বৈধব্য ব্ৰতৰ কথা ক'তো পোৱা নেযায়।

বালবিধবাসকলৰ বিষয়ে কোৱা কথাখিনি শিশু-ভাৰ্যাসকলৰ কথাতো খাটে। তোমালোক সংযমী হব পাৰিব লাগিব আৰু ১৬ বছৰ বয়সতকৈ কম বয়সৰ ছোৱালীক কেতিয়াও বিয়া কৰাব নেলাগিব। মই যদি পাৰিলোহেঁতেন তেন্তে মই বিবাহৰ বয়স ২০ বছৰ বুলি স্থিৰ কৰিলোহেঁতেন। ভাৰতবৰ্ষত ২০ বছৰ বেছি বয়স নহয়। ছোৱালীৰ অকাল-পক্কতাৰ কাৰণে ভাৰতবৰ্ষৰ জলবায়ু জগৰীয়া নহয়—জগৰীয়া আমি, কাৰণ ২০ বছৰ বয়সত ছোৱালী এজনী পৱিত্ৰ নিষ্কলুষ হৈ থাকে আৰু জীৱনৰ দুখকষ্ট বতাহ ধুমুহাত তিষ্ঠি থাকিবলৈ সক্ষম হয়। আমি নিজে নিজেই ছোৱালীক জোৰকৈ ডাঙৰ কৰিব নেলাগে। কিছুমান ব্ৰাহ্মণ ছাত্ৰই এই নীতিসূত্ৰ মতে চলিব নোৱাৰো বুলি মোক কৈছে, কাৰণ তেওঁলোকে ১৬ বছৰ বয়সৰ ব্ৰাহ্মণ ছোৱালী নেপায়। অতি কম ব্ৰাহ্মণে ১৬ বছৰলৈকে ছোৱালী বিয়া নিদিয়াকৈ ৰাখে। বেছিভাগ ব্ৰাহ্মণ ছোৱালীৰ ১০, ১২, ১৩ বছৰ বয়সৰ ভিতৰতে বিয়া হয়। মই ব্ৰাহ্মণ যুবকসকলক ব্ৰাহ্মণত্ব এৰি দিবলৈ কওঁ। শিশু অৱস্থাতে বিধবা হোৱা ১৬ বছৰৰ বিধবা ছোৱালী বিচাৰি লোৱা। সেই বয়সৰ ব্ৰাহ্মণ বিধবা ছোৱালী নেপালে যিকোনো ছোৱালীকে তুমি বিয়া কৰাই লোৱা।

১২ বছৰীয়া ছোৱালীক অত্যাচাৰ কৰাতকৈ জাতিৰ বাহিৰত বিয়া কৰোৱা ল'ৰাক হিন্দুধৰ্মৰ দেৱতাসকলে ক্ষমা কৰিব। অন্তৰ পবিত্ৰ নহলে, ইন্দ্ৰিয় সংযম কৰিব নোৱাৰিলে শিক্ষিত বিদ্বান ব্যক্তি হ'ব নোৱাৰা। এই বিদ্যালয়ক তোমালোকে মুখ্য বিদ্যালয় বুলি কৈছা— এই বিদ্যালয়ৰ তোমালোকে নাম ৰাখিব লাগিব। এই বিদ্যালয়ৰপৰা প্ৰথম শাৰীৰ চৰিত্ৰসম্পন্ন ছাত্ৰ ওলাব লাগিব। চৰিত্ৰ অবিহনে শিক্ষাৰ মূল্যইবা ক'ত? চৰিত্ৰ হৈছে মাত্ৰ প্ৰাথমিক ব্যক্তিগত পৱিত্ৰতা। ব্ৰাহ্মণ ধৰ্মক মই শ্ৰদ্ধা কৰোঁ। বৰ্ণাশ্ৰম ধৰ্মক সমৰ্থন কৰি মই বক্তৃতা দিছোঁ। কিন্তু ব্ৰাহ্মণ ধৰ্মৰ অস্পৃশ্যতা, বালবিধবা আৰু কুমাৰী বিনষ্ট কৰা কথা ঘিণ কৰোঁ। এই কথাবোৰ ব্ৰাহ্মণ ধৰ্মৰ পৰিহাস মাত্ৰ। এইবোৰ কথাত ব্ৰাহ্মণৰ জ্ঞান দেখিবলৈ পোৱা নেযায়, ইয়াত শাস্ত্ৰৰ প্ৰকৃত ব্যাখ্যা নাই। এইবোৰ কথা পশুত্বৰ পৰিচায়ক। ব্ৰাহ্মণ ধৰ্ম দৃঢ় মনোবলেৰে সৃষ্ট। মোৰ এই মন্তব্যই তোমালোকৰ অন্তৰ স্পৰ্শ কৰিব পাৰিব বুলি মই আশা কৰিছোঁ। মই কৈ থাকোতে তোমালোকক নিৰীক্ষণ কৰিছিলোঁ। মোৰ অন্তৰৰ কথাখিনি কৈ থাকোতে তোমালোকৰ মুখৰপৰা এটা ঠাট্টাৰ হাঁহি শুনিলেও মনত দুখ পাওঁ। মই তোমালোকৰ অন্তৰক আৱেদন কৰিবলৈ আহিছোঁ, বুদ্ধিক আৱেদন কৰিবলৈ অহা নাই। তোমালোক দেশৰ আশাভৰসাৰ স্থল আৰু মোৰ কথাখিনি তোমালোকৰ কাৰণে অতি গুৰুত্বপূৰ্ণ।

ইয়ং ইণ্ডিয়া: ১৫-৯-২৭

( ঊনষাঠি )

## বিক্ষুব্ধ প্ৰতিবাদ

বঙালী স্কুল এখনৰ প্ৰধান শিক্ষক এজনে লিখিছে—

"ছাত্ৰসকলক বিধবা ছোৱালী বিয়া কৰাবলৈ দিয়া আপোনাৰ উপদেশ আৰু বক্তৃতা পঢ়ি আমি ভয় খাইছোঁ। মই অতি বিৰক্তিৰে সৈতে প্ৰতিবাদ কৰি এই কথাখিনি লিখিলোঁ—

এনেকুৱা ধৰণৰ উপদেশে বিধবাসকলৰ জীৱন জুৰি কৰা ব্ৰহ্মচৰ্য পালনৰ নীতি ধ্বংস কৰিব। এই ব্ৰহ্মচৰ্য পালনে ভাৰতীয় নাৰীত্বক পৃথিৱীত মহান যবং সৰ্বোচ্চ আসন প্ৰদান কৰিছে। এই উপদেশে বিধবাসকলক পাৰ্থিৱ সুখৰ পংকিল পথত পেলাই একে জন্মতে ব্ৰহ্মচৰ্য পালন কৰি তেওঁলোকৰ মুক্তিলাভৰ আশা বিনাশ কৰিব। বিধবাসকলৰ প্ৰতি এনে ধৰণৰ গভীৰ সহানুভূতিয়ে তেওঁলোকৰ অতিকৈ অনিষ্ট কৰিব আৰু কুমাৰী ছোৱালীৰ প্ৰতি অন্যায় কৰিব। কুমাৰী ছোৱালীৰ বিবাহ সমস্যা বৰ্তমান জটিল আৰু কঠিন হৈ পৰিছে। আপোনাৰ বিবাহসূত্ৰই হিন্দুধৰ্মৰ অবিনাশী আত্মা, পুনৰ্জন্ম আৰু মুক্তিৰ মতবাদ তল-ওপৰ কৰি হিন্দু সমাজক আন আন সমাজৰ পৰ্যায়লৈ নমাই আনিব। এই কথাটো আমি ভাল নেপাওঁ। আমাৰ সমাজখনৰ নৈতিক অৱনতি হৈছে তাত কোনো সন্দেহ নাই; কিন্তু আমি হিন্দু আদৰ্শৰ প্ৰতি সজাগ হৈ যিমান পাৰোঁ ওপৰলৈ উধাবলৈ চেষ্টা কৰা উচিত। আমি আন সমাজ আৰু আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হ'ব নেলাগে। অহল্যাবাঈ, ৰাণী ভবানী, বেউলা, সীতা, সাবিত্ৰী আৰু দময়ন্তীৰ আদৰ্শ হিন্দুধৰ্মৰ পথ-প্ৰদৰ্শক হ'ব লাগে। তেওঁলোকৰ আদৰ্শ অনুসৰণ কৰি আমি কাম কৰিব লাগিব। সেইকাৰণে মই অতি বিনীতভাৱে আপোনাক অনুৰোধ কৰোঁ আপুনি যেন এই জটিল সমস্যাবোৰত আপোনাৰ অভিমত প্ৰকাশ নকৰে আৰু সমাজে যি ভাল বুজে তাকে কৰিবলৈ এৰি দিয়ে।"

এই ক্ৰোধপূৰ্ণ প্ৰতিবাদে মোৰ মত সলাব পৰা নাই, মোক অনুতপ্তও কৰা নাই। যিসকল বিধবাই ব্ৰহ্মচৰ্য বুজি পায় আৰু স্ব-ইচ্ছাৰে ব্ৰহ্মচৰ্য ব্ৰত পালন কৰিবলৈ দৃঢ়সংকল্প সেইসকল বিধবাক মোৰ উপদেশে সংকল্পচ্যুত কৰিব নোৱাৰে। কিন্তু মোৰ উপদেশ মানি চলিলে বিয়াৰ সময়ত অৰ্থ বুজি নোপোৱা কোমল বয়সৰ ছোৱালীবোৰে সকাহ পাব। এই ছোৱালীবোৰক বিধবা বুলি কলে পৱিত্ৰ বিধবা শব্দৰ হব ঘোৰ অপব্যৱহাৰ। এই কথা উপলব্ধি কৰিয়েই বোধকৰোঁ দেশৰ যুৱক সকলৰ এই তথাকথিত বিধবা ছোৱালীবিলাকক বিয়া কৰাবলৈ বা একেবাৰে বিয়া নকৰাবলৈ উপদেশ দিবৰ কাৰণে তামিলনাদৰ বিদ্বান লোকজনে মোলৈ চিঠি লিখিছিল। বালবৈধব্যৰ অভিশাপ আঁতৰ কৰিব পাৰিলেহে বৈধব্য নীতিৰ পৱিত্ৰতা সংৰক্ষণ কৰিব পৰা হব।

ব্ৰহ্মচৰ্য পালন কৰিলে বিধবাসকলে মুক্তিলাভ কৰে বোলা উক্তিৰ অভিজ্ঞতাৰ ফালৰপৰা কোনো ভিত্তি নাই। চৰম শান্তি লাভ কৰিবলৈ ব্ৰহ্মচৰ্যৰ বাহিৰেও আন আন বহুতো কথাৰ প্ৰয়োজন। জোৰকৈ পালন কৰিবলৈ কলে ব্ৰহ্মচৰ্য ব্ৰতৰ মূল্য নেথাকে আৰু এই কথাই গোপনভাৱে কৰা দোষণীয় কামৰ উৎপত্তি কৰে আৰু যি সমাজত এই দোষণীয় কামবোৰ আছে সেই সমাজৰ নৈতিকতা বিনষ্ট কৰে। মই মোৰ ব্যক্তিগত অভিজ্ঞতাৰপৰা এই কথা লিখিছোঁ। পত্ৰলিখকজনে এই কথাটো যেন বুজি পায়।

মোৰ উপদেশে সৰু সৰু বিধৱা ছোৱালীক মূল ন্যায়খিনি প্ৰদান কৰিলে মই সঁচাকৈয়ে অতি সুখী হম। এই ন্যায়ে আন আন কুমাৰী ছোৱালীবিলাককো অকালতে পুৰুষৰ কামনা চৰিতাৰ্থ কৰিবৰ কাৰণে বিক্ৰি কৰিবলৈ নিদি তেওঁলোকক বয়স আৰু জ্ঞানত পৰিপক্কতা লভিবৰ কাৰণে অপেক্ষা কৰিবলৈ সুবিধা দিব।

অবিনাশী আত্মা, পুনৰ্জন্ম আৰু মুক্তিৰ বিশ্বাসৰ লগত অসঙ্গতি থকা বিবাহৰ সূত্ৰ মোৰ নাই। পাঠকসকলে জনা উচিত যে আমি মইবৰ ভাব লৈ তলশ্ৰেণী বুলি আখ্যা দিয়া লাখ লাখ হিন্দুৰ মাজত

বিধবা বিবাহত বাধা-নিষেধ নাই। বৃদ্ধ বিগতদাৰ এজনৰ পুনৰ্বিবাহে যদি সেই বিশ্বাসৰ লগত একো হুকাবধা নকৰে তেন্তে ভুলকৈ বিধবা বুলি কোৱা বিধবাসকলৰ প্ৰকৃত বিবাহত এই বিশ্বাসে কেনেকৈ ক্ষতিসাধন কৰিব? পত্ৰলিখকজনক উদাহৰণ দি বুজাই দিবৰ কাৰণে মই ইয়াত উল্লুকিয়াই থওঁ যে অবিনশ্বৰ আত্মা পুনৰ্জন্ম মোৰ কাৰণে কেৱল তথ্যই নহয়; এই কথা মোৰ কাৰণে দৈনন্দিন সূৰ্যোদয়ৰ দৰে প্ৰকৃত সত্য ঘটনা। মুক্তি ধ্ৰুৱ সত্য। মুক্তি পাবৰ কাৰণে মই সকলো শক্তি প্ৰয়োগ কৰিছোঁ। মুক্তিৰ কথা চিন্তা কৰোঁতেই মই সৰু সৰু বিধবা ছোৱালীৰ প্ৰতি কৰা অন্যায়ৰ বিষয়ে স্পষ্টভাৱে সজাগ হৈ উঠিছোঁ। আমাৰ পুৰুষোচিত বল-বীৰ্য নোহোৱা অৱস্থাত আমি যেন দুখ-কষ্টত থকা আজিকালিৰ সৰু সৰু বিধবা ছোৱালীৰ নাম অমৰ সীতা আৰু আন আন সতীৰ নামৰ লগত পত্ৰলিখকৰ দৰে একেলগে উল্লেখ নকৰোঁ।

হিন্দুধৰ্মই সঁচাকৈয়ে অতি সঙ্গতভাৱে প্ৰকৃত বৈধব্যব্ৰতক গৰিমা-মণ্ডিত কৰি তুলিছে; কিন্তু মই জনাত বৈদিক যুগত বিধবা বিবাহত বাধা-নিষেধ আছিল বুলি বিশ্বাস কৰিবলগীয়া একো প্ৰমাণ পোৱা নেযায়। প্ৰকৃত বৈধব্যব্ৰতৰ বিৰুদ্ধে মই সংগ্ৰাম চলোৱা নাই—এই ব্ৰতৰ নিষ্ঠুৰ ভণ্ডামিৰ প্ৰতিহে মই সংগ্ৰাম চলাইছোঁ। মই যিবিলাক ছোৱালীৰ কথা কৈছোঁ সেই ছোৱালীবিলাকক বিধবা জ্ঞান নকৰাটোৱেই আটাইতকৈ ভাল হব। এই ছোৱালীবিলাকক পুৰুষত্ব থকা, সাহ থকা প্ৰতিজন হিন্দুৱে এই অসহনীয় বান্ধোনৰপৰা মুক্তি দিবলৈ বাধ্য। মই সেইকাৰণে বিনীতভাৱে, অথচ অতি জোৰ দি প্ৰতিজন হিন্দু যুৱকক এই ভুলকৈ কোৱা বিধবাসকলৰ বাহিৰে আনক বিয়া কৰাবলৈ অসম্মত হবলৈ উপদেশ দিওঁ।

ইয়ং ইণ্ডিয়া: ৬-১০-২৭

## ( ষাঠি )

# বিশৃঙ্খল চিন্তা

এজন পত্ৰলিখকে লিখিছে—

"এটা প্ৰবন্ধৰ এঠাইত আপুনি লিখিছে যে বিয়া যদি পৱিত্ৰ ধৰ্মমূলক কথা হয় তেন্তে বিবাহত দেহৰ মিলনেই কেৱল মিলন নহয়, আত্মাৰো মিলন হয়। একপক্ষৰ মৃত্যু হ'লেও আত্মাৰ মিলন বিচ্ছেদ নহয়। য'ত আত্মাৰ প্ৰকৃত মিলন হয় বিধবা বা বিগতদাৰসকলৰ পুনৰ্বিবাহৰ কথা চিন্তা কৰা অন্যায় আৰু অশুদ্ধ।

সেই একে প্ৰবন্ধৰে আন এটা ঠাইত আপুনি কৈছে যে কুমাৰী বিধবাসকলক বিয়া দিয়া বাঞ্ছনীয়েই কেৱল নহয়, এনেকুৱা বিধবা ছোৱালী থাকিলে এই ছোৱালীবিলাকক বিয়া দিয়া মাক-দেউতাকৰ এটা পৱিত্ৰ কৰ্তব্য।

এই দুটা মত কেনেকৈ একে হব পাৰে বুলি আপুনি ভাবে ?"

এই দুটা মত একে বুলি ভাবিবলৈ মই একো টান পোৱা নাই। ছোৱালীটিৰ মঙ্গলৰ কথা নেভাবি ছোৱালীটিৰ মত নজনাকৈ অজ্ঞানবশতঃ নিষ্ঠুৰ হৈ মাক-দেউতাকে সৰু সৰু ছোৱালীবিলাকক বিয়া দিলে মই সেই বিয়াক প্ৰকৃত বিয়া বুলি কব নোৱাৰোঁ। সঁচাকৈ এই বিবাহবোৰ ধৰ্মৰ নীতিৰে হোৱা নাই—সেইকাৰণে এনেকুৱা ছোৱালীবোৰক পুনৰ্বিবাহ দিয়া এটা কৰ্তব্য। আচলতে পুনৰ্বিবাহ শব্দটো ইয়াত খাপ খোৱা নাই। কুমাৰী ছোৱালীটিৰ চাবলৈ গলে প্ৰকৃতভাৱে বিয়া হোৱাই নাছিল। সেইকাৰণে তথাকথিত স্বামীজনৰ মৃত্যুত মাক-দেউতাকৰ সেই ছোৱালীৰ কাৰণে জীৱনৰ উপযুক্ত সঙ্গী এজন নিৰ্বাচন কৰা স্বাভাৱিক কৰ্তব্য।

ইয়ং ইণ্ডিয়া : ২৬-৯-২৯

( এষষ্টি )

## অসহায় বিধবাসকল

সোতৰ বছৰীয়া ছোৱালী এজনীৰ শোকলগা অৱস্থা দেখি এজন বন্ধুৱে মনত দুখ পাই দুখলগাকৈ এখন চিঠি লিখিছে। এই ছোৱালীটিয়ে তাইৰ স্বামী, দুবছৰীয়া কেঁচুৱা শহুৰ আৰু দেওৰ— মুঠতে ক'বলৈ গ'লে তাইৰ স্বামীৰ পৰিয়ালৰ সকলোকে কোৱেটাত হেৰুৱাইছে। ছোৱালীটিয়ে কোনোমতে ৰক্ষা পাই পিন্ধি থকা কাপোৰখিনিকে সম্বল কৰি কথমপি আহি পাইছেহি। এই ছোৱালীটি পত্ৰলিখকজনৰ দদায়েকৰ ছোৱালী। ছোৱালীটিক কি বুলি সান্ত্বনা দিব ককায়েকে ভাবি পোৱা নাই। ছোৱালীটিয়ে নিজেও ভৰি দুখনত দুখ পাইছে, ভাগ্যে হাড় ভগা নাই। পত্ৰলিখকজনে চিঠিখন এইদৰে শেষ কৰিছে—

"মই তাইক মাকৰ লগত লাহোৰত থৈ আহিছোঁ। মই তাইৰ আগত আৰু পৰিয়ালৰ আন আন মানুহৰ আগত তাইক আকৌ বিয়া দিয়াৰ কথাটো লাহেকৈ উল্লেখ কৰিছিলোঁ। কিছুমানে মোৰ কথা সহানুভূতিৰে শুনিলে, আন কিছুমানে কিন্তু এই প্ৰস্তাৱত আপত্তি তুলিলে। মোৰ এই ভনীজনীৰ দৰে বহুতো ছোৱালীৰ একে অৱস্থা হৈছে তাত কোনো সন্দেহ নাই। এই অভাগী বিধবাসকলক আপুনি অলপ আশ্বাস বাণী দিবনে?"

এনেকুৱা যুগযুগৰ অন্ধবিশ্বাসৰ ক্ষেত্ৰত মোৰ লিখনি বা মোৰ বাণীয়ে কি কৰিব পাৰিব মই নেজানোঁ। প্ৰত্যেকজন বিগতদাৰৰ দৰে প্ৰত্যেক বিধবাৰে পুনৰ বিয়া কৰাবলৈ স্বত্ব আছে বুলি মই বাৰে বাৰে কৈছোঁ। স্বেচ্ছাৰে লোৱা বৈধব্যব্ৰত হিন্দুসমাজৰ এটা অমূল্য আশীৰ্বাদ আৰু বাধ্যতামূলক বৈধব্যব্ৰত এটা অভিশাপ। সৰু সৰু বিধবা

ছোৱালীবিলাকে নিজৰমতে স্বাধীনভাৱে চলিব পৰা হলে নিঃসংকোচে আকৌ বিয়া কৰালেহেঁতেন। তেওঁলোক সংযমী হৈ থাকিব লাগে বুলি বিয়া নকৰোৱাকৈ নেথাকে—হিন্দু সমাজে বদনাম দিব বুলি ভয় কৰিহে বিয়া নকৰায় বুলি মই ভাবোঁ। পত্ৰলিখকৰ কোৱেটাৰ দুৰ্ভগীয়া শোকাতুৰা ভনীগৰাকীৰ দৰে একে অৱস্থাত থকা সকলো গাভৰু বিধবা ছোৱালীক বিয়া কৰাবলৈ উৎসাহ দিব লাগে। তেওঁলোকে বিয়া কৰাবলৈ ইচ্ছা কৰিলে তেওঁলোকক দোষাৰোপ কৰা নহব বুলি প্ৰতিশ্ৰুতি দিব লাগিব আৰু তেওঁলোকৰ কাৰণে উপযুক্ত পতি নিৰ্বাচন কৰিবলৈ সকলো ধৰণে চেষ্টা কৰিব লাগে। এই কাম অনুষ্ঠানে কৰিব নোৱাৰে। এই কাম সংস্কাৰকসকলে ব্যক্তিগতভাৱে কৰিবলৈ লব লাগে। যাৰ ঘৰত এনে ধৰণৰ বিধবা আত্মীয় আছে তেওঁলোকে সজোৰে, গহীন আৰু সংযতভাৱে তেওঁলোকৰ মাজত এই উদ্দেশ্য প্ৰচাৰ কৰিব লাগে আৰু কৃতকাৰ্য হলে তেওঁলোকৰ কামৰ কৃতকাৰ্যতাৰ ব্যাপকভাৱে প্ৰবল প্ৰচাৰ হব লাগে। এনেকুৱাকৈ ভূমিকম্পত বিধবা হোৱা ছোৱালীবিলাকক প্ৰকৃত সাহায্য দিব পৰা হব। এই দুৰ্ঘটনাৰ স্মৃতি মানুহৰ মনত সতেজ হৈ থাকোতেই ৰাইজৰ সহানুভূতি সহজতে লাভ কৰিব পৰা হব। এই সংস্কাৰৰ কাম বৃহদাকাৰে এবাৰ হৈ গ'লে স্বাভাৱিক গতিত বিধবা হোৱা ছোৱালীক ইচ্ছা কৰিলে বিয়া দিবলৈ সহজ হব।

হৰিজন: ২২-৬-৩৫

## ( বাষষ্ঠি )

# বাধ্যতামূলক বৈধব্যব্ৰত

জুলিয়াচ চিজাৰৰ সময়ৰ ডিঅ’ডৰাচ নামে চিচিলি দেশৰ মানুহ এজনে লিখা বিশ্ববুৰঞ্জীৰ গ্ৰন্থ এখনত শ্ৰীযুত 'প্যাৰিলালে সতীত্ব আৰু বৈধব্যব্ৰতৰ বিষয়ে লিখা তলৰ কথাখিনি পাইছে ঃ

“ভাৰতবৰ্ষৰ ডেকা-গাভৰুৱে বিয়া কৰিবলৈ ইচ্ছা কৰিলে পৰস্পৰে সম্মতি জনাই বিয়া কৰায়। দেউতাক মাকৰ বিচাৰ বা ইচ্ছা অনুসাৰে বিয়া নকৰায়। এইটো ভাৰতীয়সকলৰ প্ৰাচীন বিধান। কিন্তু অপৰিপক্ক বয়সৰ ল’ৰা-ছোৱালীয়ে বিয়া কৰালে তেওঁলোকৰ নিৰ্বাচন বা সিদ্ধান্ত প্ৰায়েই অশুদ্ধ হয়। দুয়ো পক্ষই বিয়া কৰাই অনুতপ্ত হয়। বহুতো তিৰোতা দুষ্ট প্ৰকৃতিৰ হৈ আন পুৰুষৰ প্ৰণয়ত পৰে—শিষ্টাচাৰৰ খাতিৰত আগতে বিয়া কৰোৱা গিৰিয়েকক ত্যাগ কৰিব নোৱাৰিলে বহুতো তিৰোতাই তেওঁলোকৰ দেশত সহজতে পোৱা বিহ খুৱাই আগৰ গিৰিয়েকৰ জীৱন শেষ কৰে। এনেকুৱা মাৰাত্মক ঔষধ তেওঁলোকৰ দেশত বৰ বেছিকৈ উৎপাদন হয়। কিছুমান বিহ গুৰি কৰি খাদ্য বা পানীয়ৰ লগত মিহলি কৰি খাবলৈ দিলেই মৃত্যু হয়। এই কু-নিয়মটো বেছিকৈ প্ৰচলিত হোৱাত বহুতো জীৱন বিনাশ হল। শাস্তিমূলক ব্যৱস্থা লৈও ঘৈণীয়েকবিলাকক এই কামৰপৰা বিৰত কৰিব নোৱাৰা হলত এখন আইন গৃহীত হল। এই আইনমতে যি তিৰোতা অন্তঃসত্ত্বা নহয় আৰু যাৰ ল’ৰা-ছোৱালী নাই সেই তিৰোতাই মৃত স্বামীৰ লগতে স্বামীৰ চিতাত জপিয়াই পৰিব লাগিব। যদি এই আইনমতে নচলে তেন্তে সেই তিৰোতাই জীৱনজুৰি বৈধব্যব্ৰত অবলম্বন কৰিব লাগিব। অধাৰ্মিক বুলি সেই তিৰোতাক যাগ-যজ্ঞ, পূজা-পাৰ্বন আদি ধৰ্মকাৰ্যত ভাগ লবলৈ দিয়া নহয়।”

ওপৰৰ এই উদ্ধৃতিখিনি যদি দুটা অমানবীয় আচাৰ-নীতিৰ বিশ্বাস-যোগ্য বিৱৰণী হয় তেন্তে এই আইনে প্ৰৱৰ্তন কৰা সতীদাহ প্ৰথা ৰোধ হ'ল কাৰণে আমি ঈশ্বৰক ধন্যবাদ দিব লাগে। বিয়াৰ অৰ্থ বুজি নোপোৱা ছোৱালীবিলাকক বাধ্যতামূলকভাৱে বিধবা কৰি ৰখা নিয়মটো হিন্দু সমাজৰপৰা বলেৰে দূৰ কৰিব নোৱাৰি। প্ৰথমতে এই সংস্কাৰৰ কাম হিন্দু সমাজৰ জাগ্ৰত জনমতৰ শক্তিৰে কৰিব পৰা হব। আৰু দ্বিতীয়তে সৰু সৰু বিধবা ছোৱালীবিলাকক বিয়া দিয়া এটা কৰ্তব্য বুলি মাক-দেউতাকে উপলব্ধি কৰিব লাগিব। ছোৱালীবিলাকে এই বিবাহত সন্মতি নিদিলে মাক-দেউতাকে ছোৱালীক বিবাহৰ ন্যায়সঙ্গতাৰ বিষয়ে বুজাই শিক্ষা দিব লাগে। সাধাৰণতে এই কথাখিনি নাবালক ছোৱালীৰ উদ্দেশ্যে কোৱা হয়। তথাকথিত বিধবা ছোৱালীবিলাকে ডাঙৰ হৈ বুজিব পৰা হলে যদি বিয়া কৰাব নোখোজে তেওঁলোকক ইচ্ছা কৰিলে নিজকে কুমাৰী অবিবাহিতা ছোৱালী বুলি ভাবি বিয়া হব পাৰে বুলি কলেই যথেষ্ট হব—ইয়াতকৈ বেছিকৈ কোৱাৰ প্ৰয়োজন নাই। ছোৱালী আৰু বয়সস্থা মহিলাসকলে সোণ-ৰূপৰ মণি-হাৰ-আঙঠিক অলংকাৰ বুলি ভবাৰ নিচিনাকৈ বন্দীয়ে যদি শিকলিক অলংকাৰ বুলি ধৰি লয় তেন্তে সেই বন্দীক শৃংখলমুক্ত কৰা বৰ টান কথা।

হৰিজন : ২০ ৩-৩৭

## ( তেষষ্ঠি )

# এগৰাকী কুৰি শতিকাৰ সতী

[ ঘাটকাপুৰৰ এগৰাকী ভদ্ৰমহিলাই বোম্বাইৰ গুজৰাটী কাগজ এখনত সতীদাহ যোৱাৰ এটা সংবাদ দেখি গান্ধীজীৰ মতামত বিচাৰি এখন চিঠি দিছিল। গান্ধীজীয়ে এই বিষয়ে গুজৰাটীত এটা প্ৰবন্ধ লিখিছিল। তলৰ কথাখিনি তাৰে ইংৰাজী অনুবাদৰপৰা অনূদিত। ]

বাতৰি কাকতত ওলোৱা ঘটনাটো যেন সঁচা নহয়—তিৰোতাগৰাকী বেমাৰ বা দুৰ্ঘটনা হৈ মৃত্যু হৈছে, আপোনঘাটি হৈ যেন তেখেতৰ মৃত্যু হোৱা নাই। যি স্বামীৰ প্ৰতি অচলা প্ৰেম আৰু ভক্তি ৰাখি নিস্বাৰ্থভাৱে স্বামীৰ জীৱন কালত সেৱা কৰিছে আৰু মৃত্যুৰ পিচতো কথা কাম চিন্তাত একেবাৰে সৎ হৈ থাকে তেওঁকে সতী বুলি প্ৰাচীন-কালত বৰ্ণনা কৰিছিল। এই বৰ্ণনা আজিৰ দিনতো খাপ খায়। স্বামীৰ বিয়োগৰ পিচত আত্মবিনাশ কৰাটো জ্ঞানৰ পৰিচায়ক নহয়—ই আমাৰ প্ৰকৃত সত্তাৰ প্ৰতি দুৰ্ঘোৰ অজ্ঞতা প্ৰকাশ কৰে। আত্মা অমৰ, অপৰিবৰ্তনীয়, অন্তৰ্নিহিত। দেহাৱসানৰ লগে লগে আত্মাৰ বিনাশ নহয়—সম্পূৰ্ণভাৱে পাৰ্থিব বান্ধোনৰপৰা মুক্তিলাভ নকৰালৈকে আত্মা এটা মৰণশীল দেহাৰপৰা আন এটা দেহালৈ গৈ থাকে। অগণন ঋষি মুনি সন্ত পুৰুষৰ অভিজ্ঞতাৰে এই সত্য প্ৰমাণিত হৈ আছে। এই সত্য আজিও কোনোবাই ইচ্ছা কৰিলে উপলব্ধি কৰিব পাৰে। এই কথাবোৰ জানি আত্মহত্যাক কেনেকৈ বাৰু ভাল বুলি কব পাৰি ?

প্ৰকৃত বিবাহৰ অৰ্থ কেৱল দেহৰ মিলনেই নহয়, বিবাহৰ দ্বাৰা আত্মাৰো মিলন হয়। দৈহিক মিলনৰ বাহিৰে বিবাহ আন একো নহয় বুলি ভাবিলে শোকাতুৰা ভাৰ্যাই স্বামীৰ এখন ছবি বা উৰ্ঁলি যোৱা স্মৃতি লৈয়ে সন্তুষ্ট হৈ থকা উচিত। কিন্তু আত্মহত্যা কৰা অতি বেয়া

কথা—ইয়াৰ কোনো ফল পোৱা নেযায়। আত্মহত্যাই মৃতজনক জীয়াই তুলিব নোৱাৰে, আনহাতে আত্মহত্যাই পৃথিৱীৰপৰা এটা প্ৰাণ নোহোৱা কৰি লৈ গুচি যায়।

দৈহিক মিলনৰ যোগেৰে আধ্যাত্মিক মিলনৰ আদৰ্শ সংঘটিত কৰাই হৈছে বিবাহৰ লক্ষ্য। মানৱীয় প্ৰেমৰ প্ৰতীক হৈ বিবাহ মাত্ৰ স্বৰ্গীয় বা বিশ্বপ্ৰেম উপলব্ধি কৰাবলৈ কৰা এটা পদক্ষেপ। সেইকাৰণে অমৰ মীৰাবাঈয়ে গাইছিল—

"ভগৱানেই মোৰ স্বামী—আন কোনো নহয়"

ইয়াৰপৰা বুজিব পাৰি যে সতীয়ে বিবাহক পশু ক্ষুধা প্ৰশমিত কৰাৰ উপায় বুলি নেভাবে—নিজৰ ব্যক্তিত্বক সম্পূৰ্ণভাৱে স্বামীতে বিলীন কৰি বিবাহক নিঃস্বাৰ্থ আত্মত্যাগী সেৱাৰ আদৰ্শক উপলব্ধি কৰাৰ পথ বুলি ভাবে। স্বামীৰ চিতাজুইত জাপ দি সতীয়ে নিজৰ সতীত্বৰ প্ৰমাণ দেখুৱাব নেলাগে। সপ্তপদী অনুষ্ঠানত যি মুহূৰ্তৰপৰা স্বামীৰ পদানুসৰণ কৰি খোজ লয়ে সেই মুহূৰ্তৰপৰা প্ৰতিটো নিশ্বাসতে ত্যাগ আৰু আত্মবিলোপ ভাব লৈ স্বামী তেওঁৰ পৰিয়াল আৰু দেশৰ সেৱাৰ কাৰণে নিজকে উৎসৰ্গা কৰি দিব লাগে। এনেকুৱা সতীয়ে সাধাৰণ প্ৰাণীৰ আনন্দ উপভোগ আৰু ইন্দ্ৰিয় সুখ বাঞ্ছা নকৰে—সংকীৰ্ণ ঘৰুৱা আলৈ আহুকাল আৰু পৰিয়ালৰ সাধাৰণ কথাবোৰ ভাবি নিজকে আবদ্ধ কৰি নেৰাখে, প্ৰতিটো মুহূৰ্তকে জ্ঞানৰ ভাণ্ডাৰ বৃদ্ধি কৰাত প্ৰয়োগ কৰি নিজৰ যোগ্যতাৰ পৰিৱৰ্ধন কৰে। ত্যাগ আৰু আত্মসংযম চৰ্চাৰে নিজকে স্বামীৰ লগত সম্পূৰ্ণভাৱে বিলীন কৰি পৃথিৱীৰ লগত এক হৈ যাবলৈ শিকি লয়।

"এনেকুৱা সতীয়ে স্বামীৰ মৃত্যুত শোকতে অধীৰ হৈ চিঞৰি নেকান্দে —এনেকুৱা সতীয়ে নিজৰ কাৰ্যত স্বামীৰ আদৰ্শ আৰু ধৰ্মক জীয়াই ৰাখিবলৈ চেষ্টা কৰি স্বামীৰ কাৰণে অমৰত্বৰ মুকুট জয় কৰি আনিব। তেওঁ যাক বিয়া কৰাইছে সেই আত্মা অমৰ বুলি জানে কাৰণে তেওঁ পুনৰ বিবাহৰ কথা কেতিয়াও চিন্তা নকৰে।"

"আপোনাৰ কল্পনাৰ সতীৰ পশুক্ষুধা আৰু ইন্দ্ৰিয়স্পৃহা নাইনেকি? তেওঁ সন্তান কামনাও নকৰে যদি কিয় তেওঁ বিয়া কৰাব লাগে?" এইবুলি হয়তো কোনোৱে প্ৰশ্ন কৰিব। উত্তৰত মই ইয়াকে কওঁ যে বৰ্তমানৰ হিন্দু সমাজত বেছিভাগ মানুহে নিজে ইচ্ছা কৰি বিয়া নকৰায়। আমাৰ এই নীতিৰ বান্ধোন শিথিল হৈ পৰা যুগটোত ধৰ্ম আৰু গুণৰ বৰ্মৰূপে আৰু আত্মসংযমৰ সহায়কাৰী হিচাপে বিবাহ আৱশ্যক বুলি আমাৰ কিছুমানে বিশ্বাস কৰে। মই ব্যক্তিগতভাৱে কিছুমান মানুহৰ কথা জানো। এওঁলোক বিয়াৰ সময়ত ইন্দ্ৰিয়লিপ্সাৰপৰা মুক্ত নাছিল; কিন্তু পিচলৈ সম্পূৰ্ণ সৎপথৰ আদৰ্শৰে উদ্বুদ্ধ হৈ বিবাহিত জীৱনৰে সেই আদৰ্শ উপলব্ধি কৰিবলৈ উপায় বিচাৰি পালে। মই বৰ্ণনা কৰা সতীৰ আদৰ্শ তথ্যৰ বাহিৰ জগতত স্থান নথকা সম্পূৰ্ণতাৰ উপদেশ মাত্ৰ নহয়—এই আদৰ্শৰে পৃথিৱীত জীয়াই থাকি আমাৰ এই অতিশয় বাস্তৱমুখী জগতখনতো এই আদৰ্শক বাস্তৱত পৰিণত কৰিব পাৰি।

সতীত্বৰ আদৰ্শত উপনীত হবলৈ চেষ্টা কৰা সৰ্বসাধাৰণ ভাৰ্যা মাতৃত্বৰ অধিকাৰিণী হব বুলি মই স্বীকাৰ কৰোঁ। ওপৰত উল্লেখ কৰা বিবিধ গুণাৱলীৰ লগত তেওঁ সন্তান-সন্ততি লালন-পালন কৰা বিদ্যাও আয়ত্ত কৰি লব লাগিব যাতে সেই সন্তানসকল দেশৰ প্ৰকৃত সেৱক হৈ উঠিব পাৰে।

ভাৰ্যাৰ বিষয়ে মই যি কথা কৈছোঁ সেইকথা স্বামীসকলতো প্ৰযোজ্য। পত্নীয়ে স্বামীৰ প্ৰতি বিশ্বাস আৰু অচলাভক্তি ৰাখিব লাগে—স্বামীয়েও স্ত্ৰীৰ প্ৰতি আনুগত্য আৰু শ্ৰদ্ধা ৰাখিব লাগে। এজনৰ কাৰণে এটা নিয়ম কৰি আনজনৰ কাৰণে আন এটা নিয়ম কৰিব নোৱাৰি। মৃত পত্নীৰ চিতাজুইত স্বামী জাহ যোৱা ঘটনা আমি এতিয়ালৈকে শুনা নাই। স্বামীৰ মৃত্যুৰ পিচত বিধবাৰ আত্মবিনাশৰ নীতি অন্ধবিশ্বাস, অজ্ঞানতা আৰু পুৰুষৰ অন্ধ মদগৰ্ব ভাৱৰপৰা উদ্ভৱ হৈছে বুলি ধৰি লব পাৰি। এসময়ত এই নীতিৰ অৰ্থ আছিল বুলি প্ৰমাণিত হ'লেও বৰ্তমান যুগত এই নীতি বৰ্বৰ বুলি কবই লাগিব। পত্নী

স্বামীৰ দাসী নহয়—স্বামীৰ লগৰী, অৰ্ধাঙ্গিনী, সহকৰ্মী, আৰু বন্ধু। সমান স্বত্ব আৰু সমান কৰ্তব্যৰে পত্নী স্বামীৰ জীৱনৰ অংশীদাৰ স্বৰূপ। দুয়োজনৰ কাৰণে দুয়োজনৰ কৰ্তব্য আৰু পৃথিবীৰ কাৰণেও দুয়োজনৰ কৰ্তব্য সমান আৰু একেই।

এই ভগিনীগৰাকীৰ আত্মবিনাশ কাৰ্য অসাৰ্থক হৈছে বুলি মই ভাবোঁ। এই কাৰ্য অনুকৰণ কৰিবলগীয়া দৃষ্টান্ত কেতিয়াও হব নোৱাৰে। সেই মানুহ গৰাকীৰ মৃত্যুবৰণ কৰা সাহসক মই শলাগ নলমনে বুলি হয়তো কোনোবাই মোক সুধিব পাৰে। মই শুদ্ধচিত্তেৰে "শলাগিব নোৱাৰো" বুলি কম। দুৰ্বৃত্তবিলাকৰো এই সাহস আমি নেদেখো জানো? কিন্তু কোনেও কেতিয়াও এই সাহক শলাগিবলগীয়া বুলি ভবা নাই। আত্মহত্যাক নভবা নিচিন্তাকৈ শলাগ লৈ মই নজনাকৈ কিছুমান অজ্ঞান ভগিনীক বিপথে লৈ গৈ পাপৰ ভাগী কিয় হবলৈ যাম? সতীত্ব পৱিত্ৰতাৰ সৰ্বোচ্চ বিন্দু। এই পৱিত্ৰতা মৃত্যুবৰণ কৰি লাভ কৰিব বা উপলব্ধি কৰিব নোৱাৰি। এই পৱিত্ৰতা প্ৰতিদিনে অবিৰাম-ভাৱে নিজকে নিঃশেষ কৰা প্ৰচেষ্টাৰ যোগেৰে লাভ কৰিব পাৰি।

ইয়ং ইণ্ডিয়া: ২১-৫-৩১

## ( চৌষষ্টি )

## অন্ধ্ৰদেশত

### ( ১ )

আত্মাক জাগ্ৰত কৰা কথাৰপৰা মই এতিয়া আত্মাক বিনাশ কৰাৰ কথালৈ আহিব লাগিব। কোকনাদত এখন বিৰাট ৰাজহুৱা সভাৰ পিচত ঘৰলৈ উভতি অহাত ৰাতি ৯ বজাত মোৰ ওচৰলৈ কিছুমান মহিলা আৰু ছোৱালী আহিছিল। ঘৰত প্ৰৱেশ কৰোঁতে চাকিটোৰ পোহৰ বৰ

কম আছিল। তিৰোতাসকলৰ চালচলন বৰ ধীৰ-স্থিৰ ধৰণৰ নাছিল। কিবা কাৰণত "তোমালোকে সূতা কাটানে? তিলক স্বৰাজ পুঁজিলৈ তোমালোকে মোক কি দিবা?" ইত্যাদি সাধাৰণ সম্বৰ্দ্ধনাসূচক বাক্য মোৰ মুখত নোলাল। "এই তিৰোতাসকল কোন?" বুলি মই মোৰ গৃহস্থজনক সুধিলোঁ। গৃহস্থজনে কব নোৱাৰিলে। অনুসন্ধান কৰাৰ পিচত অলপ সংকোচেৰে তেওঁলোকে ক'লে, "আমি নৰ্ত্তকী"। মই ধৰিত্ৰীৰ বুকুলৈ সোমাই যাওঁ যেন লাগিল। গৃহস্থজনে মোক সান্ত্বনা দি জনালে যে "জীৱনৰ আৰম্ভৰ লগতে জড়িত এটা উৎসৱ আছে"—এই কথা শুনি মোৰ আৰু বেয়া লাগিল। এই নীচ বিগৰ্হিত কামটোক এটা মৰ্যাদা দিয়া হৈছে যেন লাগিল। মই তেওঁলোকক অহাৰ কাৰণ সোধাত তেওঁলোকে মোৰ দৰ্শন লবলৈ আহিছে বুলি নম্ৰভাৱে ক'লে। আন বৃত্তি তেওঁলোকে লবনে বুলি সোধাত তেওঁলোকে জীৱিকা অৰ্জন কৰিব পাৰিলে লবলৈ ৰাজি আছে বুলি ক'লে। মোৰ তেতিয়াই তেওঁ-লোকক একো কবৰ মন নগ'ল। আমাৰ পুৰুষ জাতিটোৰ কাৰণে মোৰ বৰ লাজ লাগিল। পিচদিনা ৰাতিপুৱা ৰাজমন্ত্ৰিত এই বিষয়ে স্পষ্টকৈ কলোঁ। অন্ধ্ৰপ্ৰদেশত এইটো মোৰ এটা বৰ দুখলগা অভিজ্ঞতা। ভাৰতবৰ্ষৰ বাকী ঠাইবোৰতো এই পাপ কিবা নহয় কিবা প্ৰকাৰে আছে বুলি মই ভাবোঁ। মই ইয়াকে কওঁ যে আত্মশুদ্ধিৰ দ্বাৰা যদি আমি স্বৰাজ পাবলৈ বাঞ্ছা কৰোঁ তেন্তে তিৰোতাসকলক আমাৰ কামনাৰ বলি হবলৈ দিব নেলাগে। দুৰ্বলীক ৰক্ষা কৰাৰ নিয়ম এই ক্ষেত্ৰত বিশেষ ধৰণে প্ৰযোজ্য। গো-মাতা ৰক্ষা অৰ্থত তিৰোতাৰ সতীত্ব ৰক্ষাও সোমাই পৰিব বুলি মই ভাবোঁ। আমাৰ তিৰোতাসকলক মাতৃ, ভগিনী বা দুহিতাৰূপে শ্ৰদ্ধা কৰিবলৈ নিশিকিলে আমি ভাৰতক উদ্ধাৰ কৰি জাগ্ৰত কৰিব নোৱাৰিম। আমাৰ পুৰুষত্বক হত্যা কৰি পশুত্বৰ পৰ্যায়লৈ লৈ যোৱা পাপৰপৰা আমি মুক্ত হওঁ আহক।

ইয়ং ইণ্ডিয়া : ১৩-৪-২১

( ২ )

ৰাজমন্ত্ৰিত এটা গুৰুত্বপূৰ্ণ বিষয়ত মোৰ অভিমত মই খোলাখুলিকৈ জনাইছিলোঁ। তেলেগু বন্ধুসকলে এই বক্তৃতা ভাঙনি কৰি আমাৰ দেশৰ শ শ জনতাৰ মাজত প্ৰচাৰ কৰি দিব বুলি আশা কৰিছোঁ। কোকনাদত কালি ৰাতি প্ৰায় ১০ মান বজাত কিছুমান নৰ্তকীয়ে মোক দেখা কৰিবলৈ আহিছিল। তেওঁলোকৰ প্ৰকৃত পৰিচয় জানিব পাৰি মোৰ ধৰিত্ৰীৰ বুকুলৈ সোমাই যাওঁ যেন লাগিছিল। আমাৰ মাজত থকা এই পাপৰ কলংক মচি পেলাবলৈ মই আপোনালোকক অনুৰোধ কৰিছোঁ। আমাৰ কামনা চৰিতাৰ্থ কৰিবৰ কাৰণে এগৰাকী ভগিনীয়েও লাজ আৰু অপমানেৰে ভৰা জীৱন যাপন কৰা ঠিক নহয়। শুদ্ধিকৰণৰ আমাৰ এই আন্দোলনত এই ছোৱালীবিলাকক আমাৰ ভগিনী বা দুহিতা জ্ঞান কৰিবলৈ আমি বাধ্য। এই চৰকাৰৰ হিংসাত্মক কাৰ্যকলাপৰপৰা যিসকলে কষ্ট পাইছে তেওঁলোকে যেন ভাৰতবৰ্ষৰ এজনী ছোৱালীৰো জীৱন নষ্ট কৰি আৰু বেছি হিংসাত্মক কাৰ্য যেন কৰিবলৈ নলয়। ভাই-ভনীসকল! ভাৰতবৰ্ষৰ এই ঠাইত এজনীও নৰ্তকী নেথাকিব বুলি আপোনালোকে মোক যিমান পাৰে সোনকালে নিশ্চয়তাৰে জনাওক। মোৰ পিছফালে বহি থকা ভগিনীসকলক দায়িত্ব দি মই কওঁ তেওঁলোকে যেন ঠায়ে ঠায়ে গৈ এই ভগিনীসকলক বিচাৰি উলিয়ায়গৈ আৰু যেন পুৰুষসকলক এই ভুল কাম নকৰিবলৈ কৈ লাজ দিয়েগৈ।

ইয়ং ইণ্ডিয়া : ১১-৫-২১

## ( পঁয়ষষ্ঠি )

# নাৰীৰ অৱস্থা

কটকৰপৰা শ্ৰীমতী সৰলা দেৱীয়ে লিখিছে—

"অস্পৃশ্যতাৰ দৰে নাৰীৰ প্ৰতি ব্যৱহাৰো এটা ব্যাধি বুলি আপুনি স্বীকাৰ নকৰেনে বাৰু ? মোৰ সংস্পৰ্শলৈ অহা 'জাতীয়তাবাদী' ডেকা লৰাসকলৰ এশজনৰ ভিতৰত নবৈজনৰ মনোবৃত্তি পশুপ্ৰকৃতিৰ। অসহযোগ আন্দোলন কৰা কেইজন মানুহে বাৰু তিৰোতাক উপভোগৰ সামগ্ৰী বুলি নেভাবে ? তিৰোতাৰ প্ৰতি মনোভাবৰ সলনি নোহোৱাকৈ আত্মশুদ্ধিকৰণ সম্ভৱপৰ হবনে ? আত্মশুদ্ধিকৰণ কৃতকাৰ্যতাৰ কাৰণে অতি লাগতিয়াল।"

তিৰোতাৰ প্ৰতি ব্যৱহাৰ অস্পৃশ্যতাৰ দৰে এটা ব্যাধি বুলি মানি লবলৈ মই অপাৰগ। শ্ৰীমতী সৰলা দেৱীয়ে এই কু-কথাক অতিৰঞ্জিত কৰিছে। অসহযোগকাৰীসকলে তিৰোতাক কামনা চৰিতাৰ্থ কৰা সামগ্ৰী বুলি ভাবে বুলি কৰা অভিযোগটোও মানি লব নোৱাৰি। অতিৰঞ্জিত কৰি ক'লে উদ্দেশ্য ব্যৰ্থ হব পাৰে। প্ৰকৃত স্বৰাজৰ কাৰণে উপযুক্ত হবলৈ হলে পুৰুষে তিৰোতাৰ পৱিত্ৰতাৰ প্ৰতি অধিক সন্মান প্ৰদৰ্শন কৰিবলৈ শিকিব লাগিব বোলা কথাষাৰ মানি লবলৈ মই টান নেপাওঁ। পতিতা ভগিনীসকলৰ লজ্জাজনক অৱস্থাত আনন্দত মত্ত হবলৈ আমাৰ সাহ থাকিব নোৱাৰে বুলি মিঃ এণ্ড্ৰুজে এই ভদ্ৰমহিলাগৰাকীতকৈ অধিক সত্য এটা অগ্নিময়ী ভাষাৰে কৈ গৈছে। অসহযোগ আন্দোলন কৰা কোনো পুৰুষে উৎসাহেৰে সৈতে কিছুমান বিপথে যোৱা ভগিনী কেৱল তেওঁলোকৰ কাৰণেই থাকে বুলি কবলৈ ইচ্ছা কৰে বুলি ভাবিলে অতি নীচ আৰু লাজৰ কথা হব। আমাৰ নৈতিক মঙ্গলৰ দৰে গুৰুত্বপূৰ্ণ কথা এটাত সহযোগকাৰী আৰু অসহযোগকাৰীৰ মাজত একো পাৰ্থক্য

থাকিব নোৱাৰে। আমাৰ কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে এজনী তিৰোতা থাকিলেও আমি লাজতে তলমূৰ কৰিব লাগে। ঈশ্বৰৰ মহত্তম সৃষ্টিক কামনাৰ সম্পদ কৰি পশুত্বকৈ তললৈ নামি যোৱাতকৈ মই পুৰুষজাতি নিঃশেষ হৈ যোৱা চাবলৈকে ভাল পাম। কিন্তু এই সমস্যা অকল ভাৰতবৰ্ষৰে সমস্যা নহয়—ই এটা পৃথিৱীৰে সমস্যা। মই ইন্দ্ৰিয় সুখ উপভোগৰ আধুনিক কৃত্ৰিম জীৱনৰ বিৰুদ্ধে কওঁ আৰু যঁতৰে প্ৰতিনিধিত্ব কৰা সহজ সৰল জীৱনলৈ উভতি আহিবলৈ কওঁ। কাৰণ মই জানো যে সহজ সৰল জীৱন লব নোৱাৰিলে পশুত্বৰ তলৰ পৰ্যায়লৈ নামি যোৱাৰ পৰা আমাক কোনেও উদ্ধাৰ কৰিব নোৱাৰে। তিৰোতাৰ পূৰ্ণ স্বাধীনতা লাগে বুলি মই সৰ্বান্তঃকৰণেৰে কম। বাল্যবিবাহ মই সমৰ্থন নকৰোঁ। অকণি অকণি ছোৱালীবিলাকক বিধবাবেশত দেখিলে মোৰ অন্তৰে কান্দি উঠে আৰু বিগতদাৰসকলে যেতিয়া পত্নীৰ মৃত্যুৰ পিচতেই আকৌ বিয়া কৰাবলৈ ঠিকঠাক কৰে তেতিয়া মই খঙতে জ্বলি-পকি উঠো। একেবাৰে অজ্ঞান অশিক্ষিত কৰি মাক-দেউতাকে কেৱল ধনী ল'ৰাক বিয়া দিবলৈকে ছোৱালী ডাঙৰ দীঘল কৰিলে মোৰ দুখ লাগে। এই সকলোবোৰ দুখ-ৰাগ লৈও মই সমস্যাৰ জটিলতা উপলব্ধি কৰোঁ। তিৰোতাসকলৰ ভোটাধিকাৰ থাকিব লাগে আৰু পুৰুষৰ সমানে আইনৰ মৰ্যাদা লাভ কৰিব লাগে। কিন্তু সমস্যা ইমানতে শেষ নহয়। জাতিৰ ৰাজনৈতিক আলোচনা-বিলোচনাত তিৰোতাই প্ৰভাৱান্বিত কৰিলে এই সমস্যাৰ উদ্ভৱ হয় মাত্ৰ।

মোৰ কথা বুজাবৰ কাৰণে এজন মুছলমান বন্ধুৰ লণ্ডনত এজন বিখ্যাত নাৰী আন্দোলনকাৰীৰ লগত হোৱা মনোমোহা কথোপকথনখিনিকে কওঁ। বন্ধুজন নাৰী আন্দোলনকাৰীসকলৰ এখন সভাত উপস্থিত আছিল। তেওঁৰ এগৰাকী তিৰোতা বন্ধুৱে মুছলমান এজনক সেই সভাত দেখি আচৰিত হল। বন্ধুগৰাকীয়ে তেওঁক সভাত উপস্থিতিৰ কাৰণ সুধিলে। বন্ধুজনে উত্তৰত ক'লে যে তেওঁৰ এই সভালৈ অহাৰ দুটা ডাঙৰ আৰু দুটা সৰু কাৰণ আছে। তেওঁৰ দেউতাক তেওঁ কেঁচুৱা থাকোঁতেই

ঢুকাল। তেওঁৰ জীৱনৰ সকলো কথাৰ কাৰণে মাকৰ ওচৰত তেওঁ ঋণী। তাৰ পিচত তেওঁ যাক বিয়া কৰালে তেৱেঁই আছিল বন্ধুজনৰ জীৱনৰ প্ৰকৃত সঙ্গিনী। তেওঁৰ পুত্ৰ নাই। চাৰিজনী মাত্ৰ ছোৱালী। গোটেই কেইজনী ছোৱালী এতিয়াও নাবালিকা হৈ আছে। ছোৱালী-কেইজনীৰ জীৱনৰ কাৰণে তেওঁ যথেষ্ট চিন্তা কৰিছে। সেইকাৰণে তেওঁক এজন নাৰী মুক্তিকামী বুলি ভাবিলে আচৰিত হবলগীয়া একো নাই। তেওঁ কৈ গ'ল যে মুছলমানসকলে তিৰোতাক অৱহেলা কৰে বুলি দোষাৰোপ কৰা হয়—ইয়াতকৈ মিছা অভিযোগ আন একো হব নোৱাৰে। ইছলাম ধৰ্মৰ আইনে তিৰোতাসকলক সমান স্বত্ব প্ৰদান কৰিছে। পুৰুষে কামনাৰ বশৱৰ্তী হৈ তিৰোতাৰ অধঃপতন আনিছে বুলি তেওঁ ভাবে। তিৰোতাৰ অন্তৰাত্মাক সজাবলৈ এৰি পুৰুষে তিৰোতাৰ দেহক সজাবলৈ খোজে। পুৰুষে তেওঁৰ নিজৰ অভিপ্ৰায় সিদ্ধিত কৃতকাৰ্য হৈছে, তিৰোতাই দৈহিক সাজপাৰক আকোৱালি লৈছে—ই তেওঁলোকৰ দাসত্বৰ পৰিচায়ক বুলি তেওঁলোকে নেজানে। বন্ধুজনে অভিভূত হৈ কৈ গ'ল—এনেকুৱা যদি নহলহেঁতেন তেন্তে পতিতা ভগিনীসকলে তেওঁলোকৰ দেহক সজাই ইমান আনন্দ বাৰু কিয় লাভ কৰিলেহেঁতেন? আমি পুৰুষসকলে তেওঁলোকৰ দেহৰপৰা আত্মাক বিনাশ কৰি দিয়া নাইনে? অলপ সুস্থিৰ হৈ তেওঁ ক'লে তিৰোতাসকলৰ কাৰণে কেৱল এটা যন্ত্ৰৰ দৰে অপ্ৰাণ স্বাধীনতা তেওঁ নিবিচাৰে নাৰীৰ স্বাধীন মতবাদক শৃংখলিত কৰি থোৱা শৃংখল তেওঁ মুক্ত কৰিবলৈ ইচ্ছা কৰে। সেইকাৰণে তেওঁ তেওঁৰ ছোৱালী কেইগৰাকীক স্বাধীন জীৱিকা বৃত্তি লব পৰাকৈ শিক্ষা দিব খুজিছে।

অন্তৰ মহীয়ান কৰি তোলা এই কথোপকথনখিনিৰ কথা মই আৰু বেছিকৈ নকওঁ। মোলৈ চিঠি লিখা ভদ্ৰমহিলাগৰাকীক মুছলমান বন্ধু-জনৰ আলোচনাখিনিৰ গুঢ়াৰ্থখিনি চিন্তা কৰি সেইমতে সমস্যা সমাধান কৰিবলৈ কওঁ। তিৰোতাই নিজকে পুৰুষৰ কামনা চৰিতাৰ্থৰ সামগ্ৰী বুলি ভাবিবলৈ এৰি দিব লাগে। এই কথা পুৰুষতকৈ তিৰোতাই বেছি

ভালকৈ প্ৰতিকাৰ কৰিব পাৰিব। পুৰুষৰ সমান হ'ব খুজিলে তিৰোতাই পুৰুষৰ আনন্দৰ কাৰণে আনকি স্বামীৰ আনন্দৰ কাৰণেও নিজকে সজাবলৈ এৰি দিব লাগে। দৈহিক সৌন্দৰ্যেৰে ৰামক আনন্দ দিবলৈ সীতাই এক মুহূৰ্ত সময় অপব্যয় কৰিছিল বুলি সীতাক মই কল্পনাই কৰিব নোৱাৰোঁ।

ইয়ং ইণ্ডিয়া : ২১-৭-২১

## ( ছয়ষষ্ঠি )

# লক্ষ্ণৌৰ কলুষিত ঠাইবোৰ

লক্ষ্ণৌত এজন ইংৰাজ বন্ধুৱে মোলৈ লিখিছিল—

"আপুনি যোৱাৰ আগতে আপোনাৰ সমৰ্থনত থকা কৰ্তৃত্বশীল ব্যক্তি বিশেষৈ লক্ষ্ণৌৰ বেশ্যালয়ৰ বিষয়ে লিখিবৰ কাৰণে অনুৰোধ কৰি এই চিঠিখন লিখিছোঁ। আজি ৰাতিপুৱা আমিনাবাদত সামৰিক পুলিচৰ লগত এই বিষয়ে মই কথা পাতিছোঁ। এই অঞ্চলত পঞ্চাশটামান বেশ্যালয় আছে। এইবোৰ ঠাইলৈ ইউৰোপীয় আৰু ইঙ্গ-ভাৰতীয় সৈন্য-সকল যায় ( ইয়াৰে কিছুমানৰ সামৰিক আদালতত বিচাৰ হৈছে কাৰণ ঠাইডোখৰ সৈন্যসকলৰ বাবে প্ৰৱেশ নিষেধ।)। সামৰিক পুলিচ বিষয়াজনে ভাৰতীয় সৈন্যৰ বিষয়ে একো কোৱা নাই; কিন্তু মই কালি ভাৰতীয়সকলো এই তিৰোতাসকলৰ ওচৰলৈ যায় বুলি জানিব পাৰিলোঁ। পুৰুষত্বক আত্মসংযমহীন নীচ কৰি তোলা এই কু-কথাৰ বিৰুদ্ধে আপোনাৰ বাণীয়ে সহায় কৰিব। এই কু-কথাৰ বিৰুদ্ধে আপোনাক সহায় কৰিবলৈ প্ৰস্তুত বুলি মই প্ৰতিজ্ঞা কৰিলোঁ।"

মোৰ কথাৰ মূল্য আছে বুলি ইংৰাজ বন্ধুজনৰ বিশ্বাসৰ যোগ্য যেন মই হ'ব পাৰোঁ। এই অনুচ্ছেদটো লিখি থাকোতে কোকনাদত ৰাতি

বিগলিত মোক দৰ্শন কৰিবলৈ অহা সেই অভাগী ভগিনীসকলৰে মনত পৰিছে। তেওঁলোকৰ লাজৰ কথা জানিব পাৰি তেওঁলোকলৈ মোৰ বেছি পুত্ৰৌ হৈছে। তেওঁলোকৰ জীৱনটোৰ বিষয়ে তেওঁলোকৰপৰাই মই আকাৰে-ইঙ্গিতে জানিব পাৰিছিলোঁ। তেওঁলোকৰ মুখপাত্ৰীগৰাকীয়ে মোক তেওঁলোকৰ কথা কওঁতে তেওঁৰ চকুত লাজ আৰু দুখ প্ৰকাশ পাইছিল। ইয়াৰ পিচত মই তেওঁলোকক দুষিব নোৱাৰোঁ। তেওঁলোকক লগ পোৱাৰ পিচৰেপৰা মই ব্যক্তিগত পৱিত্ৰতাৰ আৱশ্যকতাৰ বিষয়ে কবলৈ আৰম্ভ কৰিছো। সেইকাৰণে লক্ষ্ণৌৰ পতিতা ভগিনীসকলৰ দুখৰ কথা অনুভৱ কৰিছোঁ। তেওঁলোকে বাধ্যত পৰি লজ্জিত জীৱন যাপন কৰিবলগীয়া হৈছে। স্ব-ইচ্ছাৰে এই জীৱন তেওঁলোকে নাই লোৱা কাৰণে মই সুখী হৈছোঁ। পুৰুষৰ পশু-প্ৰবৃত্তিয়ে এই ঘৃণনীয় দোষক এটা লোভনীয় ব্যৱসায়ত পৰিণত কৰিছে। লক্ষ্ণৌ বিলাসী আৰামপ্ৰিয়সকলৰ ঠাই বুলি এটা নাম আছে। লক্ষ্ণৌ মুছলমান সাধু সন্ত পুৰুষৰো ঠাই— ইছলাম ধৰ্মৰ সকলো মহান কথাতে লক্ষ্ণৌৱে ভাগ লৈছিল। হিন্দুসকলৰ কাৰণে লক্ষ্ণৌ হৈছে নিষ্কলঙ্কা সীতা আৰু ৰামে বিচৰণ কৰা আৰু ৰাজত্ব কৰা ঠাই। হিন্দু পৱিত্ৰতাৰ মহত্ত্ব সাহ আৰু সত্যৰ প্ৰতি অবিচলিত আস্থা থকাৰ সুমহান দিনৰ কথা লক্ষ্ণৌৱে সোঁৱৰাই দিয়ে। অসহযোগ হৈছে আত্মশুদ্ধিকৰণ। মই সকলো অসহযোগ আন্দোলনকাৰীকে লক্ষ্ণৌৰ এই নৈতিক ব্যাধি গুচাবলৈ মন দিবৰ কাৰণে আহ্বান কৰিলোঁ। লক্ষ্ণৌৰ সুনাম ৰক্ষা কৰোঁতাসকলে লক্ষ্ণৌ ভাৰতৰ আন আন ঠাইতকৈও বেয়া নহয় বুলি যেন মোক নকয়হি। লক্ষ্ণৌৰ নামটো উদাহৰণ স্বৰূপে ওলাইছে। ভাৰতবৰ্ষৰ নাৰীৰ পৱিত্ৰতা আৰু নিৰাপত্তাৰ দায়িত্ব আমাৰ ওপৰত। লক্ষ্ণৌৱে এই কথাত নেতৃত্ব লব কিয়নো নোৱাৰিব?

ইয়ং ইণ্ডিয়া : ১৮-৮-২১

( সাতষষ্ঠি )

## আমাৰ পতিতা ভগিনীসকল

নিজৰ লাজৰ বিনিময়ত জীৱিকা অৰ্জন কৰা তিৰোতাক মই প্ৰথমতে অন্ধ্ৰপ্ৰদেশৰ কোকনাদ নামে ঠাইত লগ পাইছিলোঁ। মই ছুগৰাকীমান তেনেকুৱা তিৰোতাৰ লগত কেইমিনিটমান কথাবাৰ্তা হৈছিলোঁ। দ্বিতীয়বাৰ বৰিশালত লগ পাইছিলোঁ। আগতে সময় ঠিক কৰি এশগৰাকীমান পতিতাই মোক দেখা কৰিছিল। দেখা-সাক্ষাৎ বিচাৰি তেওঁলোকে আগতীয়াকৈ এখন চিঠি দিছিল। সেই চিঠিত তেওঁলোকে তিলক 'স্বৰাজ পুঁজি'ত দান দিছে আৰু কংগ্ৰেছৰ সভ্য ভৰ্তি হৈছে বুলি লেখিছিল; কিন্তু তেওঁলোকে কংগ্ৰেছৰ বিষয়বাব বিচাৰিব নেলাগে বোলা কথাষাৰ বুজি পোৱা নাই বুলি লেখিছিল। শেহত তেওঁলোকে লিখিছিল যে তেওঁলোকৰ ভৱিষ্যত মঙ্গলৰ কাৰণে তেওঁলোকে মোৰপৰা উপদেশ পাব বুলি আশা কৰে। মই ভাল পামনে বেয়া পাম এই কথা নেজানি পত্ৰবাহক ভদ্ৰলোকজনে অতি সংকোচেৰে সৈতে চিঠিখন মোৰ হাতত দিছিল—কিবা প্ৰকাৰে এই ভগিনীসকলক সেৱা কৰা মোৰ কৰ্তব্য বুলি কৈ মই তেখেতক নিৰ্ভয় দিলোঁ।

এই ভগিনীসকলৰ লগত কটোৱা ছুঘণ্টা সময় মোৰ সদায় মনত থাকিব। বিশ হেজাৰ পুৰুষ মহিলা আৰু লৰাছোৱালীৰ জনসংখ্যাৰ ভিতৰত তেওঁলোকৰ সংখ্যা হল ৩৫০ জন। এওঁলোক বৰিশালৰ পুৰুষৰ নিৰ্লজ্জতাক প্ৰতিনিধিত্ব কৰে। বৰিশালৰ সুনাম ৰক্ষাৰ কাৰণে এই কু-কথা যিমান সোনকালে আঁতৰি যায় সিমানেই ভাল। বৰিশালত হোৱা কথাবোৰ প্ৰত্যেক নগৰতে আছে—বৰিশালৰ নাম মই উদাহৰণ স্বৰূপেহে উল্লেখ কৰিছোঁ। এই পতিতা ভগিনীসকলক সহায় কৰিবলৈ চিন্তা কৰা কাৰণে বৰিশালৰ কিছুমান ডেকা ল'বাৰ শলাগ লওঁ। এই

কু-কথা সোনকালে নির্মূল কৰিও বৰিশালে শলাগ পাব বুলি মই আশা কৰিছোঁ।

যিবিলাক কু-কথাৰ কাৰণে পুৰুষসকলক দোষাৰোপ কৰিব পাৰি সেই কু-কথাৰ ভিতৰত তিৰোতাৰ প্ৰতি অসদ্ ব্যৱহাৰতকৈ অধঃপতন-মূলক, ভয়াবহ, নিষ্ঠুৰ আন একো কথাই হব নোৱাৰে।" তিৰোতাসকল মানৱৰ অৰ্ধভাগ—তেওঁলোকক মই অবলা বুলি নেভাবোঁ। পুৰুষ আৰু তিৰোতাৰ ভিতৰত তিৰোতাই মহৎ, শ্ৰেষ্ঠ—আজিও তিৰোতা আত্মত্যাগ, নীৰৱ দুখ-যাতনা, নম্ৰতা, বিশ্বাস আৰু জ্ঞানৰ প্ৰতিমূৰ্তি। তিৰোতাৰ বোধজ্ঞান পুৰুষৰ মইবৰ ভাবেৰে অধিক জ্ঞান থকা বুলি কৰা ধাৰণাতকৈ প্ৰায়েই শ্ৰেষ্ঠ হয়। ৰামৰ আগত সীতা আৰু কৃষ্ণৰ আগত ৰাধাৰ স্থান দিয়াৰ অৰ্থ আছে। এই কু-কথা সুসভ্য ইউৰোপত ব্যাপকভাৱে আছে আৰু কিছুমান ক্ষেত্ৰত এই কু-কথাক ৰাজ্য চৰকাৰে নিয়ন্ত্ৰিত কৰিছে কাৰণে এই কু-কথাৰ আমাৰ ক্ৰমবিকাশত স্থান আছে বুলি ভাবি যেন আমি প্ৰবঞ্চিত নহওঁ। ভাৰতবৰ্ষত এই পাপকামৰ দৃষ্টান্ত অলেখ আছে বুলি আমি যেন এই পাপকাম চিৰস্থায়ী নকৰোঁ। সঠিককৈ নজনা অতীত এটাক অনুকৰণ কৰিবলৈ গৈ ধৰ্ম আৰু অধৰ্মৰ পাৰ্থক্য কৰিব নোৱাৰিলে আমি উন্নতি কৰিব নোৱাৰোঁ। অতীত যুগৰ মহৎ আৰু উত্তম কথাবোৰৰ উত্তৰাধিকাৰী হৈ আমি গৰ্ব অনুভৱ কৰোঁ। অতীতৰ ভুলক বঢ়াই গৈ আমি আমাৰ ঐতিহ্যক অবমাননা কৰিব নেলাগে। আত্মসম্মানী ভাৰতত প্ৰত্যেক পুৰুষে ভগিনী জ্ঞান কৰি প্ৰত্যেক তিৰোতাৰে সম্মান ৰক্ষা কৰিব নেলাগেনে? প্ৰতিজন ভাৰতবাসীক নিজৰ ভাই-ভনীৰ দৰে ভাবিব পৰাটোৱেই হল স্বৰাজৰ অৰ্থ।

এজন পুৰুষ হিচাপে এই এশ ভগিনীৰ আগত মই লাজতে তলমূৰ কৰিলোঁ। এওঁলোকৰ কিছুমান বয়সীয়া মহিলা আছিল—বেছিভাগ বিশ-ত্ৰিশ বছৰৰ ভিতৰতে—বাৰ বছৰৰ তলৰ দুই তিনিজনী ছোৱালী আছিল। তেওঁলোকৰ গোটেইবোৰৰ ভিতৰতে ছজনী ছোৱালী আৰু চাৰিটা লৰা আছে। আটাইতকৈ ডাঙৰ ছোৱালীজনীৰ তেওঁলোকৰ সম্প্ৰদায়ৰে এটা

ল'ৰাৰ লগত বিয়া হৈছে। বাকী ছোৱালীকেইজনীক আন একো কৰিব নোৱাৰিলে তেওঁলোকৰ দৰে জীৱনযাপন কৰিবলৈকে ডাঙৰ দীঘল কৰিব লাগিব। এই তিৰোতাসকলে নিজৰ জীৱন আৰু শুধৰাব নোৱাৰে বুলি ভাবিছে। এই ভাবনা বৰ দুখৰ। এই তিৰোতাসকল বুদ্ধিমতী আৰু ভদ্ৰ। তেওঁলোকৰ কথা-বাৰ্তা গাম্ভীৰ্যপূৰ্ণ আছিল। উত্তৰবোৰ স্পষ্টকৈ সৰলভাৱে দিছিল। সেই মুহূৰ্তত তেওঁলোকৰ মনোবল আছিল সত্যাগ্ৰহীৰ দৰে দৃঢ়। তাৰে এঘাৰজনীয়ে লগে লগে প্ৰতিশ্ৰুতি দিলে যে সুবিধা আৰু সহায় পালে তেওঁলোকে পিচদিনাৰেপৰা বোৱা-কটা কৰিব। বৰ্তমানৰ জীৱনধাৰণৰ পদ্ধতিক পৰিহাৰ কৰিব বুলিও তেওঁলোক প্ৰতিজ্ঞাবদ্ধ হ'ল। আন কেইগৰাকীয়ে ভাবিবৰ কাৰণে সময় খুজিলে, কাৰণ তেওঁলোকে মোক প্ৰবঞ্চনা কৰিব নোখোজে।

বৰিশালৰ নাগৰিকসকলৰ এইবোৰেই হ'ল কৰিবলগীয়া কাম। মুনিহ-তিৰোতাকে ধৰি ভাৰতৰ সকলো প্ৰকৃত সেৱকৰ কাৰণে এইবোৰেই কৰিবলগীয়া কাম। বিশ হেজাৰ জনসংখ্যাত যদি ৩৫০ গৰাকী অসুখী ভগিনী থাকে গোটেই ভাৰতবৰ্ষত এই ভগিনীৰ সংখ্যা ৫,২৫,০০০০ হব। কিন্তু ভাৰতবৰ্ষৰ পাঁচভাগৰ চাৰিভাগ মানুহ গাঁৱত থাকে আৰু খেতিবাতি কৰে, তেওঁলোকক এই পাপে স্পৰ্শ কৰিব পৰা নাই—এই কথা ভাবি মোৰ ভাল লাগিছে। সেইকাৰণে গোটেই ভাৰতবৰ্ষত নিজৰ সম্মান বিক্ৰি কৰি জীৱন ধাৰণ কৰা ভগিনীৰ সংখ্যা কমকৈ হলেও ১,০৫০,০০০ হ'ব। এই অভাগী ভগিনীসকলক অধঃপতনমূলক নীচ কামৰপৰা আতঁৰোৱাৰ আগতে দুটা চৰ্ত পূৰণ হব লাগিব। আমি পুৰুষসকলে আমাৰ ভোগলিপ্সা সংযত কৰিব লাগিব আৰু এই তিৰোতাসকলে সম্মানেৰে জীৱিকা নিৰ্বাহ কৰিবৰ কাৰণে জীৱিকাৰ পথ বিচাৰি উলিয়াব লাগিব। নিজকে শুদ্ধ পৱিত্ৰ আৰু নিজৰ কু-প্ৰবৃত্তি সংযত কৰিব নোৱাৰিলে অসহযোগ আন্দোলনৰ কোনো মানে নাই। সূতাকটা আৰু বোৱা-কটাৰ বাহিৰে আন কাম তেওঁলোকে নিৰবিলিভাৱে কৰিব নোৱাৰে। এই ভগিনীসকলৰ

বেছিভাগে বিয়া কৰোৱাৰ কথা ভাবিব নেলাগে। তেওঁলোকে বিয়া কৰাব নোৱাৰে বুলি মানি লৈছে। তেওঁলোক ভাৰতবৰ্ষৰ প্ৰকৃত সন্ন্যাসিনী হৈ পৰিব। জীৱনৰ একো ভাবনা চিন্তা নাই কাৰণে তেওঁলোকে হেঁপাহ পলুৱাই সূতাকাটি থাকিব পাৰে। একলাখ পঞ্চাশ হেজাৰ মানুহে দিনে ৮ ঘণ্টাকৈ সদায় সূতা কাটিলে দুখীয়া ভাৰতৰ কাৰণে কেইটামান টকা অৰ্জন কৰা হব। এই অভাগী ভনীসকলে দিনে দুটকাকৈ উপাৰ্জন কৰিছিল বুলি মোক কৈছিল; কিন্তু পুৰুষৰ কামনা চৰিতাৰ্থৰ কাৰণে তেওঁলোকৰ কিছুমান বস্তু লাগিছিল; সূতাকটা বা বোৱাকটা কৰি স্বাভাৱিক জীৱন ললে তেওঁলোকক এইবোৰ বস্তু নেলাগে। তেওঁলোকৰ লগত কথা পাতি শেষ কৰাৰ লগে লগে তেওঁলোকক নোকোৱাকৈয়ে তেওঁলোকে পাপকাম এৰি নিদিলে কংগ্ৰেছ কমিটিৰ বিষয়বাব লব নোৱাৰে বুলি বুজিব পাৰিছিল, কাৰণ স্বৰাজৰ বেদীলৈ শুদ্ধ চিত্তেৰে পৱিত্ৰ হাতেৰে আহিব নোৱাৰিলে কোনেও কাম কৰিব নোৱাৰে।

ইয়ং ইণ্ডিয়া: ১৫-৯-২১

( আঠষষ্ঠি )

## পতিতা ভগিনীয়ে সুতা কাটিছে

নোৱাখালিত দুগৰাকী পতিতা ভগিনীয়ে সূতা কাটিবলৈ লৈছে বুলি মই জানিব পাৰিছোঁ। তেওঁলোকে সূতা কাটি নিজৰ জীৱিকাৰ পথ মোকলাব পাৰিছে বুলিও শুনিলোঁ। এই ভগিনী দুগৰাকী গাভৰু নহয়,—তেওঁলোকৰ বয়স চল্লিশৰ ওপৰ। তেওঁলোকে লাজৰ বিনিময়ত জীৱিকা অৰ্জন কৰিব নোৱাৰে—সূতা কাটিবলৈ নোলোৱা হলে তেওঁলোকে ভিক্ষাবৃত্তি লব লাগিলহেঁতেন। আচলতে কবলৈ গ'লে

তেওঁলোকক ভিক্ষাবৃত্তিৰপৰা লৈ অহা হৈছে, তেওঁলোকৰ মূল ব্যৱসায়ৰপৰা তেওঁলোকক আঁতৰ কৰা হোৱা নাই। তথাপি এই, অভাগী ভগিনীসকলৰ সংস্পৰ্শলৈ আহি তেওঁলোকৰ মঙ্গলৰ কাৰণে চিন্তা কৰি নোৱাখালিয়ে ডাঙৰ কাম কৰিছে। তেওঁলোকৰ কিছুমানে নিজৰ ব্যৱসায় এৰি দিয়া নাই যদিও সূতা কাটিবলৈ লৈছে বুলি মই জানিব পাৰিছোঁ। নিজৰ ব্যৱসায় ত্যাগ নকৰি সূতা কাটিবলৈ ললে লাভ হবনে নহয় মই নেজানো। হয় তেওঁলোকৰ লাজবৃত্তিক লুকাই ৰাখিবলৈ তেওঁলোকে সূতা কাটিব পাৰে। কিন্তু সন্দেহ নাই যে জীৱিকাৰ কাৰণে তেওঁলোকক সূতা কাটিবলৈ কব নোৱাৰি। তেওঁলোকে দিনে এটকা দুটকা বা তাতকৈ অলপ বেছি উপাৰ্জন কৰিছিল। তেওঁলোকে তাঁতবোৱা, বেজীৰ কাম আদি আন হাতৰ কাম কৰিলে ভালকৈ অৰ্থ উপাৰ্জন কৰিব পাৰিব। এই সমস্যা পুৰুষে সমাধান কৰিব নোৱাৰে। তিৰোতাসকলে এই সমস্যা সমাধান কৰিবলৈ উঠি-পৰি লাগিব লাগে। অসাধাৰণ পৱিত্ৰতা আৰু দৃঢ় মনোবলেৰে এগৰাকী নাৰী এই পতিত মানৱতাক উদ্ধাৰ কৰিবলৈ আগবাঢ়ি, নাহিলে গণিকা সমস্যা সমাধানৰ কাম কৰিব নোৱাৰি। গাভৰু ছোৱালীবিলাকক দেহা বিক্ৰি কৰিবলৈ প্ৰলোভিত কৰা পুৰুষসকলৰ মাজত পুৰুষে কাম কৰিব পাৰে। গণিকা বৃত্তি পৃথিৱীৰ সমানে প্ৰাচীন। কিন্তু চহৰীয়া জীৱনৰ আজিকালি নিত্যনৈমিত্তিক ঘটনাৰ দৰে এই বৃত্তি তেতিয়া এনেদৰে আছিলনে নাই নেজানো। কিন্তু সময়ত মানৱ সমাজ আন আন প্ৰাচীন কু-নীতিৰপৰা মুক্ত হোৱাৰ দৰে এই অভিশাপৰ বিৰুদ্ধে জাগ্ৰত হৈ গণিকা বৃত্তিক এটা অতীতৰ কথাত পৰিণত কৰিব।

ইয়ং ইণ্ডিয়া ঃ ২৮-৫-২৫

## ( উনসত্তৰ )

# পতিতা ভগিনীসকল

মাদাৰিপুৰত অভ্যৰ্থনা সমিতিয়ে পতিতা ভগিনীসকলৰ সূতাকটাৰ ব্যৱস্থা কৰিছিল। এই দৃশ্য দেখি মই সুখ পাইছিলোঁ। কিন্তু এই সমস্যা সমাধানৰ কাৰণে লোৱা কামত থকা বিপদৰ বিষয়ে সংগঠক-সকলৰ দৃষ্টি আকৰ্ষণ কৰিছিলোঁ। এই পতিতা ভগিনীসকলৰ উদ্ধাৰ কৰা কাম প্ৰথমতে বৰিশালত আৰম্ভ হৈছিল—তাত এই কাম সুস্থভাৱে আগবঢ়াৰ পৰিৱৰ্তে কুৎসিৎ ৰূপ ললেগৈ। এই অভাগী ভগিনীবিলাক তাত সংগঠিত হল। তেওঁলোকৰ সংঘটোক এটা বিভ্ৰান্তকৰ নাম দিলে। বৰ্তমান এই সংঘৰ উদ্দেশ্য হল—

(১) দুখীয়াক সহায় কৰা—ৰুগীয়া ভাই-ভনীক সেৱা-শুশ্ৰূষা কৰা।
(২) তেওঁলোকৰ নিজৰ মাজত শিক্ষাৰ প্ৰচাৰ।
(৩) নাৰী শিল্পাশ্ৰম প্ৰতিষ্ঠা কৰি সূতাকটা, তাঁতবোৱা, চিলাইকাম, বেজীৰ কাম আৰু আন আন হাতৰ কামৰ উন্নয়ন।
(৪) সংগীতৰ উচ্চ প্ৰশিক্ষণ।
(৫) সত্যাগ্ৰহ আৰু অহিংসানীতিৰ সকলো অনুষ্ঠানতে সহযোগ কৰা।

ইয়াৰ অৰ্থ হল—ইংৰাজীত কোৱাৰ দৰে গাড়ীখন আগত আৰু ঘোঁৰাটো পিচত লগোৱা। নিজক সংশোধন নকৰাকৈয়ে এই ভগিনী-সকলক জনকল্যাণমূলক কাম কৰিবলৈ উপদেশ দিয়া হৈছে। সংগীত বিষয়ত উচ্চ প্ৰশিক্ষণৰ পৰিণাম বৰ দুখৰ হব। সেইকাৰণে এই উদ্দেশ্যটো বৰ হাঁহি উঠা ধৰণৰ হৈছে। এনেকি ইয়াৰ পৰিণাম বৰ দুঃখজনক হব পাৰে। এই তিৰোতাসকলে গান আৰু নাচ জানে। তেওঁলোকে সত্যাগ্ৰহ আৰু অহিংস নীতিৰ সকলো অনুষ্ঠানতে যোগদান

কৰিব কিন্তু তেওঁলোকৰ ব্যৱসায়ৰে তেওঁলোকে সদায়েই অহিংসা আৰু সত্যক উলংঘা কৰিছে।

মোৰ আগত থকা নাথ-পত্ৰবোৰত তেওঁলোকক কংগ্ৰেছ সভ্যভুক্ত কৰি লোৱা হৈছে বুলি দিয়া আছে—তেওঁলোকৰ ক্ষুদ্ৰ মৰ্যাদাৰ লগত খাপ খোৱাকৈ তেওঁলোকক আন আন জাতীয়তামূলক কাম কৰিবলৈ দিয়া হৈছে। তেওঁলোকক প্ৰতিনিধি স্বৰূপেও নিৰ্বাচিত কৰা হৈছে। তেওঁলোকৰ নামত মোৰ বিবেচনামতে এখন অশ্লীল অভিপ্ৰায়ৰ ঘোষণা প্ৰচাৰ কৰাও দেখিছোঁ।

এই কামৰ অভিপ্ৰায় যিয়েই নহওক লাগে মই এই ধৰণে কৰা গোটেই কামখিনিকে লজ্জাজনক বুলি কম। সূতা কাটিলে মই ভাল পাওঁ ; কিন্তু সূতাকটা বেয়া কাম কৰিবৰ কাৰণে অনুমতি পত্ৰ হব নেলাগে। প্ৰত্যেকজনে সত্যাগ্ৰহ নীতি পালন কৰিলে মই সুখী হম কিন্তু অনুশোচনা নকৰাকৈ হত্যাবৃত্তি লোৱা এজনে সত্যাগ্ৰহ চুক্তিত স্বাক্ষৰ প্ৰদান কৰিব খুজিলে মই মোৰ সকলো শক্তিৰে বাধা দিম। মই অন্তৰেৰে সৈতে এই ভগিনীসকলৰ কথা অনুভৱ কৰিছোঁ। কিন্তু বৰিশালত যি নীতি প্ৰযোজিত হৈছে সেই নীতিৰ লগত মই নিজকে সংযুক্ত কৰিব খোজা নাই। এই ভগিনীসকলে এটা মৰ্যাদা পাইছে, কিন্তু সমাজৰ নৈতিক মঙ্গলৰ কাৰণে তেওঁলোকে এই মৰ্যাদা পাব নেলাগে। এই ভগিনীসকলে যি কাম কৰিবৰ কাৰণে সংঘ স্থাপন কৰিছে সেই কাম জনা-শুনা চোৰ কিছুমানে কৰিবলৈ সংঘ স্থাপন কৰা হলে আমি সেই সংঘক স্বীকৃতি নিদিলোঁহেতেন। এই সংঘৰ স্বীকৃতি পাবৰ যোগ্যতা চোৰৰ সংঘতকৈ কম। এই ভগিনীসকল চোৰতকৈ বেছি বিপজ্জনক। চোৰে পাৰ্থিৱ সম্পদ চুৰি কৰি লৈ যায়—ভগিনী-সকলে ধৰ্মগুণ সাধুতা অপহৰণ কৰে। এই অভাগী ভগিনীসকলৰ অস্তিত্বৰ কাৰণে পুৰুষসকল সাধাৰণতে জগৰীয়া হলেও এই ভগিনী-সকলৰ অসীম অনিষ্টকাৰী শক্তি আছে বুলি পাহৰি যাব নেলাগে। তেওঁলোকৰ সংবদ্ধ কাৰ্যাৱলীয়ে তেওঁলোকক বিপথে আগবঢ়াই নিছে

বুলি মোক বৰিশালত কৈছিল। বৰিশালৰ ডেকাসকলৰ ওপৰত তেওঁলোকে দুৰ্নীতিৰ প্ৰভাৱ পেলাবলৈ আৰম্ভ কৰিছেই। এই সংঘ যেন ভাঙি যায়। যেতিয়ালৈকে এই ভগিনীসকলে লজ্জাৰ জীৱন যাপন কৰে তেতিয়ালৈকে তেওঁলোকৰপৰা দান-সেৱা গ্ৰহণ কৰা ভুল হ'ব। এইটো মোৰ দৃঢ় অভিমত। তেওঁলোকক কংগ্ৰেছৰ প্ৰতিনিধি কৰা বা কংগ্ৰেছত সোমাবৰ কাৰণে আইনগত বাধা-নিষেধ একো নাই— কিন্তু জনমতে তেওঁলোকক কংগ্ৰেছৰ বাহিৰত ৰাখিব বুলি মই আশা কৰিছোঁ। তেওঁলোকে নিজে কংগ্ৰেছৰ সভ্য হ'বলৈ নিবিচাৰিব বুলি মই আশা কৰিছোঁ। কাৰণ সেইখিনি লাজ তেওঁলোকৰ থকা উচিত।

মোৰ কথাবোৰ যেন তেওঁলোকে শুনে। কংগ্ৰেছৰপৰা তেওঁলোকৰ নাম মই উঠাই লবলৈ কম। তেওঁলোকৰ সংঘৰ কথা যেন তেওঁলোকে পাহৰি যায়। অতি সোনকালে দৃঢ়ভাৱে সৈতে তেওঁলোকে তেওঁলোকৰ অনৈতিক ব্যৱসায় এৰি দিয়ে যেন। এই ব্যৱসায় এৰি দিলেহে তেওঁলোকে শৃংখলা শিকিবৰ কাৰণে সূতা কাটিবলৈ লব পাৰিব। বোৱাকটা বা আন অৰ্থ উপাৰ্জনৰ শুদ্ধ কাম জীৱিকাৰ কাৰণে তেওঁলোকে লব পাৰে।

ইয়ং ইণ্ডিয়া : ২৫-৬-২৫

( সত্তৰ )

## দুঃখজনক অভিজ্ঞতা

"আপুনি এতিয়া বঙ্গদেশৰ বহুতো নগৰ আৰু গাওঁ পৰিভ্ৰমণ কৰি আছে, সেইকাৰণে বঙ্গদেশৰ সমাজ জীৱনৰ অতি আন্ধাৰ ফাল এটালৈ আপোনাৰ দৃষ্টি আকৰ্ষণ কৰিবৰ কাৰণে এই সুবিধাকণ ললোঁ। এই বিষয়ে আপোনাৰ উপদেশ বা আপোনাৰ গোহাৰিয়ে সহায় কৰিব বুলি

প্ৰতি আশা কৰিছোঁ। কোনো এক বিশেষ জাতি বা সম্প্ৰদায়ক ঘৃণনীয় বা নিন্দনীয় কৰি তোলা মোৰ অভিপ্ৰায় নহয়। মই কেৱল বঙ্গদেশৰ প্ৰকৃত অৱস্থাৰ প্ৰতি আপোনাৰ মনোযোগ আকৰ্ষণ কৰিব খুজিছোঁ।

বঙ্গদেশত প্ৰত্যেক দিনে হোৱা ছোৱালী-অপহৰণ কৰা ঘটনাৰ প্ৰতি নিশ্চয় আপোনাৰ মনোযোগ আকৰ্ষণ কৰা হৈছে বুলি মোৰ বিশ্বাস। এই নৈতিক বিস্ফোৰণবোৰে আমাৰ সমাজ জীৱনৰ ভিতৰত কিবা এটা ভুল আছে বুলি নিৰ্ভুলভাৱে ইঙ্গিত দিয়ে।

বঙ্গদেশৰ জিলা কিছুমানত গণিকাবৃত্তি আৰু দুৰ্নীতিৰ প্ৰচলন দেখি সঁচাকৈয়ে আচৰিত লাগে। বঙ্গদেশৰ পশ্চিমাঞ্চলত আৰু উত্তৰ আৰু পূব অঞ্চলৰ বহুতো মৰাপাটপ্ৰধান এলেকাত গাঁৱৰ- বজাৰতো আনকি গণিকালয় প্ৰয়োজনীয় হৈ পৰিছে। বন্দৰ বুলি কোৱা ঠাইৰ ডাঙৰ ডাঙৰ বজাৰবিলাকৰ অৱস্থা সহজেই অনুমান কৰি লব পাৰি। মৰাপাট ব্যৱসায়ৰ ব্যস্ত মাহকেইটাত ডাঙৰ ডাঙৰ মৰাপাটৰ দোকানবোৰে নাওঁ আদিত ওপঙি থকা গণিকালয় কৰি গণিকালয়বোৰৰ সংখ্যা বেছি কৰি পেলায়। অগণন গণিকাই এই ঠাইবোৰ কলুষিত কৰে আৰু তেওঁলোকৰ নাৰকীয় ব্যৱসায় নাওঁ আদিত চলাই থাকে। এই নাওঁবোৰ বজাৰৰ দাঁতিয়ে দাঁতিয়ে বান্ধি থোৱা হয়। বঙ্গদেশৰ বহুতো ঠাইত হোৱা সকলো মেলালৈকে এই অসুখী তিৰোতাবিলাক যায়। তেওঁলোকে মেলাৰ ঠাইত সাময়িকভাৱে কিছুমান চালি সাজি মেলা প্ৰদৰ্শন কৰা পুৰুষৰ মন যোগায়। বঙ্গদেশৰ কিছুমান জিলাত জমিদাৰবিলাকৰ ঘৰত এই-বিলাক গণিকাই থাকিবলৈ লয়। কাৰণ এওঁলোকক সাধাৰণতে জমিদাৰ আৰু তেওঁৰ বিষয়াসকলে পৃষ্ঠপোষকতা কৰে। ময়মনসিংহ, ৰাজসাহী আৰু পাবনা জিলাৰ এই কথাত কুখ্যাতি আছে। ছোৱালী অপহৰণ আৰু বলাৎকাৰৰ ঘটনা এই জিলা কেইখনতে বেছিকৈ হয়। এইটো কথা স্বাভাৱিকতে ধাৰণা কৰি লব পাৰি।

বঙ্গদেশত প্ৰায় চাৰি লাখ বৈষ্ণৱ বা বৈৰাগী আছে (প্ৰকৃত সংখ্যা—পুৰুষ ১,৭৪,৪৯৭ আৰু তিৰোতা ২,০৩,৬১০)। এই মানুহবিলাকৰ বেছি ভাগে গান গাই ভিক্ষা কৰি জীৱিকা নিৰ্বাহ কৰে। সমাজৰ ৰঘুমলাবিলাকক পোহপাল দিবৰ কাৰণে বঙালী মানুহে তিনি কোটি টকা বছৰে খৰচ কৰে। এই বৈষ্ণৱ সম্প্ৰদায়টো হিন্দুসমাজৰ আৱৰ্জনা পেলোৱা ঠাই বুলি গণ্য হয়। বৈষ্ণৱ তিৰোতাসকলৰ মাজত অপহৰণ ঘটনা বেছিকৈ হয়। ধৰ্মৰ মুখা পিন্ধি এই হতভগীয়াসকলে বৰ দুখৰ দুৰ্নীতিমূলক জীৱন যাপন কৰে। মোৰ কথাখিনিৰ সত্যাসত্য জানিবৰ কাৰণে এই বিষয়ে আপুনি তলে তলে অনুসন্ধান কৰে যেন। যঁতৰৰ প্ৰৱৰ্তন আৰু লগতে ভাল-বেয়া বিচাৰ নকৰি কৰা দান-দক্ষিণা বন্ধ কৰিলে এই চাৰি লাখ মানুহক ৰক্ষা কৰিব পৰা হব আৰু তেওঁলোক মূল্যবান সম্পদ স্বৰূপ হৈ পৰিব।

কলিকতা আৰু কলিকতাৰ আশপাশৰ ঠাইবোৰৰ অৱস্থাও একেদৰেই অতি বেয়া। বঙ্গদেশৰ পশ্চিমাঞ্চলৰ মিদ্নাপুৰ, বাঙ্কুৰা, বীৰভূম আৰু বৰ্ধমান জিলাত অতিশয় দৰিদ্ৰ অৱস্থাৰ কাৰণে গাঁৱৰ ঘৰবাৰী এৰি কলিকতা আৰু কলিকতাৰ উপকণ্ঠ অঞ্চলত গোট খাইছেহি। কলিকতালৈ আহি এই তিৰোতাবিলাকে ঘৰত কাম কৰা ছোৱালী বা লিগিৰী আৰু পানৱালী হিচাপে অতি সন্দেহজনক জীৱন যাপন কৰে। এই অঞ্চলৰ জনসাধাৰণৰ নৈতিক মানদণ্ড অতি কম—যৌনব্যাধি আৰু কুষ্ঠব্যাধি এই জিলাকেইখনত বেছিকৈ বিয়পাৰ ইও এটা কাৰণ। বঙ্গদেশৰ ১৫,৪৫১ জন কুষ্ঠৰোগীৰ ভিতৰত ৭,২৪০ জন (প্ৰায় আধাভাগ) বৰ্ধমান জিলাৰপৰা অহা। বঙ্গদেশৰ এইকেইখন জিলাৰ অৱস্থা অতি জুৰুলা হৈ আহিছে জনসংখ্যাও ইয়াত কমি আহিছে। এই জিলাকেইখনত বঙ্গদেশৰ আন আন জিলাতকৈ মদৰ প্ৰচলন বেছি।

কলিকতাৰ নাট্যশালাবোৰ বেছিকৈ পতিতাসকলেই চলায়। এই

নাট্যশালাবোৰত বহুতো ছাত্ৰ আৰু খ্যাতনামা ব্যক্তিৰ সমাগম হয়। ডাঙৰ ডাঙৰ ৰাজহুৱা সভা এই ৰঙ্গমঞ্চত হয়। অভিনেত্ৰী আৰু নৰ্তকীসকলক প্ৰশংসা কৰি দৈনিক বাতৰি কাকতত সুদীৰ্ঘ সমালোচনা হয় ( দুৰ্ভাগ্যবশতঃ ইয়াৰে কিছুমান প্ৰভাৱশালী জাতীয়তা-বাদী কাকত )। ইয়াৰ বাহিৰেও সচিত্ৰ বঙলা আলোচনী কিছুমান আছে—এই আলোচনীবোৰে নাটক আৰু নৃত্যত বিশেষ গুৰুত্ব আৰোপ কৰে। বৰ্তমান বঙলা সাহিত্যত নীচ সাহিত্যৰ উৎপাদন দহবছৰৰ আগতকৈ বোধকৰোঁ বহুত বেছিহে হৈছে।

এইবোৰ কথাই আমাক নিৰুৎসাহ কৰিছে—হতাশৰ ডাৱৰে মনক আৱৰি ধৰিছে।

এইবোৰ কথা দেখি তলৰ কথাকেইটাৰ প্ৰতি আপোনাৰ মত ৰাইজক জনাবলৈ অতি বিনয় সহকাৰে মই আপোনাক অনুৰোধ কৰিলোঁ ঃ

(১) কংগ্ৰেছৰ সভ্য বা স্বেচ্ছাসেৱক বা যেয়ে জাতীয়তাবাদী কৰ্মী হবলৈ ইচ্ছা কৰে তেওঁলোকে মহিলাই চলোৱা ৰঙ্গমঞ্চ বা ছবিঘৰত নানা ভঙ্গিমাৰ মনোমোহা কামোদ্দীপক চিত্ৰ চাব লাগেনে নেলাগে ?

(২) এনেকুৱা প্ৰেক্ষাগৃহত ৰাজহুৱা সভা হব লাগেনেকি ?

(৩) ভাৰতীয় জাতীয়তাবাদী কাকতে তিৰোতাই কৰা নৃত্য-গীত, নৃত্যশালা আৰু অভিনেত্ৰীসকলৰ গুণ-গান প্ৰচাৰ কৰিব লাগেনেকি ? সুৰা আৰু আন ৰাগীয়াল বস্তুৰ প্ৰচাৰ এই কাগজ-বিলাকে কৰিব লাগেনেকি ?

(৪) ছাত্ৰ আৰু কংগ্ৰেছসেৱীসকলে ধূমপান আৰু মদ্যপান কৰা অনুচিত নহয় জানো ?

ব্যৱসায়ীসকলৰপৰা মই বিশ্বস্তসূত্ৰে জানিব পাৰিছোঁ যে চট্টগ্ৰাম জিলাত প্ৰতি মাহত পঞ্চাশ হেজাৰ টকাৰ চিগাৰেট বিক্ৰী হয়। ( নগৰখনৰ জনসংখ্যা ৩৬,০৩০ আৰু গোটেই জিলাৰ জনসংখ্যা ১,৬১১,৪২২ )।

(৫) পৌৰসভা আৰু লোকেলবোৰ্ডবিলাকে মদ নিবাৰণ কৰিবলৈ আৰু মদখোৱা ঠাইবোৰ গুচাবলৈ চেষ্টা কৰিব নেলাগেনে? সমাজৰ এই ব্যাধিবিলাক আঁতৰাবৰ কাৰণে এই সভাবোৰে যিমান পাৰে সিমানকৈ চেষ্টা চলাব নেলাগেনে ?”

এই চিঠিখন মোৰ হাতত চট্টগ্ৰামত দিছিল। পঢ়িবলৈ সময় সুবিধা পালেই পঢ়িম বুলি ভাবি চিঠিখন মোৰ চোলাৰ জেপতে থৈছিলোঁ। পাঠকসকলে জানে যে পতিতা ভগিনীবিলাকক তেওঁলোকৰ ভুল কামৰপৰা আঁতৰ কৰিবলৈ লোৱা কামটো তেওঁলোকক পাপ কাম কৰিবলৈ অনুমতি পত্ৰ দিয়াৰ দৰেহে হল। গণিকাবৃত্তি এটা ডাঙৰ আৰু ক্ৰমে বাঢ়ি অহা কু-কথা। পাপকামক ধৰ্ম বুলি পৰিগণিত কৰাৰ ইচ্ছা—কলাৰ পৱিত্ৰ নামত কু-কথাক ক্ষমা কৰা বা আন কিবা ভুৱা ভাব-প্ৰৱণতাই এই নীচ কাৰ্যক এটা সম্মানিত মৰ্যাদা দিছে কাৰণে এই নৈতিক কুষ্ঠব্যাধি দেখিবলৈ পোৱা যায়। কিন্তু পত্ৰলিখকজনে বৰ্ণনা কৰা ভয়ঙ্কৰ অৱস্থাৰ কথা শুনিবলৈ মই প্ৰস্তুত নাছিলোঁ। তেওঁ এই কু-কথা অতিৰঞ্জিতকৈ কৈছে যেন লাগিছে। মোৰ পৰিভ্ৰমণ কালত বহুত ঠাইৰপৰা মই খবৰ পাইছোঁ—বহুতৰে সৈতে মোৰ কথাবাৰ্তা হৈছিল। ঈশ্বৰৰ প্ৰতি বিশ্বাস নোহোৱা বা যান্ত্ৰিকভাৱে ঈশ্বৰৰ প্ৰতি বিশ্বাস থকা লাহ-বিলাহ আৰু আৰামত মত্ত হোৱা এই যুগটোৱে ক্ষমতাৰ উচ্চ শিখৰত অধিষ্ঠিত হৈ ৰোম সাম্ৰাজ্যৰ যেনেকৈ অধঃপতন হৈছিল তাকেই সোঁৱৰাই দিয়ে। এই গণিকাবৃত্তি ভয়ানক কু-প্ৰথা যদিও ইয়াৰ নিৰাময়ৰ উপায় দিব নোৱাৰি। লণ্ডনত এই পাপে ভৰি আছে। পেৰিচ নগৰী এই অধৰ্মৰ কাৰণে কুখ্যাত। এই বৃত্তি তাত এটা অনুকৰণীয় ধুন হৈ পৰিছে। আইনে এই বৃত্তিক বাধা দিব পৰাহেঁতেন—অতি উচ্চভাৱে সংগঠিত এই জাতিকেইটাই তেওঁলোকৰ ৰাজধানী কেইখনৰপৰা এই অধৰ্মমূলক কাম নিৰ্মূল কৰি দিলেহেঁতেন। মোৰ দৰে সমাজ সংস্কাৰকসকলৰ লিখনীয়ে এই কু-কথাৰ বিৰুদ্ধে ভালকৈ যুঁজিব নোৱাৰিব। ইংলণ্ডৰ

ৰাজনৈতিক প্ৰভুত্ব বেয়া, সাংস্কৃতিক প্ৰভুত্ব তাতোকৈয়ো হেজাৰ গুণে বেয়া। আমি ৰাজনৈতিক বশ্যতাক বেয়া পাওঁ। সেইকাৰণে ৰাজনৈতিক প্ৰভুত্বক বাধা দিবলৈ চেষ্টা কৰোঁ। সাংস্কৃতিক প্ৰভুত্বক আমি আঁকোৱালি লওঁ। অন্ধ প্ৰেমত মত্ত হৈ সাংস্কৃতিক প্ৰভুত্বক সম্পূৰ্ণভাৱে প্ৰশ্ৰয় দিলে ৰাজনৈতিক প্ৰভুত্বক বাধা দিব নোৱাৰিম বুলি আমি উপলব্ধি নকৰোঁ। মোৰ কথা যেন ভুলকৈ নুবুজে। বৃটিছ শাসনৰ আগতে গণিকাবৃত্তি ভাৰতবৰ্ষত নাছিল বুলি মই কব খোজা নাই। কিন্তু এতিয়াৰ দৰে তেতিয়া এই বৃত্তি ইমান ব্যহুলভাৱে প্ৰচলিত নাছিল বুলি মই কৈছোঁ। ওপৰৰ শ্ৰেণীৰ অতি কম মানুহৰ মাজত এই বৃত্তি আবদ্ধ আছিল। এতিয়া এই বৃত্তিয়ে মধ্যবিত্ত শ্ৰেণীৰ ডেকাসকলক নষ্ট কৰিছে। দেশৰ যুৱকসকলৰ ওপৰতে মোৰ আশা। এই অধৰ্মৰ ফাঁদত পৰা এনেকুৱা ডেকাবিলাক প্ৰকৃততে বদ্ স্বভাৱৰ নহয়। গভীৰভাৱে চিন্তা নকৰাকৈয়ে এওঁলোকে অসহায়ভাৱে এই অধৰ্মৰ পিনে খোজ লৈছে। তেওঁলোকক আৰু সমাজক এই বৃত্তিয়ে কিমান অন্যায় কৰিছে তেওঁলোকে তাক উপলব্ধি কৰিব লাগে। কঠোৰ সংযতপূৰ্ণ জীৱনেহে কেৱল তেওঁলোকক আৰু দেশক ধ্বংস হৈ যোৱাৰপৰা উদ্ধাৰ কৰিব পাৰিব। তদুপৰি অকল শৃংখলা মানি চলিলেই বেছি একো কাম নিদিয়ে। তেওঁলোকে ঈশ্বৰক চিন্তা কৰি সকলো প্ৰলোভনৰপৰা তেওঁলোকক ৰক্ষা কৰিবৰ কাৰণে ঈশ্বৰৰ সহায় প্ৰাৰ্থনা কৰিব লাগিব। সন্ত পুৰুষসকলে গীতাত এই বুলি সঁচা কথাই কৈ গৈছে: "উপবাস কৰি মানুহে নিজৰ দেহক সংযত কৰি ৰাখে যদিও ভোগস্পৃহা থাকিয়েই যায়। ঈশ্বৰৰ দৰ্শন পালে সকলো ইচ্ছা নাইকিয়া হয়।" ঈশ্বৰৰ সমুখীন হোৱা মানে ঈশ্বৰৰ অস্তিত্ব অন্তৰত উপলব্ধি কৰা। একো নোকোৱাকৈয়ে শিশুৱে মাকৰ মৰম বুজি পায়। শিশুৱে মাকৰ মৰমৰ অস্তিত্বৰ প্ৰশ্ন কেতিয়াবা কৰে জানো? আনৰ আগত মাকৰ মৰম প্ৰমাণ কৰি দেখুৱাব পাৰিব জানো? বিজয় গৰ্বেৰে শিশুৱে মাকৰ মৰম আছে বুলি কয়।

ঈশ্বৰৰ অস্তিত্বৰ বিষয়েও একেদৰেই কব পাৰি। ঈশ্বৰক যুক্তিৰে বিচাৰ কৰিব নোৱাৰি। কিন্তু ঈশ্বৰৰ অস্তিত্বৰ বিষয়ে মানুহে অভিজ্ঞতা লাভ কৰিছে। পাৰ্থিৱ শিক্ষা প্ৰদান কৰা গুৰুসকলৰ কথা আমি অস্বীকাৰ নকৰোঁ, তেনেদৰে আমি তুলসীদাস, শ্ৰীচৈতন্য, ৰামদাস আদি কৰি অগণণ আধ্যাত্মিক গুৰুৰ অভিজ্ঞতাও যেন অস্বীকাৰ নকৰোঁ।

কংগ্ৰেছৰ মানুহে নাটঘৰলৈ যোৱাটোকে ধৰি তেওঁ বৰ্ণনা কৰা কামবোৰ কৰিব পাৰিবনে নোৱাৰে বুলি পত্ৰলিখকজনে সুধি পঠিয়াইছে। আইনৰ দ্বাৰা মানুহক ভাল কৰিব নোৱাৰি বুলি মই আগতেই কৈ আহিছোঁ। বলেৰে মোৰ মতলৈ আনিবলৈ মোৰ যদি ক্ষমতা থাকিলেহেঁতেন মই কুখ্যাত তিৰোতাবিলাকক অভিনেত্ৰী হৈ অভিনয় কৰিবলৈ নিদিলোঁহেতেন। ধূমপান, সুৰাপান বন্ধ কৰিলোঁ-হেতেন। ভাল নাম থকা আলোচনীত প্ৰকাশ পোৱা নীচ প্ৰকৃতিৰ প্ৰচাৰত নিশ্চয় বাধা দিলোঁহেতেন। অশ্লীল সাহিত্য বন্ধ কৰিব লাগে বুলি কলোঁহেতেন আৰু আমাৰ আলোচনীৰ পাত লেতেৰা কৰা অশ্লীল চিত্ৰৰ প্ৰকাশ বন্ধ কৰিলোঁহেতেন। কিন্তু দুৰ্ভাগ্যবশতঃ বলেৰে মোৰ মতলৈ অনা ক্ষমতা মোৰ নাই। এই শক্তি মোৰ থকা হলে ভাল হ'লহেঁতেন। কিন্তু এই সকলোবোৰ কথা ৰাজ্য চৰকাৰে বা কংগ্ৰেছ চৰকাৰে আইনৰ দ্বাৰা নিয়ন্ত্ৰণ কৰিব খুজিলে বেমাৰতকৈ প্ৰতিকাৰ বেয়াহে হব। এই কথাবোৰৰ কাৰণে বুদ্ধিযুক্ত, জ্ঞানী, সুস্থ আৰু পবিত্ৰ জনমত লাগে। বান্ধনীঘৰক গা-ধোৱা ঘৰ বা গোহালি ঘৰ কৰিব নেলাগে বুলি একো আইন নাই। কিন্তু জনমতে তাৰমানে জনসাধাৰণৰ ৰুচিবোধে এনে কাম ভাল নেপাব। জনমতৰ ক্ৰমবিকাশ কেতিয়াবা কেতিয়াবা বৰ লাহে লাহে হয়। কিন্তু জনমতেহে এই সকলোবোৰ কথা আঁতৰ কৰিব পাৰিব।

ইয়ং ইণ্ডিয়া : ৯-৭-২৫

## ( একসত্তৰ )

# জুৱা আৰু কুবৃত্তি

কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা লাভ কৰা প্ৰদেশকেইখনত প্ৰচুৰ আশাৰ সঞ্চাৰ হৈছিল। কিছুমান আশা-আকাঙ্খা ন্যায়সঙ্গত—এই আশা পূৰণ হব। তাত কোনো সন্দেহ নাই। কিছুমান আশা পূৰণ কৰিব নোৱাৰি। জুৱা খেলা মানুহবোৰে বোম্বাইত জুৱাখেল আইনসঙ্গত হব বুলি ভাবিছিল আৰু জুৱাৰ গোপন আড্ডাবিলাক অপ্ৰয়োজনীয় হৈ উঠিব বুলি ভাবিছিল। বোম্বাইত জুৱাখেল ক্ৰমে বৃদ্ধি পাই আহিছে —এইটো বৰ দুৰ্ভাগ্যৰ কথা। সকলো জুৱাখেলক ন্যায়সঙ্গত কৰিলেও বে-আইনী আড্ডাবিলাক নেথাকিব বুলি মই নিশ্চিত হৈ কব নোৱাৰোঁ। বোম্বাইত জুৱাখেল কিছুদূৰ আইনসঙ্গত হৈ আছে। কোনোৱে কৈছে যে বোম্বাইৰ টাৰ্ফ ক্লাবে ঘোঁৰাদৌৰ খেলত একক স্বত্বাধিকাৰ পাই আছে। এই টাৰ্ফ ক্লাবত অতিৰিক্ত প্ৰৱেশদ্বাৰ কিছুমান খুলি দিলে দুখীয়া মানুহৰ কাৰণে জুৱা খেলিবলৈ সহজ হব। ইয়াৰ দ্বাৰা বহুতো ৰাজহ সংগ্ৰহ কৰিব পৰা হব বুলিও আশা দেখুৱাইছে। সেইবোৰ আড্ডা নিয়ন্ত্ৰণ কৰিবলৈ আৰু অনুমতি-পত্ৰ দিবৰ কাৰণেও একে ধৰণৰ পৰামৰ্শই আগবঢ়াইছে। কু-কৰ্ম আইনসঙ্গত নকৰিলেও চলি থাকিব; সেইকাৰণে সুৰাপান-গৃহলৈ যোৱা মানুহৰ নিৰাপত্তাৰ কাৰণে সুৰাপান আইনসঙ্গত কৰা বাঞ্ছনীয় বুলি যুক্তি প্ৰদৰ্শন কৰে। মন্ত্ৰীসকলে যেন এই ফাঁদত নপৰে। সুৰাপান-গৃহবোৰ গুচাবৰ কাৰণে তিৰোতাসকলে দুই ধৰণে প্ৰচাৰৰ কাম কৰিব পাৰিলে প্ৰকৃত কাম হব। যিবিলাক তিৰোতাই নিজৰ সন্মানৰ বিনিময়ত জীৱিকা অৰ্জন কৰে তেওঁলোকৰ মাজত প্ৰচাৰৰ কাম কৰিব লাগে আৰু পুৰুষসকলে নেজানি বা অবলা বুলি কোৱা ভগিনীস্বৰূপ নাৰীসকলৰ প্ৰতি ভাল

ব্যৱহাৰ কৰিবলৈ কৈ পুৰুষক লাজ দিব লাগে। বহুত বছৰৰ আগতে উনৈশ শতিকাৰ প্ৰথম ভাগত বোম্বাইৰ অলিয়ে-গলিয়ে থকা কুখ্যাত গৃহবোৰত সাহসী উদ্ধাৰ বাহিনীৰ লোকসকলে নিজৰ জীৱন বিপন্ন কৰি পিকেটিং কৰা কথা মোৰ মনত আছে। এনেকুৱাকৈ বৃহদাকাৰে সংগঠন কৰিব পৰা নহব বুলি মই নেভাবোঁ। ঘোঁৰাদৌৰ খেল আমাৰ দেশলৈ পশ্চিমৰপৰা আহিছে। মই নিজৰ মতে কৰিব পৰা হলে ঘোঁৰাদৌৰে এতিয়ালৈকে পাই থকা আইনৰ ৰক্ষাকবচ মই লৈ আহিলোঁহেতেন। আত্মশুদ্ধি কংগ্ৰেছৰ কাৰ্যক্ৰমণিকা বুলি ১৯২০ চনত প্ৰস্তাৱ লোৱা হৈছে—কু-বৃত্তিৰপৰা কংগ্ৰেছে ৰাজহ লাভ কৰিব নোখোজে। মন্ত্ৰীসকলে তেওঁলোকে লাভ কৰা কৰ্তৃত্ব প্ৰয়োগ কৰি জনমত শুদ্ধপথে পৰিচালিত হবৰ কাৰণে শিক্ষা দি উচ্চ মহলত চলি থকা জুৱাখেল বন্ধ কৰিব লাগে। তথাকথিত উচ্চ পদত অধিষ্ঠিত লোকৰ বদ্ অভ্যাস সাধাৰণ ৰাইজে অনুসৰণ নকৰিব বুলি আশা কৰি লাভ নাই। ভাল জাতিৰ ঘোঁৰা জন্মাবৰ কাৰণে ঘোঁৰাদৌৰ প্ৰয়োজনীয় বুলি যুক্তি প্ৰদৰ্শন কৰা হয়—এই কথাৰ সত্যতা থাকিব পাৰে। জুৱাখেল নকৰাকৈ ঘোঁৰাদৌৰ কৰিব নোৱাৰিনেকি? জুৱাখেলো ভাল জাতৰ ঘোঁৰা জন্মাবৰ কাৰণে প্ৰয়োজনীয়নেকি?

**হৰিজন : ৪-৯-৩৭**

## ( বাসন্তৰ )

# আমাৰ অভাগী ভগিনীসকল

দাক্ষিণাত্যত পোৱা অভিনন্দনবিলাকৰ ভিতৰত দেৱদাসীসকলৰ অভিনন্দনখনে মোক আটাইতকৈ অভিভূত কৰি তুলিছিল। দেৱদাসী হ'ল গণিকা শব্দৰ পৰিৱৰ্তে ব্যৱহৃত হোৱা এটা শুৱলা নাম। এই অভিনন্দনখন

এই অভাগী দেৱদাসীসকলৰ সম্প্ৰদায়ৰ মানুহে লিখি লৈ আহিছিল। অভিনন্দনখন অনা সঁজাতি দলৰপৰা জানিলোঁ যে সংস্কাৰৰ কাম তেওঁলোকৰ ভিতৰৰপৰা হৈ আছে ; কিন্তু এই কাম বৰ ধীৰ গতিৰে আগবাঢ়িছে। সৰ্বসাধাৰণ ৰাইজ এই সংস্কাৰমূলক কামৰ প্ৰতি সহানুভূতিশীল নহয় বুলি সঁজাতি দলৰ নেতাগৰাকীৰপৰা জানিব পাৰিছিলোঁ। এই কথাটো শুনি কোকনাদত মই প্ৰথম মনত আঘাত পাইছিলোঁ। দ্বিতীয়বাৰ পাইছিলোঁ বৰিশালত—ইয়াত মই এশগৰাকীমান দুৰ্ভগীয়া ভগিনী লগ পাইছিলোঁ। দেৱদাসী বা আন নাম হলেও সমস্যাটো একেই। কিছুমান তিৰোতাই পুৰুষৰ কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে নিজৰ সতীত্বক বেচি দিবলগীয়া হয়—এইটো বৰ দুখ, লাজ আৰু গভীৰ অপমানজনক কথা। তথাকথিত অবলাসকলক অধঃপতনলৈ নিয়া কাৰণে আইনদাতা পুৰুষসকলে গুৰুতৰভাৱে প্ৰায়শ্চিত্ত হব লাগিব। পুৰুষৰ ফাঁদ কৌশলৰপৰা মুক্ত হৈ পুৰুষে কৰা আইন অনুষ্ঠানৰ বিৰুদ্ধে তিৰোতা সম্পূৰ্ণভাৱে জাগ্ৰত হৈ বিদ্ৰোহ কৰি উঠিলে তেওঁলোক কৃতকাৰ্য নোহোৱাকৈ নেথাকে। তিৰোতাৰ বিদ্ৰোহ অহিংস বিদ্ৰোহ হব—তাত কোনো সন্দেহ নাই। পুৰুষৰ অসঙ্গত অনৈতিক আনন্দ উপভোগৰ কাৰণে হেজাৰ হেজাৰ ভগিনীয়ে লজ্জিত জীৱন যাপন কৰিবলগীয়া হৈছে—এই কথা পুৰুষে চিন্তা কৰি চোৱা উচিত। এই নাৰকীয় আড্ডালৈ যোৱা বেছিভাগ পুৰুষেই বিবাহিত—এই কথাটো অতি দুখলগা। এই পুৰুষসকলে দুবিধ পাপ কৰে। তেওঁলোকে নিজৰ পত্নীৰ ওচৰত আনুগত্যৰ শপত লৈছিল—এই শপত তেওঁলোকে ভঙ্গ কৰে। ভগিনী জ্ঞান কৰি ভগিনীসকলৰ পৱিত্ৰতা ৰক্ষা কৰা তেওঁলোকৰ কৰ্তব্য। এই কৰ্তব্যও তেওঁলোকে পালন নকৰি দুবিধ পাপ কৰে। ভাৰতৰ পুৰুষসকলে নিজৰ মৰ্যাদা উপলব্ধি কৰিব পাৰিলে এই কু-কথা ভাৰতত এদিনো থাকিব নোৱাৰে।

আমাৰ মাজৰ অতি সম্ভ্ৰান্ত ব্যক্তিসকলৰ যদি এই দোষ নেথাকিলেহেঁতেন এই ধৰণৰ আনন্দ উপভোগ ভোকাতুৰ এজনে খাদ্যবস্তু চুৰি

কৰা বা টকাৰ কাৰণে হাবাথুৰি খাই ফুৰা ডেকা লৰাৰ জেপলুৰুকা অপৰাধতকৈ এই অপৰাধ ডাঙৰ বুলি পৰিগণিত হ'লহেঁতেন। সমাজৰ কাৰণে কি বেছি বেয়া আৰু অনিষ্টকাৰী—সম্পত্তিৰ হৰণ নে তিৰোতাৰ সন্মান অপহৰণ ? গণিকাবোৰে নিজৰ সন্মানৰ বিনিময়ত জীয়াই থাকিব খুজি দোষণীয় কাম কৰে ; কিন্তু ঘোঁৰাদৌৰ পথাৰত থকা লাখপতি-জন—যাৰ জেপ এই পৌঁচাদাৰী জেপলুৰুকা চোৰে কাটে—একেই দোষেৰে দোষণীয় নহয় বুলি মোক যেন কোনেও বুজাব নোখোজে। কোন বাৰু অধম ? জেপলুৰুকা বজৰুৱা লৰাটো নে আছুদি খুৱাই এজন মানুহৰ গোটেই সম্পত্তি আত্মসাৎ কৰি লোৱা দুৰ্বৃত্তজন ? পুৰুষে নিজৰ কলাকৌশলেৰে প্ৰথমতে নাৰীৰ সকলো মহৎ অনুভূতি অপহৰণ কৰি নিজৰ বিৰুদ্ধে দোষণীয় কাম কৰিবৰ কাৰণে তিৰোতাক এটা পক্ষ কৰি নলয়নে ? নতুবা কিছুমান তিৰোতা 'পঞ্চম'বিলাকৰ দৰে নীচ আৰু ঘৃণিত জীৱন যাপন কৰিবলৈকে জন্ম গ্ৰহণ কৰিছেনেকি ? কি বিবাহিত, কি অবিবাহিত সকলো ডেকাকে মই লিখা কথাৰ তাৎপৰ্য চিন্তা কৰি চাবলৈ অনুৰোধ কৰোঁ। সমাজৰ এই নৈতিক কুষ্ঠ-ব্যাধিৰ বিষয়ে মই জনা সকলো কথা মই লিখিব নোৱাৰোঁ। কল্পনাৰে তেওঁলোকে বাকীখিনি কথা ভাবি লব লাগিব। এই অপৰাধত অপৰাধী যদি তেওঁলোকে লাজ আৰু ভয়েৰে সংশোধিত কৰি লব লাগিব। শুদ্ধচিত্তৰ প্ৰতিজন মানুহে নিজৰ প্ৰতিবেশ পৱিত্ৰ কৰিবৰ কাৰণে সাধ্যানুসাৰে কাম কৰিব লাগে। পিচৰ কথাখিনি কাৰ্যত পৰিণত কৰাতকৈ লিখিবলৈ সহজ বুলি মই জানোঁ। এইটো অতি সূক্ষ্ম বিষয়। এই কাৰণেই প্ৰতিজন চিন্তাশীল ব্যক্তিয়ে এই কথাত মনোযোগ দিব লাগে। অভাগী ভগিনীসকলৰ মাজত কাম কৰিবলৈ বিশেষজ্ঞসকলক দিব লাগে। এই কুখ্যাত ঠাইবোৰলৈ যোৱা পুৰুষ-সকলৰ মাজতো কাম কৰিব লাগে বুলি মই পৰামৰ্শ দিওঁ।

ইয়ং ইণ্ডিয়া : ১৬-৪-২৫

( তেসত্তৰ )

## দ্বৈত অপৰাধ

নৈতিক আৱৰ্জনাই মনত বৰ গভীৰ সাঁচ বহুৱায়। তিৰোতাসকল নিজৰ আত্মীয় পুৰুষসকলৰ মাজত বহি থকাটো এটা বৰ দুখলগা দৃশ্য আছিল। অসৎ ৰীতি-নীতিয়ে সৃষ্টি কৰা পৰিস্থিতিৰপৰা কেনেকৈ মুক্তি পাব পাৰি মুনিহ-তিৰোতা উভয়ে নেজানে। "আমাৰ কোনেও এই কথা ভাল নেপায ; কিন্তু আমি কেনেকৈ জীৱন ধাৰণ কৰিম ?" —এইবুলি অসহায়ভাৱে তেওঁলোকে কান্দি উঠে। "মই যদি তোমালোকক লৈ গৈ ভাত-কাপোৰ-শিক্ষা দি পৱিত্ৰ পবিবেশত থৈ দিওঁগৈ তোমালোকে এই লজ্জাৰ জীৱন ত্যাগ কৰি মোৰ লগত আহিবানে ?"—গান্ধীজীয়ে এইবুলি সুধিছিল। তেওঁলোকে "আহিম" বুলি কৈছিল ; কিন্তু গান্ধীজীয়ে এই বিষয়ে এটা মিছা ধাৰণা লৈ থকা নাই। তেখেতে বক্তৃতাত এই বিষয়ে কৈছিল আৰু অপৰাধীসকলৰ সুপ্ত বিবেকক অগ্নিময়ী ভাষাৰে দোষাৰোপ কৰিছিল।

"তেওঁলোকৰ লগত কথা পাতি সৰু সৰু ছোৱালীবিলাকক অনৈতিক কামত উৎসৰ্গা কৰা নীতিৰ অন্তৰালত থকা অৰ্থ বুজি পাই মোৰ সৰ্বাত্মা এই নীতিৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিল। এই ছোৱালীবিলাকক দেৱদাসী বুলি কৈ আমি ধৰ্মৰ নামত ঈশ্বৰক অপমানিত কৰোঁ। আমি দুটা অপৰাধ কৰোঁ। এই ভগিনীসকলক আমাৰ কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে প্ৰয়োগ কৰোঁ আৰু একেলগে ঈশ্বৰৰ নামো লওঁ। এনেকুৱা অনৈতিক সেৱাৰ কাৰণে এটা শ্ৰেণী আছে আৰু এই ঘৃণণীয় অনৈতিকতা সহ্য কৰি থকা এবিধ মানুহ আছে বুলি ভাবিলে জীৱনলৈ হতাশা আহে। তেওঁলোকৰ লগত কথা পাতোতে তেওঁলোকৰ চকুত মই একো কু-অভিপ্ৰায় দেখা নাছিলোঁ। আন তিৰোতাৰ দৰে

তেওঁলোক সুন্দৰ অনুভূতি আৰু সৎ চৰিত্ৰসম্পন্না। আমাৰ নিজৰ ভনী সকলৰ লগত তেওঁলোকৰ কি পাৰ্থক্য আছে বাৰু? আমি যদি নিজৰ বাই-ভনীক এনেকুৱা অনৈতিক কাম কৰিবলৈ নিদিওঁ তেন্তে এই ভনী-সকলক এই কামত প্ৰয়োগ কৰিবলৈ আমি কেনেকৈ বাৰু সাহ কৰিব পাৰোঁ? এই কামৰ লগত কিবা প্ৰকাৰে সংশ্লিষ্ট হৈ থকা হিন্দুসকলে যেন সমাজৰ এই কীট নিৰ্মূল কৰে। মই তেওঁলোকক দিয়া প্ৰতিশ্ৰুতি পূৰ্ণ কৰিব পাৰিলে দেৱদাসীসকলৰ বেছিভাগে এই কামৰপৰা আঁতৰি যাব বুলি প্ৰতিজ্ঞা কৰিছে। তেওঁলোকে এই কাম এৰিব নোৱাৰিলে মই তেওঁলোকক দোষাৰোপ নকৰোঁ—তেওঁলোক থকা সমাজখনক মই দোষাৰোপ কৰিম। এই ভগিনীসকলক সমাজৰ আপোনালোকেহে বন্ধুত্বৰ হাত আগবঢ়াব পাৰিব—তেওঁলোকৰ লজ্জিত জীৱনৰপৰা আপোনালোকে তেওঁলোকক উদ্ধাৰ কৰিব পাৰিব। আকৌ প্ৰলোভনৰ সমুখীন হ'লে তেওঁলোকে বাধা দিবলৈ টান পাব। পুৰুষে নিজৰ কামনা সংযত কৰিলে আৰু সমাজে এই নীতিৰ বিৰুদ্ধে থিয় দিলে সমাজৰ পৰা এই কু-নীতি সহজে আঁতৰ কৰিব পৰা হব।"*

মহাদেৱ দেশাই।

ইয়ং ইণ্ডিয়া: ২২-৯-২৭

## ( চৌসত্তৰ )

## দেৱদাসী

অক্লান্ত কৰ্মী ডাঃ মুথুলক্ষ্মী ৰেড্ডিয়ে লিখিছে:

"হিন্দু মন্দিৰবোৰৰ দেৱদাসী পদ্ধতিক আপুনি মুক্তকণ্ঠে গৰিহণা দিছে কাৰণে এই কু-কথাৰপৰা উদ্ধাৰ পাবলৈ কৰা ডাঙৰ কাম এটাত আপোনাৰ সহায় বিচাৰি গোহাৰি জনাবলৈ মই সাহ কৰিলোঁ। এই

* গান্ধীজীৰ ময়ৱৰম (তামিলনাদ) পৰিদৰ্শনৰ এটা বিৱৰণীৰপৰা।

অঞ্চলত 'এই কাম কৰা বৰ টান যেন লাগিছে। তথাকথিত শিক্ষিত আৰু কংগ্ৰেছৰ নামজ্বলা মানুহেও মোৰ সংস্কাৰমূলক কামৰ প্ৰতিবাদ কৰিছে আৰু এই কুখ্যাত নিয়মটোৰ সপক্ষে কৈছে।

মই উত্থাপন কৰা 'দেৱদাসী বিল'খন এতিয়া আইনত পৰিণত হৈছে—এই আইনখনত কেৱল ইনামধাৰী দেৱদাসীসকলৰ কথাহে আছে ; কিন্তু এই দেৱদাসীসকলৰ এটা সম্প্ৰদায়ে ধৰ্মৰ নামত নিজকে উৎসৰ্গা কৰি বেশ্যাবৃত্তিৰে জীৱন নিৰ্বাহ কৰে। এই নিয়মটো সৰু সৰু ছোৱালী-বিলাকক লৈ কৰা ব্যৱসায়ৰ বাহিৰে আন একো নহয়। সৰু সৰু ছোৱালীবিলাকক পালিতা কন্যা কৰি লয় ( কাৰণ দেৱদাসীবিলাকক তোলনীয়া পুত্ৰ-পুত্ৰী লবলৈ আমাৰ হিন্দু আইনে অনুমতি দিছে.)। এই ছোৱালীবোৰ অতি কম বয়সৰেপৰা তুলি লয়—এই বয়সত নিৰীহ ছোৱালীবিলাকে নিজৰ বিচাৰ-বুদ্ধিৰে কাম কৰিব নোৱাৰে, অসৎ জীৱন যাপন কৰিবলৈ তেওঁলোকক শিকোৱা হয়। এই কামৰপৰা সৰু সৰু ছোৱালীবিলাকৰ উদ্ধাৰ পাবলৈ একো উপায় নেথাকে। সৰু সৰু শিশুৰ আত্মা আৰু দেহৰ বিনিময়ত ধন ঘটা দুষ্ট প্ৰকৃতিৰ ব্যৱসায়ী-সকলক শাস্তি দিবৰ কাৰণে এই সম্প্ৰদায়ৰে জনাবুজা শিক্ষিত মানুহ-বিলাকৰপৰা মই বহুতো আবেদন-নিবেদন আৰু স্মাৰক-পত্ৰ পাইছোঁ।

ভাৰতীয় দণ্ডবিধিৰ ৩৭২ আৰু ৩৭৩ ধাৰা কাৰ্যকৰী হোৱা নাই। সেইকাৰণে মই আন এখন বিল উত্থাপন কৰিব খুজিছোঁ। এই কামত মই আপোনাৰ আশীৰ্বাদ বিচাৰিছোঁ। যেতিয়ালৈকে মানুহে এটা নীতিৰ কু-কথাবোৰ উপলব্ধি কৰিব নোৱাৰে তেতিয়ালৈকে আইনৰ দ্বাৰা একো কৰিব নোৱাৰি বুলি কিছুমানে কয়। কিন্তু আমাৰ বহুতো মানুহে এই কথা অন্যায় বুলি বুজিছে। মোৰ হাতত আইনৰ ক্ষমতা থাকিলে এনেকুৱা বহুতো ছোৱালীক এনে ধৰণৰ দুৰ্বৃত্তৰূপী মাক-দেউতাকৰপৰা উদ্ধাৰ কৰিব পাৰিম বুলি মই ভাবোঁ।

দেৱদাসী সম্প্ৰদায়ৰ মাজত জাগৰণ দেখা গৈছে, তেওঁলোকে এই বিষয়ে বহুলভাৱে প্ৰচাৰ কৰিছে কিন্তু উচ্চ বৰ্ণৰ মানুহবিলাকে এই

সম্প্ৰদায়ৰ সংস্কাৰৰ কাৰণে কৰা এই প্ৰচেষ্টাত সহায় আগবঢ়োৱা নাই কাৰণে মই দুঃখিত হৈছোঁ। আন আন দেশত আনকি বঙ্গপ্ৰদেশ আৰু বোম্বাই প্ৰদেশতো শিশুৰক্ষা আইন আছে। তাৰ তুলনাত আমাৰ প্ৰদেশখনত শিশুৰক্ষা আইন একেবাৰে নাই বুলিয়েই কব পাৰি।

উন্নতিশীল দেশবোৰত জনমত লৈহে স্বাস্থ্য আৰু নৈতিক সংস্কাৰমূলক কামবোৰ কৰে। এই জনমত গঢ়া কামটো শিক্ষামূলক কামো হৈ পৰে। আমাৰ প্ৰদেশখনত চৰকাৰক বৰকৈ দোষ দিব নোৱাৰি। কাৰণ জাতি-ধৰ্ম নিৰ্বিশেষে সকলো শিশুৰে যত্ন আৰু সহানুভূতিৰ আৱশ্যক বুলি উচ্চ সম্প্ৰদায়ৰ লোক সকলেই ভালদৰে উপলব্ধি কৰা নাই। নিৰীহ শিশুসকলক ভয়াবহ জীৱনৰপৰা উদ্ধাৰ কৰিবৰ কাৰণে উচ্চ সম্প্ৰদায়ৰ মানুহবিলাকে সম্প্ৰদায় আৰু জাতিৰ অন্ধবিশ্বাসবোৰ এৰিব লাগিব।”

মই লিখিকাৰ প্ৰস্তাৱটো অন্তৰেৰে সৈতে সমৰ্থন কৰোঁ। লিখিকাই কৰিব খোজা আইনখন জনমত নোলোৱাকৈ উত্থাপন কৰিব লাগে বুলি মই নেভাবোঁ। প্ৰতিবাদ কৰিব পৰা গোটেই শিক্ষিত জনমত এই পদ্ধতিৰ বিৰুদ্ধে। ৰাইজে নেলাগে বুলি কলে কানিৰ দোকান খোলা মানুহে কানিৰ দোকান লাগে বুলি কলেও ই ধৰ্তব্যৰ কথা নহয়, তেনেকৈয়ে জনমতে বিৰোধিতা কৰিলে অনৈতিক ব্যৱসায়ত লিপ্ত থকা মানুহৰ কথা ধৰিবলগীয়া নহয়। যি সম্প্ৰদায়ে দেৱদাসী পদ্ধতি সমৰ্থন কৰে সেই সম্প্ৰদায়ৰ এই পদ্ধতি কলংকস্বৰূপ। ৰাইজ সজাগ হোৱাহেঁতেন এই পদ্ধতি কেতিয়াবাই নিৰ্মূল কৰিব পৰা হলহেঁতেন। কিবা কাৰণত ৰাইজৰ বিবেক সুপ্ত হৈ আছে। বহুতো অশুদ্ধ কথাৰ ভয়াবহতা ৰাইজে অনুভৱ কৰে কিন্তু এলাহতে ভুল শুধৰাবলৈ চেষ্টা নকৰে। ডাঃ ৰেড্ডীৰ লেখীয়া কৰ্মতৎপৰ লোক কিছুমানে কাম হাতত ললে বিবেকী মানুহৰ বিবেকে এই কাম সমৰ্থন কৰিব। ডাঃ ৰেড্ডীয়ে এই কাম সময় নৌহওঁতেই কৰিবলৈ আগবঢ়া নাই—এনেকুৱা আইন বহুত দিনৰ আগতেই কৰিব পৰা হলহেঁতেন। ডাঃ ৰেড্ডীয়ে ধৰ্ম আৰু

সামাজিক জীৱনৰ পৱিত্ৰতা প্ৰেমী সকলোৰেপৰা আন্তৰিক সমৰ্থন লাভ কৰিব।

ইয়ং ইণ্ডিয়া : ২৯-৮-২৯

( পঁয়সত্তৰ )

## প্ৰায় হৰিজনসকলৰে নিচিনা

দেৱদাসী বিয়া কৰোৱা অন্ধ্ৰৰ স্নাতক এজনে লিখিছে :

"মই আপোনালৈ বহুত দিনৰ আগতেই লিখিব খুজিছিলোঁ। কিন্তু মোৰ লাজ বৰ বেছি। অৱশেষত মই মোৰ মনৰ কথা আপোনাক জনাবলৈ সক্ষম হলোঁ কাৰণে ঈশ্বৰক মই ধন্যবাদ দিছোঁ।

মই দেৱদাসী সম্প্ৰদায়ৰ। সামাজিক ক্ষেত্ৰত মোৰ জীৱনটো সঁচাকৈয়ে বৰ ভয়াবহ। মহাত্মাজী! আপুনি বাৰু নৰ্তকীসকলতকৈ অধম ব্যৱসায় পৃথিৱীত আৰু কিবা আছে বুলি ভাবেনে? সম্প্ৰদায় এটাকে গণিকা সম্প্ৰদায় বুলি কোৱা হয় এই কথাটো ভাৰতবৰ্ষৰ কলংকস্বৰূপ নহয় জানো?

অন্ধ্ৰদেশ এই কু-কথাৰ কেন্দ্ৰ বুলি মই ভাবোঁ। হিন্দু সমাজে বিবাহ উৎসৱ আৰু পূজা-পাৰ্বন আদিত এই নৰ্তকীসকল নিয়োগ কৰে—এওঁলোকে অশ্লীল গান আৰু দেহভঙ্গিমাৰে পৱিত্ৰ দেৱ-দেৱীৰ আগত নৃত্য কৰে আৰু এনেকৈ নৱবিবাহিত দম্পতীৰ আগতে বেয়া আদৰ্শ দাঙি ধৰে।

বেশ্যাবৃত্তি লোৱা এই গোটেই সম্প্ৰদায়টোৰ দুখ-কষ্ট অসীম। ইয়াৰ ডেকা ল'ৰাবিলাকে এই কু-কথা আঁতৰ কৰিবৰ কাৰণে অসীম চেষ্টা কৰিছে। তেওঁলোকক সহায় লাগে আৰু কাম কৰিবৰ কাৰণে পথ দেখুৱাব লাগে। হৰিজন আন্দোলনৰ দৰে সমান গুৰুত্ব দি অতি

আৱশ্যকীয় কাম বুলি আপুনি এই কথাটো হাতত লবনে? এই বিষয়টো আপোনাৰ মনত যেন সদায় থাকে আৰু এই বিষয়ে প্ৰচাৰ কৰে যেন। অকল কংগ্ৰেছেই নহয় গোটেই ৰাইজে আপোনাক সমৰ্থন কৰে। সুৰাগৃহ বিষয়ক আইন বা ভাৰতীয় দণ্ডবিধিয়ে কৰিব নোৱাৰা কাম আপোনাৰ বাণীয়েই কৰিব পাৰিব বুলি মোৰ বিশ্বাস।

মই ধৰ্ম আৰু আইন অনুসাৰে আমাৰ সম্প্ৰদায়ৰে ছোৱালী এজনী বিয়া কৰাইছোঁ। মই দুজনী ছোৱালীৰ পিতৃ। আন হিন্দু ভাৰ্যাৰ দৰে মোৰ ভাৰ্যাও এগৰাকী সতী-সাধ্বী তিৰোতা। কিন্তু তথাপিও সমাজে আমাক নীচ বুলি ভাবে। আমাৰ পূৰ্বপুৰুষৰ পাপকৰ্মই আমাৰ ওপৰত যেন প্ৰতিশোধহে লৈছে। আমাৰ দুয়োজন এই কু-কৰ্মৰপৰা মুক্ত যদিও বেশ্যাবৃত্তিৰ সাঁচ যেন আমাৰ ওপৰত এতিয়াও লাগি আছে।

হৰিজন আৰু দেৱদাসী দুয়োটা সম্প্ৰদায় সমানে বেয়া অৱস্থাত পৰি আছে। নৈতিক উদ্গতিৰ কাৰণে তেওঁলোকে অৱশ্যে নিজেই নিজকে সহায় কৰিব লাগিব। কিন্তু আপোনাৰ দৰে শিক্ষাগুৰু এজনে তেওঁলোকক অতি শীঘ্ৰে শিক্ষা দিব পাৰিব। হৰিজন আৰু দেৱদাসী দুয়োটা একেলগৰে আন্দোলন। হৰিজন আন্দোলনৰ প্ৰতি অতি উৎসাহী হৈ একে ধৰণেৰে এই সম্প্ৰদায়ৰ কথা যেন আপুনি পাহৰি নেযায়।"

পত্ৰলিখকৰ মোৰ প্ৰতি থকা আস্থাৰ মই যেন যোগ্য হব পাৰোঁ। মোৰ ক্ষমতাৰ প্ৰতি মই অতি দুখেৰে সৈতে সজাগ হৈ থাকোঁ। মই 'ইয়ং ইণ্ডিয়া' কাগজখন সম্পাদনা কৰোঁতে দেৱদাসী প্ৰথা আৰু বেশ্যাবৃত্তিৰ কথা ঘনাই উল্লেখ কৰি আছিলোঁ বুলি পত্ৰলিখকজনে বোধকৰো নেজানে। মোৰ প্ৰচেষ্টাই এই কু-কথা নিৰ্মূল কৰিব নোৱাৰিলে। কিছুমান ক্ষেত্ৰত এই লেখনীয়ে সহায় কৰিছিল। 'হৰিজন' কাগজত এই বিষয়ে আকৌ লেখিবলৈ লৈ মই 'ইয়ং ইণ্ডিয়া'ৰ কাল-ছোৱাত কৰাতকৈ ভাল কিবা কাম কৰিব পাৰিম বুলি নেভাবোঁ। মোৰ নতুন প্ৰচেষ্টাই কিছুমানক সহায় কৰিলেও মই আনন্দিত হম।

পত্ৰলিখকজনে দেৱদাসীবিলাকক হৰিজনৰ লগত একে বুলি কৈছে। তেখেতে ঠিকেই কৈছে। কিন্তু তেখেতে দুয়োটা শ্ৰেণীৰ পাৰ্থক্য উপলব্ধি কৰিব। কোন বেছি দুৰ্ভগীয়া তাৰ তুলনা কৰি দুৰ্ভাগ্যৰ জোখমাখ লৈ থাকিলে সময়ৰ অপব্যৱহাৰহে মাথোন হব। হিন্দু-ধৰ্মক শুদ্ধ পৱিত্ৰ কৰিব খুজিলে পাপকৰ্মক চিৰস্থায়ী কৰি থব খোজা নীতি নিৰ্মূল কৰিব লাগিব। সমাজৰপৰা এই পাপকাম আঁতৰ কৰিবলৈ যিসকলে মহান প্ৰচেষ্টাত নিয়োজিত হৈছে তেওঁলোকে তেওঁলোকৰ প্ৰচেষ্টাত সোনকালে কৃতকাৰ্য লাভ কৰিব নোৱাৰিলে হতাশ হব নেলাগে। তেওঁলোকে কামৰ আঁচনি লৈ নিয়মসঙ্গতভাৱে অসীম কষ্ট স্বীকাৰ কৰি কাম কৰিব লাগিব। তেওঁলোকৰ চাৰিওফালে আৱৰি থকা কু-কথাৰ প্ৰতি তেওঁলোকে প্ৰথমতে সজাগ হয় যেন। এই সমস্যা সমাধানৰ দুটা পথ আছে। নীচ কামৰ কাৰণে যিসকলে দেৱদাসী নিয়োগ কৰে তেওঁলোকৰ মাজত আৰু দেৱদাসী সম্প্ৰদায়ৰ মাজত কাম কৰিব লাগে। দেৱদাসীবিলাকে সমাজৰ এই কু-কাম কৰিবলৈ এৰি দিলে এই প্ৰথা নোহোৱা হৈ যাব। কিন্তু এই কাম কৰা বৰ সহজ নহয়। ভোক-ক্ষুধাই পাপ কি নেজানে। দ্ৰোণ আৰু ভীষ্মৰ দৰে পেট প্ৰৱৰ্তনৰ অজুহাত দেখুৱাই তেওঁলোকে এই পাপকাম ন্যায়সঙ্গত বুলি কয়। তেওঁলোকৰ ব্যৱসায় পাপ বুলি ভাবিবৰ কাৰণে অভ্যাস-আচৰণে তেওঁলোকৰ বোধ-জ্ঞান নোহোৱা কৰি দিছে। সেইকাৰণে গণিকাবৃত্তিৰ ঠাইত জীৱিকাৰ কাৰণে তেওঁলোকে এটা সৎ উপায় পাব লাগিব। তাৰ পিচতহে সমাজে কৰিবলগীয়া কাম ওলাব। বিবাহ আৰু উৎসৱত দেৱদাসী নিয়োগ কৰিলে তেওঁলোকৰ ওচৰলৈ গৈ দেৱদাসী নিয়োগৰ যুক্তিযুক্ততা সুধিব লাগিব। সংস্কাৰকসকলে সমাজ সংস্কাৰ কৰিব লাগে বুলি কব নেলাগে। তেওঁলোকে সমাজৰ বুদ্ধি আৰু অন্তৰলৈ আৱেদন কৰিব লাগিব। চাবলৈ গ'লে সকলোবোৰ সংস্কাৰ শিক্ষামূলক। সাধাৰণতে যিবিলাক কথাক শিক্ষণীয় বুলি কয় সেই কথাবোৰৰ দৰেই সংস্কাৰ প্ৰয়োজনীয়। সংস্কাৰ এটা বিজ্ঞান। নিয়মসঙ্গতভাৱে সংস্কাৰৰ কাম কৰি গলে ফল পোৱা যায়।

দেৱদাসী বিয়া কৰাবলৈ সাহ কৰা পত্ৰলিখকজন অভিনন্দনৰ যোগ্য। তেওঁ নিজৰ বিবেকৰ স্বীকৃতিতে সন্তুষ্ট হৈ তেওঁলোকৰ প্ৰতি হীন ভাব পোষণ কৰা সকলৰ আত্মবিশ্বাসৰ প্ৰতি কাণ দিব নেলাগে।

হৰিজন: ১৪-৯-৩৪

## ( ছয়সত্তৰ )

# আইনসঙ্গত বেশ্যাবৃত্তি

কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হওঁতে প্ৰচুৰ আশাৰ সঞ্চাৰ হৈছিল। ইয়াৰ প্ৰমাণ স্বৰূপে ডাঃ মুথুলক্ষ্মী ৰেড্ডিয়ে আৰু এটা কথা উল্লেখ কৰিছে। আশা-আকাঙ্খা কৰিবৰ মানুহৰ স্বত্ব আছে। কংগ্ৰেছৰ বিৰোধীসকলেও কংগ্ৰেছ চৰকাৰ আস্থাভাজন হৈছে বুলি স্বীকাৰ কৰিছে। তেওঁলোকৰ শাসনক প্ৰকৃত ভাৰতীয় পৰিবেশৰ লগত খাপ খুৱাবৰ কাৰণে কংগ্ৰেছ মন্ত্ৰীসভাবিলাকে ভাল ভাল কাম কৰিবৰ কাৰণে প্ৰতিযোগিতা কৰিছে যেন লাগে। দেৱদাসীসকলক লজ্জাৰ জীৱন এটালৈ উৎসৰ্গা কৰি দিয়া অনৈতিক নিয়মটো বন্ধ কৰিবৰ কাৰণে তেওঁৰ বিলখন গৃহীত কৰিবলৈ ডাঃ মুথুলক্ষ্মী ৰেড্ডিয়ে মাদ্ৰাজ মন্ত্ৰীসভালৈ ৰাইজৰ এখন গোহাৰি আগবঢ়াইছে। মই বিলখন পৰীক্ষা কৰি চোৱা নাই। বিলখনৰ উদ্দেশ্য অতি মহৎ—দাক্ষিণাত্যৰ প্ৰদেশ কেইখনৰ আইনত এই বিলখনে কিয় ঠাই পোৱা নাই সেই কথা ভাবিহে মই আচৰিত হৈছোঁ। মদ-নিবাৰণীৰ দৰে এই সংস্কাৰ অতি আৱশ্যকীয় বুলি ডাঃ ৰেড্ডিৰ সৈতে মই একমত। বৰ্তমানৰ প্ৰধানমন্ত্ৰীজনে বহুত দিনৰ আগতে এই কু-কথাৰ বিৰুদ্ধে জোৰেৰে কৈছিল। তেখেতে এতিয়া আইনৰ জৰিয়তে এই কু-কথা আঁতৰাবলৈ ক্ষমতা পাইছে। তেখেতে এই কথা আঁতৰাবলৈ আগৰ দৰেই আগ্ৰহশীল বুলি মই জানো। কেইমাহমানৰ ভিতৰতে

দেৱদাসী প্ৰথাই আইনৰ সম্মতি হেৰুৱাব বুলি ডাঃ ৰেড্ডিৰ লগতে ময়ো আশা কৰিছোঁ।

হৰিজন : ২৫-৯-৩৭

( সাতসত্তৰ )

## হিন্দু আইন আৰু মহীশূৰ

বাঙ্গালোৰৰ শ্ৰীভাস্যম আয়েঙ্গাৰে লেখিছে :

"এতিয়া প্ৰশাসিত হৈ থকা হিন্দু আইনৰ মূলনীতিবোৰ পুৰণিকলীয়া ধৰণৰ আৰু আমাৰ ন্যায় আৰু সমতা জ্ঞানৰ বিৰোধী। মই ইয়াৰে কেইটামান উদাহৰণ দিলোঁ।

(১) বাই-ভনীৰ ছোৱালী, বোৱাৰী, বৌ, ভাইবোৱাৰী, মাহী আই আদিৰ দৰে আপোন প্ৰিয়জনক উত্তৰাধিকাৰ স্বত্ব দিয়া হোৱা নাই। যদি কোনো মানুহৰ একমাত্ৰ জীৱিত আত্মীয় বিধবা বোৱাৰীয়েক-জনীহে থাকে তেন্তে সেই মানুহজনৰ সকলো সম্পত্তি চৰকাৰৰ হৈ যায় আৰু নিজৰ ভাগ্য আৰু জীৱনৰ কাৰণে স্বামীৰ পৰিয়ালতে নিৰ্ভৰ কৰি থকা ছোৱালীজনী পথৰ ভিখাৰী হবলগীয়া হয়।

(২) উত্তৰাধিকাৰৰ তালিকাভুক্ত হলেও এই ওচৰ সম্বন্ধীয়া আপোনজনে দূৰ সম্বন্ধীয়া বংশধৰবিলাকৰ কাৰণে সম্পত্তি লাভ কৰিবলৈ সুবিধা নেপায়। ভনীয়েক উত্তৰাধিকাৰী হব পাৰে কিন্তু যদি মৃত ব্যক্তিগৰাকীৰ তিনিপুৰুষ আঁতৰৰ বংশধৰ থাকে সেই বংশধৰজনে সম্পত্তি লাভ কৰিব আৰু ভনীয়েকজনীয়ে একো নেপায়। পুত্ৰৰ কন্যা, ছোৱালীৰ লৰা আৰু ভাইৰ ছোৱালীৰো একে অৱস্থা।

(৩) তিৰোতাসকলে উত্তৰাধিকাৰ সূত্ৰে পোৱা বা উপহাৰস্বৰূপে পোৱা সম্পত্তিৰ ওপৰত তেওঁলোকক সম্পূৰ্ণভাৱে মালিকি-স্বত্বৰ অধিকাৰ

দিয়া হোৱা নাই। বিধবা এগৰাকীয়ে সতৰ্কতাৰে স্বামীৰ সম্পত্তি চলাব লাগে। যদি তেওঁ বেছি খৰছ কৰে বা সম্পত্তি বন্ধক দি নিজৰ জীৱিকাৰ কাৰণে ঋণ কৰে, তেন্তে দূৰ সম্পৰ্কীয় দায়দা এজনে তেওঁৰ ওপৰত মোকৰ্দমা কৰি সম্পত্তিৰ অধিকাৰ বলেৰে লৈ লব পাৰে। আমাৰ ইয়াত মিতাক্ষৰ নিয়ম চলে, এই নিয়মে তিৰোতাই লাভ কৰা সকলো সম্পত্তি স্ত্ৰীধন বুলি স্বীকাৰ কৰে আৰু সেই সম্পত্তি তিৰোতাই নিজৰ ইচ্ছা অনুসৰি খৰচ কৰিব পাৰে বুলি স্পষ্ট আৰু নিৰ্দিষ্টভাৱে কৈ দিছে। ভাৰতীয়সকলে তিৰোতাক অসমৰ্থ বুলি ভাবে কাৰণে আৰু মিতাক্ষৰ নিয়মৰ প্ৰৱৰ্তকজন কলহপ্ৰিয় বুলি প্ৰিভি কাউন্সিলে এই নিয়ম মানি লবলৈ অস্বীকাৰ কৰিছে।

(৪) কলা-বোবাক উত্তৰাধিকাৰ স্বত্ব দিয়া হোৱা নাই।

(৫) বৃটিছ ভাৰতৰ দৰে বিধবা বিবাহে মহীশূৰত আইনৰ স্বীকৃতি পোৱা নাই।

(৬) শাস্তি হোৱাৰ পিচত ছোৱালীৰ বিয়া হলে আইনসঙ্গত হয়নে নহয় সন্দেহ আছে। ছোৱালীৰ বিবাহযোগ্য বয়স ১৪ বছৰলৈ বঢ়াই দিব লাগে।

(৭) দুয়োপক্ষ ৰাজি হলে বিবাহ বিচ্ছেদ কৰিবলৈ দিব লাগে— ভাৰতবৰ্ষত আগৰ দিনত বিবাহ বিচ্ছেদ হৈছিল। পৰাশৰে ভাৰ্যাই প্ৰথম পতি জীৱিত থাকোতেই দ্বিতীয় পতি গ্ৰহণ কৰিব পাৰে বুলি এটা ঘটনাৰ উল্লেখ কৰিছে।

(৮) বৰ্তমান আইন মতে অসবৰ্ণ বিবাহ হবলৈ দিয়া নহয়। অসবৰ্ণ বিবাহ আইনসঙ্গত হব লাগে। আমাৰ পুৰণিকালৰ মানুহে অসবৰ্ণ বিবাহ স্বীকাৰ কৰি লৈছিল। বশিষ্ঠ, ব্যাস, নাৰদ, পৰাশৰ আদি আমাৰ বহুত ঋষিমুনি অসবৰ্ণ বিবাহৰ সন্তান। মই যদি খৃষ্টিয়ান ভাৰ্যা এগৰাকী আইনমতে বিয়া কৰাব পাৰোঁ, অইন জাতিৰ হিন্দু ভাৰ্যা এগৰাকী মই কিয় বাৰু বিয়া কৰাব নোৱাৰিম?

(৯) অনাথ শিশুক তোলনীয়া পুত্ৰকন্যা হিচাপে লব নোৱাৰি।

তোলনীয়া কৰি লবৰ কাৰণে অনাথ শিশুহে উপযুক্ত। তথাপি আমাৰ এই কথাত বাধা নিষেধ আছে।

(১০) স্বামীৰ সম্মতি বিনা আৰু সপিণ্ডসকলৰ অনুমতি নোপোৱাকৈ বিধবাসকলে তোলনীয়া কৰি কাকো লব নোৱাৰে। স্বামীয়ে যদি তোলনীয়া কৰি লবলৈ মানা কৰি যোৱা নাই তেন্তে বিধবাৰ তোলনীয়া পুত্ৰকন্যা লোৱাৰ অধিকাৰ সম্পৰ্কে প্ৰশ্ন কৰিব নেলাগে। এই আইন বোম্বাইত চলে।

এনেকুৱা বহুতো উদাহৰণ আছে, মই কেৱলমাত্ৰ কেইটামান উদাহৰণ দাঙি ধৰিছোঁ।

চিন্তাশীল ব্যক্তিয়ে এই নিয়মবোৰৰ নিষ্ঠুৰতা অনুভৱ কৰে আৰু সংস্কাৰ কৰিব খোজে। আইন পৰিবৰ্তন আইনৰ দ্বাৰাহে কৰিব পাৰি। বিধানসভাই বাইজৰ লগত পৰামৰ্শ নকৰাকৈ আইন পৰিবৰ্তন কৰিব নোৱাৰে। বাইজৰ মতলবৰ কাৰণে এখন কমিটি কৰিলেহে বাইজৰ মত লব পৰা হব। এই কথাটো চাই-চিতি বিৱৰণী দিবৰ কাৰণে এটা কমিটি নিয়োগ কৰিব লাগে বুলি মই এটা প্ৰস্তাৱ দিছিলোঁ। এনে কমিটি কৰিলে আইনৰ জৰিয়তে সিদ্ধান্ত লবলৈ সুবিধা হব। এই প্ৰস্তাৱটো সৰ্বসম্মতিক্ৰমে গৃহীত হৈছিল।

ৰাজ্যৰ সকলো মানুহে বিচাৰিছে যদিও এই কমিটিখন এতিয়াও নিয়োগ হোৱা নাই। বৃটিছ ভাৰতে এই বিষয়ে একো কৰা নাই কাৰণে মহীশূৰৰ এই বিষয়ে কৰা প্ৰচেষ্টা সকলোৱে হাঁহি উকৰাব পাৰে বুলি ভয় কৰিছে। এই কথাটো আপুনি কোৱাৰ দৰে এটা যুক্তিহীন অমূলক কথা। বৃটিছ ভাৰতৰ কিছুমান প্ৰকৃত অসুবিধা আছে কিন্তু মহীশূৰ এই কামৰ কাৰণে বিশেষভাৱে উপযুক্ত। মহীশূৰৰ কিছুমান সুবিধা আছে। আমি সেই সুবিধাবোৰ আওকাণ কৰিলে মূৰ্খামি হব। আমাৰ বৰ্তমানৰ শাসকজন অতি বিদ্বান, জ্ঞানী আৰু গুণী মানুহ আৰু সমানে প্ৰগতিশীল আৰু উৎসাহী। আমি কৰিব খোজা সংস্কাৰখিনি এতিয়া কৰিব নোৱাৰিলে আগলৈ কেতিয়াও আৰু কৰিব নোৱাৰিম।

আপুনি এই বিষয়ে 'ইয়ং ইণ্ডিয়া'ত লেখিব নোৱাৰেনে ?"

ওপৰৰ কথাখিনিত গুৰুত্ব দি প্ৰকাশ কৰিছোঁ কাৰণে লিখকজনে কোৱা প্ৰতিটো সংস্কাৰ মই মানি লৈছোঁ বুলি ভাবিব নেলাগে। ইয়াৰে কিছুমান সংস্কাৰ যে অতি সোনকালে হব লাগে তাত কোনো সন্দেহ নাই। হিন্দু সমাজৰ পুৰণিকলীয়া কথাবোৰ গুচাবৰ কাৰণে এই গোটেইবোৰ কথাকে গভীৰভাৱে বিবেচনা কৰি চাব লাগে বুলিও মই নিঃসন্দেহ।

বৃটিছ অহাৰ আগতে লাখ লাখ মানুহৰ জীৱন প্ৰশাসন কৰিবৰ কাৰণে কটকটীয়া কঠোৰ হিন্দু আইন বুলি এখন আইন নাছিল। স্মৃতি বুলি জনা কিছুমান নিয়ম সলাব নোৱাৰা আচাৰ-বিধি নহয়, এই শাস্ত্ৰ সংজ্ঞাসূচকহে আছিল। আধুনিক আইনজ্ঞসকলে আইন বুলিলে যি বুজে সেই ধৰণৰ আইন স্মৃতিশাস্ত্ৰ নহয়। স্মৃতিশাস্ত্ৰত থকা বাধা-নিষেধ সমাজে প্ৰয়োগ কৰিছে—আইনে কৰা নাই। স্মৃতিশাস্ত্ৰৰ আত্মবিৰোধী শ্লোকসমূহৰপৰা বুজিব পাৰি যে স্মৃতিশাস্ত্ৰৰ কথাবোৰৰ আমাৰ নিচিনা-কৈয়ে সদায় ক্ৰমবিকাশ হৈ আছে আৰু সমাজ বিজ্ঞানৰ নতুন উদ্ভাৱনা-মূলক কথাবোৰৰ লগত সামঞ্জস্য থকাকৈ এই কথাবোৰ নীতি কৰি লোৱা হৈছে। জ্ঞানী ৰজাসকলে নতুন অৱস্থাৰ লগত খাপখোৱাকৈ স্মৃতিৰ নতুন ব্যাখ্যা গ্ৰহণ কৰি লব পাৰিছিল। এতিয়া কৰিব খোজাৰ দৰে হিন্দুধৰ্ম আৰু হিন্দুশাস্ত্ৰ কেতিয়াও অপৰিৱৰ্তনীয় ধৰণৰ নাছিল। সেই সময়ত ৰজা আৰু তেওঁৰ উপদেষ্টামণ্ডলী আছিল আৰু এওঁলোকৰ বাইজৰ শ্ৰদ্ধাভক্তি লাভ কৰিবৰ কাৰণে জ্ঞান আৰু ক্ষমতা আছিল। এই বিষয়ে সন্দেহ নাই। কিন্তু আজিকালি স্মৃতি বা শাস্ত্ৰৰ নামৰ সকলোবোৰ কথা অপৰিৱৰ্তনীয় বুলি ভবা এটা নিয়ম হৈ পৰিছে। শাস্ত্ৰৰ যিবিলাক শ্লোকৰ মতে আমি চলিব নোৱাৰি বুলি ভাবোঁ বা যিবিলাক শ্লোক আমাৰ নৈতিক ৰুচিবিৰুদ্ধ, সেই শ্লোকবোৰ আমি সুবিধামতে অৱহেলা কৰোঁ। মানৱৰ ক্ৰমবিকাশত হিন্দুসমাজে এটা প্ৰগতিবাদী ভূমিকা লব খুজিলে এই বেয়া কথাবোৰ এদিন

নহয় এদিন কিবা প্ৰকাৰে পৰিৱৰ্তন কৰিবই লাগিব। ধৰ্ম আৰু আদৰ্শ বেলেগ কাৰণে বৃটিছ শাসকসকলে এই পৰিৱৰ্তন আনিব নোৱাৰে। ব্যৱসায় ক্ষেত্ৰত আধিপত্য বিস্তাৰ কৰাই হ'ল বৃটিছ শাসকসকলৰ একমাত্ৰ লক্ষ্য। এই লক্ষ্যত উপনীত হবলৈ তেওঁলোকে নৈতিক অনৈতিক সকলো কথা বিসৰ্জন কৰিব পাৰিব। তেওঁলোকৰ লক্ষ্যত উপনীত হোৱা কাৰ্যত ক্ষতিসাধন নকৰাকৈ হিন্দু ৰাইজে স্পষ্টভাৱে আইনৰ সালসলনি কৰিবলৈ দাবী নকৰিলে ততাতৈয়াকৈ আইনত পৰিৱৰ্তন কৰিবলৈ শাসক শ্ৰেণীয়ে চেষ্টা নকৰে আৰু সম্মতি নিদিয়ে। বেলেগ বেলেগ ধৰণৰ ধৰ্মপন্থা থকা আৰু বিভিন্ন আইনসমূহৰে চালিত বৃটিছ ভাৰতৰ দৰে বিৰাট দেশ এখনত উমৈহতীয়া একে ধৰণৰ প্ৰশ্ন কিছুমানলৈ হিন্দু ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰা বৰ টান কথা। সেইকাৰণে আৱশ্যকীয় হৈ পৰিছে কাৰণে স্বাভাৱিকতে বৃটিছ ভাৰতৰ জনমত ৰাজনৈতিক স্বাধীনতাৰ কামত ব্যস্ত হৈ পৰিছে। মহীশূৰৰ দৰে ৰাজ্য এখনৰ এনে ধৰণৰ বাধানিষেধ নাই বা এনে ধৰণৰ কথাত ব্যস্ত থাকিবলগীয়া হোৱা নাই। হিন্দু আইন আৰু এনেকুৱা আন আন সময়ৰ লগত খাপ নোখোৱা পুৰণিকলীয়া নীতিবোৰ পৰিৱৰ্তন কৰা বৃটিছ ভাৰতৰ কৰ্ত্তব্য বুলি ভাবোঁ। মহীশূৰ ৰাজ্যখন এখন ডাঙৰ আৰু নামজ্বলা ৰাজ্য। এনেকুৱা পৰিৱৰ্তনমূলক কাম কৰিবৰ কাৰণে এই ৰাজ্য যথেষ্ট উপযুক্ত। এই ৰাজ্যত সাংবিধানিক ৰজা এজন আছে। সামাজিক পৰিৱৰ্তনমূলক কাম আৰম্ভ কৰিবৰ কাৰণে এই ৰাজ্যৰ প্ৰতিনিধিত্বমূলক এখন বিধানসভাও আছে। হিন্দু আইনৰ আৱশ্যকীয় পৰিৱৰ্তন কৰিবৰ কাৰণে এই বিধানসভাই এখন কমিটি নিয়োগৰ কাৰণে অনুমোদন কৰি প্ৰস্তাৱ গ্ৰহণ কৰিছেই। ৰক্ষণশীল আৰু প্ৰগতিবাদী হিন্দু জনমতক প্ৰতিনিধিত্ব কৰা শক্তিশালী কমিটি নিয়োগ কৰিলে এই কমিটিৰ মতামত কামত আহিব আৰু আৱশ্যকীয় পৰিৱৰ্তন কৰিবলৈ কাম সহজ কৰি তুলিব। এনেকুৱা কমিটিৰ নিয়মবিধি নিয়ন্ত্ৰণ কৰিবৰ কাৰণে মহীশূৰ বিধানসভাৰ

নিয়মাৱলী মই নেজানোঁ—মহীশূৰ ৰাজ্যৰ বাহিৰৰ আন প্ৰদেশবিলাক এই কমিটিৰ অন্তৰ্ভুক্ত কৰিবৰ কাৰণে, মহীশূৰৰ নিয়মাৱলী যথেষ্ট উদাৰ হ'ব বুলিয়েই মই ভাবিছোঁ। শ্ৰীভাষ্যম আয়েঙ্গাৰে বহুতো কথাৰ কাৰণে হিন্দু আইনৰ পুনৰ সংস্কাৰ অতি প্ৰয়োজনীয় বুলি বুজাই দিছে। মহীশূৰ ৰাজ্যৰ দৰে আন কোনো ৰাজ্য কেতিয়াবাই কৰিবলগীয়া এই সংস্কাৰৰ কাম আৰম্ভ কৰিবৰ কাৰণে অধিক উপযুক্ত নহয়।

ইয়ং ইণ্ডিয়া : ১৩-১০-২৭

( আঠসত্তৰ )

## ভাৰতবৰ্ষৰ নাৰীসমাজৰ প্ৰতি

প্ৰিয় ভগিনীসকল !

লোকমান্য তিলকৰ স্মৃতিত বোম্বাইত ৩১ জুলাই তাৰিখে ত্যাগৰ অগ্নি জ্বলাই বিদেশী কাপোৰ বৰ্জন কৰিবলৈ আৰম্ভ কৰা কাম ৩০ ছেপ্তেম্বৰ তাৰিখে শেষ কৰিব লাগিব বুলি নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰিছে। আপোনালোকে সুন্দৰ আৰু ধুনীয়া বুলি ভবা দামী দামী শাৰী আৰু সাজপোছাকৰ বিৰাট দ'ম এটাত ত্যাগবহ্নি জ্বলাই দিয়াৰ ভাৰ মোৰ ওপৰতে পৰিল। ভগিনীসকলে বিদেশী বস্ত্ৰ পৰিহাৰ কৰি উচিত কাম কৰিছে বুলি মই ভাবোঁ। প্লেগ বীজাণু সংক্ৰমিত বস্তুবোৰ ধ্বংস কৰিহে সদ্ব্যৱহাৰ কৰিব পাৰি। ঠিক তেনেকৈ বিদেশী কাপোৰৰ সদ্ব্যৱহাৰ ধ্বংস কৰিলেহে হ'ব। ৰাজনৈতিক ক্ষেত্ৰত দেখা দিয়া এটা গভীৰ ৰোগ নিৰাময়ৰ কাৰণে এই কাৰ্য হৈছে এটা আৱশ্যকীয় অস্ত্ৰোপচাৰ।

মাতৃভূমিৰ কাৰণে ভাৰতৰ নাৰীসমাজে আজি এবছৰে অতি ভাল কাম কৰিছে। আপোনালোকে দয়াময়ী দেৱীৰূপে নীৰৱে

কাম কৰি আছে। খুনীয়া অলংকাৰ আৰু নগদ টকা আপোনালোকে দান দিছে। ঘৰে ঘৰে চান্দা তুলি ফুৰিছে। আপোনালোকৰে বহুতে পিকেটিং কৰা কামত সহায় কৰিছে। আপোনালোকৰ কিছুমানৰ বংবিৰঙৰ কাপোৰ পিন্ধা আৰু দিনটোত কেবাবাৰো কাপোৰ সলোৱাৰ অভ্যাস আছিল। তেখেতসকলে এতিয়া শুধ বগা খদ্দৰৰ ডাঠ দগধা কাপোৰ পিন্ধিবলৈ লৈ তিৰোতাৰ অন্তৰ্নিহিত পৱিত্ৰতাৰ কথাকে সোঁৱৰাই দিছে। আপোনালোকে এই কাম ভাৰতবৰ্ষৰ কাৰণে, খিলাফত আন্দোলনৰ কাৰণে আৰু পঞ্জাবৰ কাৰণে কৰিছে। আপোনালোকৰ কথা আৰু কামত প্ৰৱঞ্চনা নাই। ক্ৰোধ আৰু ঘৃণাই কলুষিত কৰিব নোৱাৰা আপোনালোকৰ ত্যাগ অতি পৱিত্ৰ। গোটেই ভাৰতবৰ্ষত আপোনালোকৰ অন্তৰৰূপৰা অহা মৰমৰ সহাঁৰি দেখি ঈশ্বৰে আমাক সহায় কৰিছে যেন লাগিছে। এই কথা মই আপোনা-লোকৰ ওচৰত স্বীকাৰ কৰিছোঁ। আমাৰ সংগ্ৰাম আত্মশুদ্ধিৰ সংগ্ৰাম—লাখ লাখ ভাৰতীয় নাৰীয়ে এই সংগ্ৰামত সক্ৰিয়ভাৱে সহায় কৰি এই কথা প্ৰমাণ কৰিছে।

আপোনালোকে বহুতো কৰিছে, কিন্তু এয়ে যথেষ্ট নহয়; আপোনালোকে ইয়াৰ অনেকগুণ বেছি কৰিব লাগিব। তিলক স্বৰাজ পুঁজিত বৰঙণি ঘাইকৈ পুৰুষসকলেই দিছে। আপোনালোকে এই কামত অধিক অংশ গ্ৰহণ কৰিলে স্বদেশী কাৰ্যক্ৰমণিকা সম্পূৰ্ণ হব পাৰিব। আপোনালোকে আপোনালোকৰ গোটেইবোৰ বিদেশী কাপোৰ দলিয়াই নেপেলালে বিদেশী কাপোৰ বৰ্জন কৰা সম্ভৱপৰ নহয়। যিমান দিনলৈকে বিদেশী কাপোৰৰ প্ৰতি ভালপোৱা থাকে সিমান দিনলৈকে বিদেশী কাপোৰ সম্পূৰ্ণৰূপে ত্যাগ কৰা অসম্ভৱ। বৰ্জন মানে সম্পূৰ্ণ ত্যাগ। ঈশ্বৰে আমাক যি সন্তান দিয়ে সেই সন্তান লৈয়েই ঈশ্বৰক ধন্যবাদ দি আমি সন্তুষ্টচিত্তে থাকোঁ তেনেকৈ ভাৰতে উৎপাদন কৰিব পৰা বস্ত্ৰ লৈ আমি সুখী হবলৈ প্ৰস্তুত হব লাগিব। বাহিৰা মানুহ এজনৰ চকুত নিজৰ সন্তান অশুৱনী বুলি মাকে নিজৰ

সন্তানক দলিয়াই দিয়াৰ কথা মই কেতিয়াও শুনা নাই।" ভাৰতত উৎপাদিত হোৱা বস্তুবোৰো প্ৰত্যেকগৰাকী দেশহিতৈষী মহিলাই তেনেকৈ ভাবিব লাগিব। আপোনালোকৰ কাৰণে ভাৰতৰ বস্ত্ৰ হব কেৱল হাতেকটা, হাতেবোৱা কাপোৰ। এই মধ্যকালীন অৱস্থাত আপোনালোকে ডাঠ খদ্দৰহে প্ৰচুৰ পৰিমাণে পাব।' নিজৰ অভিৰুচি মতে এই কাপোৰত শিল্পকলা প্ৰয়োগ কৰিব পাৰে। কেইমাহমান দগধা খদ্দৰ কাপোৰ পিন্ধিলেই ভাৰতবৰ্ষই আমাৰ আগৰ দিনৰ মসৃণ জাকজমক কাপোৰ নোহোৱা হৈ গল বুলি হতাশ হব নেলাগিব। ভাৰতৰ এই মসৃণ কাপোৰ এসময়ত গোটেই পৃথিৱীয়ে ঈৰ্ষা কৰিছিল আৰু এই কাপোৰ কৰিব নোৱাৰি হতাশ হৈছিল। যদি আপোনালোকে আত্মত্যাগৰ বিষয়ে মাত্ৰ ছমাহ শিক্ষা লয় তেনেহলে আমি কলাসুলভ বুলি ভবা কথাবোৰ মিছা বুলি বুজিব পাৰিব। প্ৰকৃত কলাই বাহিৰৰ আকাৰকে কেৱল লক্ষ্য নকৰে—আকাৰৰ অন্তৰালত থকা মৰ্মাৰ্থও লক্ষ্য কৰে। কলাই মৃত্যু আনিব পাৰে আৰু কলাই সঞ্জীৱিতও কৰিব পাৰে। পশ্চিম আৰু সুদূৰ প্ৰাচ্যৰপৰা অহা বিদেশী কাপোৰে আমাৰ লাখ লাখ ভাই-ভনীৰ ভাতমুঠি মাৰিছে আৰু হেজাৰ হেজাৰ ভনীক লজ্জাৰ জীৱন লবলৈ বাধ্য কৰিছে। প্ৰকৃত কলা সুখ শান্তি আৰু কলাকাৰৰ পৰিত্ৰতাৰ প্ৰতীক। এনেকুৱা কলা সৃষ্টি কৰিবলৈ হলে খদ্দৰ ব্যৱহাৰ বৰ্তমান এটা বাধ্যতামূলক কাম বুলি ভাবিব লাগিব।

স্বদেশী কাৰ্যক্ৰমণিকাৰ কৃতকাৰ্যতাৰ কাৰণে খদ্দৰ ব্যৱহাৰ কৰিলেই নহব, আপোনালোকে সদায় আজৰি সময়ত সূতা কাটিব লাগিব। মই লৰা-বুঢ়া, মুনিহ-তিৰোতা সকলোকে সূতা কাটিবলৈ কওঁ। তেওঁলোকৰ হেজাৰজনে দিনে সূতা কাটিছে বুলি মই জানোঁ। কিন্তু পূৰ্ব কালৰ দৰে সূতাকটাৰ প্ৰধান কামখিনি আপোনালোকে কৰিব লাগিব। দুশ বছৰৰ আগতে ভাৰতবৰ্ষৰ নাৰীয়ে সূতাকাটি নিজৰ দেশৰ প্ৰয়োজন পূৰাব পাৰিছিল লগতে বিদেশৰো চাহিদা পূৰণ কৰিছিল। তেওঁলোকে মোটা সূতাই কেৱল নেকাটিছিল পৃথিৱীৰ আটাইতকৈ

মিহি সূতা তেওঁলোকে কাটিব পাৰিছিল। আমাৰ পূৰ্বপুৰুষসকলে কটা সূতাৰ নিচিনা মিহি সূতা আজিলৈকে যন্ত্ৰইও কাটিব পৰা নাই। এই কেইমাহত খদ্দৰৰ চাহিদা পূৰণ কৰিবলৈ হলে আমি সূতাকটা সংঘ কৰি, সূতাকটাৰ প্ৰতিযোগিতা কৰি ভাৰতীয় বজাৰ খদ্দৰ কাপোৰেৰে ওপচাই পেলাব লাগিব। এই কামৰ কাৰণে আপোনালোকৰ কিছুমান সূতাকটা, ধুনা, পাজিকটা, যঁতৰ ঠিকঠাক কৰা আদি কামত পাকৈত হব লাগিব। এই কামৰ কাৰণে আপোনালোকে অবিশ্ৰান্ত শ্ৰম কৰিব লাগিব। সূতাকটা এটা জীৱিকাৰ পথ বুলি নেভাবে যেন। মধ্যবিত্ত শ্ৰেণীয়ে সূতাকাটি পৰিয়ালৰ আয় বৃদ্ধি কৰিব পাৰে আৰু অতি দুখীয়া তিৰোতাৰ কাৰণে সূতাকটা নিশ্চয় এটা জীৱিকাৰ উপায়। আগৰ দিনৰ দৰে যঁতৰ বিধবাৰ অতি আদৰৰ সঙ্গী হোৱা উচিত। কিন্তু আপোনালোকে এই গোহাৰিখন পঢ়ি সূতাকটা এটা কৰ্তব্য বা ধৰ্ম বুলি লব লাগিব। ভাৰতবৰ্ষৰ সকলো অৱস্থাপন্ন মহিলাই অলপ অলপকৈ সূতা কাটিবলৈ ললে সূতাৰ দাম কমি যাব আৰু সূতাৰ আৱশ্যকীয় মসৃণতা সোনকালে আনিব পাৰিব।

আপোনালোকৰ ওপৰতে ভাৰতবৰ্ষৰ অৰ্থনৈতিক আৰু নৈতিক মুক্তি ঘাইকৈ নিৰ্ভৰ কৰিছে। আপোনালোকে ভবিষ্যতৰ বংশধৰ সকলক লালন পালন কৰে কাৰণে ভাৰতৰ ভবিষ্যত আপোনালোকে নিৰ্ণয় কৰিব। ভাৰতৰ সন্তানক বিলাসহীন, ধৰ্মভীৰু, সাহসী নৰ-নাৰীৰূপে আপোনালোকে গঢ়ি তুলিব পাৰে। আনহাতে সেই সন্তানকে জীৱনৰ বতাহ ধুমুহাৰ সমুখীন হবলৈ অনুপযুক্ত কৰি বিদেশী বস্তু ব্যৱহাৰ কৰিবলৈ শিকাই তুলিব পাৰে। এই বিদেশী বস্তু পিচৰ জীৱনত এই সন্তানসকলে ত্যাগ কৰিবলৈ টান পায়। কেইসপ্তাহমানৰ ভিতৰতে ভাৰতীয় নাৰীৰ মনৰ দৃঢ়তা প্ৰমাণিত হব। আপোনালোকৰ বিচাৰ-বুদ্ধিত মোৰ সম্পূৰ্ণ আস্থা আছে। ভাৰতবৰ্ষৰ ভবিষ্যত চৰকাৰৰ হাততকৈ আপোনালোকৰ হাতত বহুত বেছি নিৰাপদ। চৰকাৰে ভাৰতৰ সম্পদ ইমান বেছি শোষণ কৰিছে যে ভাৰতে নিজৰ ওপৰতে বিশ্বাস

হেকৰাই পেলাইছে। আপোনালোক সবল পৱিত্ৰ আৰু দেৱীতুল্য বুলি ভাবিয়েই জাতীয়তামূলক কামৰ কৃতকাৰ্যতাৰ কাৰণে প্ৰত্যেকখন মহিলা সভাতে আপোনালোকৰ আশীৰ্বাদ ভিক্ষা কৰিছিলোঁ। বিদেশী বস্ত্ৰ বৰ্জন কৰি আৰু আজৰি সময়ত জাতিৰ কাৰণে অবিশ্ৰান্তভাৱে সূতাকাটি আপোনালোকৰ আশীৰ্বাদ ফলপ্ৰসূ হবলৈ সহায় কৰক।

আপোনালোকৰ অনুগত ভাতৃ

এম. কে গান্ধী

ইয়ং ইণ্ডিয়া : ১১-৮-২১

( ঊনাশী )

## নাৰীৰ ভূমিকা

কলিকতাৰ মহিলাসকলে খদ্দৰ বেচিব খুজি এজন ভদ্ৰলোকক যাবলৈ নিদি আগভেটি ধৰিছিল। বাতৰি কাকতত মহিলাসকলক গ্ৰেপ্তাৰ কৰিছে বুলি বাতৰি ওলাইছে। এই দলটোত নিৰ্বাচিত কংগ্ৰেছ সভাপতিৰ পতিপ্ৰাণা পত্নী, তেখেতৰ বিধবা ভনীয়েক আৰু ভাগিন ছোৱালী এজনী আছিল। আন্দোলনৰ প্ৰাৰম্ভণিতে তিৰোতাসকলক কাৰাৰুদ্ধ কৰি সন্মানিত নকৰিব বুলি ভাবিছিলোঁ। তিৰোতাসকল আক্ৰমণশীল আইন অমান্যকাৰী নহয় কিন্তু বঙ্গদেশৰ চৰকাৰে পুৰুষ তিৰোতা ভেদাভেদ নকৰি নিৰপেক্ষতা অৱলম্বন কৰাৰ আগ্ৰহতে তিনি-গৰাকী মহিলাক কাৰাৰুদ্ধ কৰি সন্মানিত কৰিলে। এই নতুন কথাটোক গোটেই দেশে স্বাগতম জনাব বুলি মই আশা কৰিছোঁ। স্বৰাজ লাভৰ কাৰণে কৰা কামত ভাৰতবৰ্ষৰ তিৰোতাসকলে পুৰুষৰ সমানে অংশ গ্ৰহণ কৰিব লাগে। এই শান্তিৰ সংগ্ৰামত তিৰোতাসকলে পুৰুষক চেৰ পেলাব কিজানি। ধৰ্ম-ভক্তি আদিত পুৰুষতকৈ নাৰী সদায় শ্ৰেয়—নীৰৱ গাম্ভীৰ্যপূৰ্ণ ত্যাগ তিৰোতাৰ প্ৰতীক চিহ্ন। বঙ্গদেশৰ চৰকাৰে

তিৰোতাসকলক জুইৰ সমুখলৈ ঠেলি দিছে। ভাৰতৰ সকলো মহিলাই এই কথা সাহসেৰে সমুখীন হৈ সংগঠিত হৈ উঠিব বুলি মই আশা কৰিছোঁ। বেছিভাগ পুৰুষকে বন্দী কৰি লৈ গলে তিৰোতাৰ সন্মান ৰক্ষা কৰিবৰ কাৰণে পুৰুষৰ ঠাই অধিকাৰ কৰিবলৈ তিৰোতাসকল ওলাই আহিবলৈ বাধ্য।• এতিয়া কাৰাগাৰৰ জীৱনৰ কষ্ট পুৰুষৰ লগত সমানে বৰণ কৰিব লাগিব। ঈশ্বৰে তেওঁলোকৰ সন্মান ৰক্ষা কৰিব। দ্ৰৌপদীৰ ৰক্ষাকৰ্তা স্বামীসকলে দ্ৰৌপদীক বিবস্ত্ৰ কৰাত যেতিয়া বাধা দিব নোৱাৰিলে তেতিয়া দ্ৰৌপদীৰ আপোন ধৰ্মৰ শক্তিয়ে দ্ৰৌপদীৰ সন্মান ৰক্ষা কৰিলে। পুৰুষসকলৰ কাৰণে ই লাজৰ কথা। সদায় এনেকুৱা হৈয়েই থাকিব। নিজৰ সন্মান ৰক্ষা কৰিবৰ কাৰণে নিৰ্বলী এজনৰো শক্তি আছে। তিৰোতাৰ সন্মান ৰক্ষা কৰা পুৰুষৰ কৰ্তব্য কিন্তু ভাৰতৰ নাৰীয়ে পুৰুষৰ অবিহনে বা পুৰুষে তিৰোতাৰ সন্মান ৰক্ষা কৰাৰ পৱিত্ৰ কাম সমাধা কৰিবলৈ অপাৰগ হলে তিৰোতাই অসহায়বোধ কৰিব নেলাগে। মৃত্যুবৰণ কৰিব জানিলে সন্মান হানিৰ ভয় নেথাকে।

সমুখ ৰণক্ষেত্ৰলৈ আগবাঢ়ি আহিব খোজা তিৰোতাসকলৰ নাম নীৰৱে সময় খৰচ নকৰাকৈ সংগ্ৰহ কৰি আনিবৰ কাৰণে তিৰোতাসকলক অনুৰোধ কৰিছোঁ। বঙ্গদেশৰ নাৰীসমাজলৈ তেওঁলোকে নিজৰ সেৱা আগবঢ়াওক। আন আন ঠাইৰ ভনীসকলেও এই মহৎ আদৰ্শ অনুকৰণ কৰিবলৈ প্ৰস্তুত যেন বঙ্গদেশৰ নাৰীসকলে জানিব পাৰে। কাৰাগাৰৰ জীৱন বৰণ কৰিবলৈ বহুতো তিৰোতা বোধকৰোঁ আগবাঢ়ি নাহিব। প্ৰথমতে মাত্ৰ কেগৰাকীমানহে যদি ত্যাগ কৰিবলৈ প্ৰস্তুত হৈ ওলাই আহে তাৰবাবে গোটেই জাতিয়ে লাজ পাব নেলাগে।

পুৰুষৰ কৰ্তব্য স্পষ্ট হৈ আছে। আমি মতিভ্ৰষ্ট হব নেলাগিব। আমাৰ উত্তেজনাই তিৰোতাসকলক ৰক্ষা কৰিব নোৱাৰে। আমি চৰকাৰক শিশু বা তিৰোতাক কাৰাৰুদ্ধ কৰিব নেলাগে বুলি কোৱা নাই। পঞ্জাৱত সামৰিক আইন বলবৎ কৰোঁতে তিৰোতা আৰু শিশুৰ

শান্তি নিদিয়াকৈ থকা নাছিল। জালিনৱালাৰ তিৰোতাসকলক পঞ্জাৱত বচওৱাৰ্থ স্মিথে গাত থুই পেলাই লঘু-লাঞ্ছনা কৰি অৱমাননা কৰিছিল। তাৰ তুলনাত কলিকতাৰ বিষয়াসকলে আইনৰ চকুত দোষণীয় বুলি ভাবি তিৰোতাসকলক গ্ৰেপ্তাৰ কৰি সভ্যৰ্থবণে কাম কৰিছে। আমি তিৰোতা-সকলক কাৰাবৰণ কৰিবলৈ আগবঢ়াই দিছোঁ যাইজৰ কাৰণে কাম কৰোঁতে চৰকাৰে তেওঁলোকক গ্ৰেপ্তাৰ কৰিব পাৰে। ভাৰতত বিদেশী কাপোৰৰ ব্যৱসায় আৰু ভাৰতৰ সম্পদ শোষণ কৰাৰ ক্ষমতা লোপ কৰিবলৈ গৈ ভাৰতীয় নাৰীয়ে চৰকাৰৰ ঘাই খুটা লৰাই দিছে। সেইকাৰণে চৰকাৰে তিৰোতাৰ কামত মনকাণ নিদিব বুলি আমি আশা কৰিব নোৱাৰোঁ। আমাৰ স্বদেশী আন্দোলনত ভগিনীসকলে অংশ লব লাগে বুলি কওঁ যদি চৰকাৰে তেওঁলোকক পুৰুষৰ দৰে কাৰাৰুদ্ধ কৰিব পাৰে বুলি আমি মানি লব লাগিব।

( ২ )

তিৰোতাসকল ত্যাগৰ প্ৰতিমূৰ্তি। শুদ্ধ অন্তৰেৰে কাম কৰিলে তেওঁলোকে অসাধ্য সাধন কৰিব পাৰে। তিৰোতাসকলক আমি অপব্যৱহাৰ কৰিছোঁ। আমি বোধকৰোঁ তেওঁলোকক অৱহেলা কৰিছোঁ। কিন্তু ঈশ্বৰৰ ইচ্ছাত যঁতৰে তেওঁলোকৰ পৰিৱৰ্তন আনিছে কিজানি। চৰকাৰৰ কৃপাদৃষ্টিত থকা সকলো নেতা কাৰাৰুদ্ধ হলে তেখেতসকলে আধৰুৱাকৈ এৰি থৈ যোৱা সকলো কাম তিৰোতাসকলে বেছি ভালকৈ সমাধা কৰিব বুলি মই নিসন্দেহে কব পাৰোঁ।

ইয়ং ইণ্ডিয়া: ২২-১২-২১

## ( আশী )

# ভাৰতীয় নাৰীৰ প্ৰতি

কিছুমান ভগিনী এই সংগ্ৰামত যোগ দিবলৈ অধৈৰ্য হৈ পৰিছে। এইটো এটা ভাল চিন। 'লোণ আইন' ভঙ্গ কৰা অভিযান যিমানেই আকৰ্ষণীয় নহওক লাগে তিৰোতাসকল এই অভিযানত লাগিলে তেওঁলোকৰ শক্তিৰ সুপ্ৰয়োগ নহব বুলি মই বুজিব পাৰিলোঁ। তেওঁলোক জনতাৰ মাজত হেৰাই যাব আৰু তেওঁলোকৰ ত্যাগ-তৃষ্ণা পূৰণ নহব।

এই অহিংস অসহযোগ আন্দোলনত তেওঁলোক পুৰুষতকৈ বেছি কাম কৰিব লাগিব। তিৰোতাক অবলা বোলা এটা সন্মানহানিকৰ কথা। তিৰোতাক অবলা বুলি পুৰুষে অন্যায় কৰিছে। শক্তিৰ অৰ্থ যদি পশুশক্তি হয় তেন্তে সঁচাকৈয়ে তিৰোতা পুৰুষতকৈ পশুশক্তিত হীন কিন্তু শক্তিৰ অৰ্থ নৈতিক শক্তি হলে তিৰোতা পুৰুষতকৈ বহুগুণে শ্ৰেষ্ঠ। তিৰোতাৰ বোধজ্ঞান পুৰুষতকৈ বেছি নহয় জানো? তিৰোতা পুৰুষতকৈ বেছি আত্মত্যাগী, বেছি ধৈৰ্যশীলা আৰু সাহসী নহয় জানো? তিৰোতা অবিহনে পুৰুষসকল ক'ৰবাত থাকিলহেতেন। অহিংস নীতিৰে জীয়াই থাকিব খুজিলে আমাৰ ভৱিষ্যত তিৰোতাৰ হাতত।

এই ধৰণে মই কেইবা বছৰৰপৰা চিন্তা কৰিছোঁ। আশ্ৰমৰ তিৰোতাসকলে পুৰুষৰ লগত কাম কৰিবৰ কাৰণে অতিশয় আগ্ৰহান্বিত হৈছে। ইয়াকে দেখি তিৰোতাসকলে লোণ আইন ভঙ্গ কৰাতকৈ ডাঙৰ কাম কৰিব পাৰিব বুলি মোৰ মনে কৈছে।

তিৰোতাৰ কাৰণে এই কাম এতিয়া মই বিচাৰি পাইছোঁ যেন লাগিছে। মদ আৰু বিদেশী কাপোৰৰ দোকানত পুৰুষসকলে কৰা

পিকেটিং আশা কৰাতকৈও বেছি সাফল্যমণ্ডিত হৈছিল যদিও এই কাৰ্যই হিংসাৰূপ লোৱাত ব্যৰ্থ হল। প্ৰকৃত প্ৰভাৱ বিস্তাৰ কৰিবলৈ হলে এই পিকেটিং আকৌ আৰম্ভ কৰিব লাগে। শেহলৈকে শান্তিপূৰ্ণ হৈ থাকিলে এই উপায়েৰে মদ আৰু বিদেশী কাপোৰ ব্যৱহাৰ কৰাসকলক অতি শীঘ্ৰে শিক্ষা দিব পৰা হব। মদ আৰু বিদেশী কাপোৰ বৰ্জন কৰিবলৈ তেওঁলোকক জোৰ কৰিব নেলাগে, বুজাই-বঢ়াই তেওঁলোকক নিজৰ মতলৈ আনিব লাগে। ই এটা নৈতিক দীক্ষা। তিৰোতাতকৈ কোনে বাৰু অন্তৰস্পৰ্শীকৈ মানুহৰ অন্তৰত আৱেদন কৰিব পাৰিব ?

ৰাগীয়াল বস্তু আৰু ৰাগীয়াল ঔষধ নিষিদ্ধকৰণ আৰু বিদেশী কাপোৰ বৰ্জন কৰা কাম শেহত আইনৰ জৰিয়তে কৰিবই লাগিব। কিন্তু তলৰপৰা সকলোৱে নিশ্চিতভাৱে জোৰ নিদিলে আৰু বাইজৰ দাবী অনুভৱ কৰিব নোৱাৰিলে এই আইন কেতিয়াও হব নোৱাৰে।

এই দুটা কাম জাতিৰ কাৰণে অতি আৱশ্যকীয়। কোনেও এই কথা অস্বীকাৰ নকৰে। মদ আৰু ৰাগীয়াল ঔষধ খালে মানুহৰ নৈতিক স্বাস্থ্যৰ অৱনতি হয়। বিদেশী কাপোৰ ব্যৱহাৰ কৰিলে জাতিৰ অৰ্থনৈতিক ভেটি শিথিল হয় আৰু লাখ লাখ মানুহ নিবনুৱা হয়। এই দুখ-কষ্টৰ হেঁচা তিৰোতাসকলে বেছিকৈ অনুভৱ কৰে। শান্তি আৰু শৃংখলাপূৰ্ণ ঘৰ এখনত মদে কৰা অনিষ্ট সাধন মদাহী স্বামীৰ স্ত্ৰীয়ে মাথোন অনুভৱ কৰিব পাৰিব। আমাৰ গাঁৱৰ লাখ লাখ তিৰোতাই নিবনুৱা সমস্যাৰ কথা বুজিব পাৰিছে। চৰখা সংঘত আজি একলাখ তিৰোতা আছে আৰু এই সংঘত দহ হেজাৰতকৈ কম পুৰুষ আছে।

ভাৰতৰ তিৰোতাসকলে এই দুটা কামত বিশেষভাৱে লাগি জাতীয় মুক্তিৰ কামত পুৰুষতকৈ বেছি কাম কৰিব পাৰিব। ইমান দিনে উপলব্ধি কৰিব নোৱাৰা নিজৰ শক্তিক তেওঁলোকে উপলব্ধি কৰিব আৰু তেওঁলোকৰ আত্মবিশ্বাস জাগি উঠিব।

বিদেশী কাপোৰ কিনা-বেচা কৰা আৰু মদ বেচা আৰু মদখোৱা

মানুহবিলাকৰ তিৰোতাসকলে আৱেদন কৰিলে তেওঁলোকৰ অন্তৰ স্পৰ্শ নকৰাকৈ নেথাকে। এই চাৰিবিধ মানুহৰ প্ৰতি তিৰোতাসকলে হিংসানীতি প্ৰয়োগ কৰিব বুলি কোনেও সন্দেহ নকৰে। চৰকাৰ ইমান নীৰৱ প্ৰতিৰোধহীন আন্দোলনৰ প্ৰতি বেছিদিন নিৰ্বিকাৰ হৈ থাকিব নোৱাৰিব।

এই আন্দোলন তিৰোতাসকলে আগভাগ লৈ সম্পূৰ্ণভাৱে নিয়ন্ত্ৰণ কৰিব - এই কথাটোতে আন্দোলনৰ সৌন্দৰ্য নিহিত আছে। তেওঁলোকে এই কামত পুৰুষৰ সহায় যিমান বিচাৰে সিমান লাভ কৰিব কিন্তু পুৰুষে সম্পূৰ্ণভাৱে তিৰোতাৰ অধীন হৈ এই কামত লাগিব পাৰিব।

এই আন্দোলনত শিক্ষিত অশিক্ষিত হেজাৰ হেজাৰ মহিলাই যোগদান কৰিব পাৰিব।

অতি শিক্ষিতা মহিলাসকলে জনগণৰ লগত এক হৈ জনতাক নৈতিক আৰু জাগতিক ক্ষেত্ৰত সহায় কৰিবলৈ মোৰ এই গোঁহাৰিত সুবিধা লাভ কৰিব।

বিদেশী কাপোৰ বৰ্জনৰ বিষয়ে অধ্যয়ন কৰিলে তেওঁলোকে খদ্দৰৰ প্ৰচাৰ নকৰাকৈ এই বৰ্জন কৰা কাম কৰা অসম্ভৱ বুলি বুজিব পাৰিব।

মিল মালিকসকলে অদূৰ ভৱিষ্যতে ভাৰতীয় প্ৰয়োজন পূৰাবৰ কাৰণে যথেষ্ট কাপোৰ উৎপাদন কৰিব নোৱাৰে বুলি স্বীকাৰ কৰিব।

প্ৰকৃত পৰিৱেশ সৃষ্টি কৰিব পাৰিলে গাঁৱে গাঁৱে ঘৰে ঘৰে খদ্দৰ উৎপাদন কৰিব পাৰি। আহৰি পৰৰ প্ৰত্যেকটো মিনিট সূতাকটাত প্ৰয়োগ কৰি ভাৰতীয় নাৰীয়ে এই পৰিৱেশ সৃষ্টি কৰিব লাগে। তেওঁলোকৰ এই কাম কৰাত সুবিধা আছে। খদ্দৰৰ উৎপাদন সূতাকটাৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ অভিযানৰ যোৱা দহদিনত অৱস্থাৰ হেঁচাত তকলিৰ প্ৰচুৰ সম্ভাৱনা শক্তিক উপলব্ধি কৰিছোঁ। এই কথা মই আগতে নেজানিছিলোঁ। টাকুৰীৰে আচৰিত ধৰণে কাম কৰিব পাৰি।

খেলাৰ চলেৰে মোৰ সহকৰ্মী এজনে আন কামত বাধাৰ সৃষ্টি নকৰাকৈ দৈনিক চাৰি বৰ্গফুট কাপোৰ ববৰ কাৰণে ১২ নং খাদী সূতা উৎপাদন কৰিছিল। যুদ্ধকালীন ব্যৱস্থাৰূপে খদ্দৰৰ শক্তি অপৰাজেয়। এই দুটা সংস্কাৰৰ নৈতিক ফল সঁচাকৈয়ে মহান। ৰাজনৈতিক ফলও যথেষ্ট ডাঙৰ হ'ব। ৰাগীয়াল বস্তু নিবাৰণ কৰিলে ২৫ কোটি ৰাজহ ঘাটি হ'ব। বিদেশী বস্ত্ৰ বৰ্জন কৰি ভাৰতীয় জনগণে ৬০ কোটি টকা সঞ্চয় কৰিব। লোণ আইন ভঙ্গ কৰাতকৈ এই দুটা কামত কৃতকাৰ্যতা লাভ কৰিব পাৰিলে টকা-পইচাৰ ফালৰপৰা লাভজনক হ'ব। এই দুটা সংস্কাৰৰ নৈতিক ফলাফলৰ মূল্য নিৰূপণ কৰা অসম্ভৱ।

"মদ আৰু বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰা কাম উত্তেজনামূলক আৰু সাহসিকতামূলক নহয়"—এইবুলি কিছুমান ভগিনীয়ে হয়তো ক'ব পাৰে। কিন্তু মনে-প্ৰাণে তেওঁলোকে এই আন্দোলনত লাগিব পাৰিলে তেওঁলোকে এই কামত প্ৰচুৰ উত্তেজনা আৰু সাহসিকতা-মূলক কাম পাব। অৱশ্যে এই কাম সমাধা হোৱাৰ আগতে কাৰাবৰণ কৰিবলগীয়াও হ'ব পাৰে। তেওঁলোক অপমানিত হ'ব পাৰে বা শাৰীৰিক আঘাত সহ্য কৰিবলগীয়াও হ'ব পাৰে। এই আঘাত আৰু অপমান সহ্য কৰি তেওঁলোকে গৌৰৱ অনুভৱ কৰিব। এইখিনি দুখ-যাতনা সহ্য কৰিব পাৰিলে আমি লক্ষ্যত সোনকালে উপনীত হ'ব পাৰিম।

ভাৰতীয় নাৰীসমাজে মোৰ গোহাৰিত সঁহাৰি জনাই সোনকালে কামত নামিব লাগে। সৰ্বভাৰতীয়ভাৱে এই কাম সংগঠন কৰিব নোৱাৰিলে যিকেইখন প্ৰদেশত সংগঠন কৰিব পাৰি সেই প্ৰদেশ কেইখনতে কাম আৰম্ভ কৰিব লাগে। তেওঁলোকৰ দৃষ্টান্ত আন আন প্ৰদেশবোৰে সোনকালে অনুসৰণ কৰিব।

ইয়ং ইণ্ডিয়া : ১০-৪-৩০

( একাশী )

# সন্মিলনত নাৰী

দেওবাৰে দান্দিত হোৱা মহিলা সন্মিলনখন মোৰ আশানুৰূপে এখন মহাসভাত পৰিণত হৈছিল। চৰকাৰে কৃপা কৰি বৰোদা ৰাজ্যত নৰচাৰীৰপৰা দান্দিলৈ যোৱা পথৰ মাজেৰে গাড়ী চলাচল নিষিদ্ধ কৰাত বহুতে দান্দিলৈ এই বাৰ মাইল বাট খোজকাঢ়ি আহিছিল। তলত লিখা প্ৰস্তাৱকেইটা সন্মিলনত সৰ্বসম্মতিক্ৰমে গৃহীত হৈছিল ঃ

(১) গান্ধীজীৰ ভাষণ শুনি ১৯৩০ চনৰ তেৰ এপ্ৰিল তাৰিখে দান্দিত সমবেত হোৱা মহিলাসকলে গুজৰাটৰ মদৰ দোকানত পিকেটিং কৰিব আৰু দোকানৰ দোকানী আৰু গ্ৰাহক দুয়োকে যথাক্ৰমে এই ব্যৱসায় এৰিবলৈ আৰু মদ নেখাবলৈ গোহাৰি জনাব বুলি সংকল্প লয়। এনেদৰে বিদেশী কাপোৰৰ দোকানতো পিকেটিং কৰি বিদেশী কাপোৰ বেচা-কিনা কৰা মানুহক বিদেশী কাপোৰ বেচা-কিনা কৰাৰপৰা বিৰত থাকিবলৈ আবেদন কৰিব।

(২) বিদেশী কাপোৰ বৰ্জন কেৱল খদ্দৰৰ যোগেদি সম্ভৱ হব বুলি সন্মিলনে অভিমত প্ৰকাশ কৰে। সেইকাৰণে সন্মিলনত সমবেত হোৱা মহিলাসকলে কেৱল খদ্দৰ ব্যৱহাৰ কৰিব বুলি সংকল্প গ্ৰহণ কৰে। তেওঁলোক যিমানদূৰ সম্ভৱ সদায় সূতা কাটিব আৰু সূতাকটাৰ লগত জড়িত থকা আগৰ কামবোৰ শিকি খদ্দৰ ব্যৱহাৰ সম্পৰ্কে ওচৰ-চুবুৰীয়াৰ মাজত প্ৰচাৰ কৰিব; তাৰ লগতেই তেওঁলোকক সূতা কাটিবলৈও শিকাব আৰু তেওঁলোকে সদায় যাতে নিয়মিতভাৱে সূতা কাটে তাৰ বাবে উৎসাহ যোগাব।

(৩) এই সন্মিলনতে আৰম্ভ হোৱা আন্দোলনত গুজৰাট আৰু আন আন প্ৰদেশৰ সকলো নাৰীয়ে যোগদান কৰি হাতেকামে লাগি যাব বুলি সন্মিলনে আশা প্ৰকাশ কৰিছে।

স্বৰাজ আন্দোলনৰ এই প্ৰসাৰ সম্পৰ্কীয় কামখিনি মই অতি গুৰুত্বপূৰ্ণ বুলি ভাবোঁ। এই কাকতত আগতেই কোৱা যুক্তিবোৰ পুনৰ দোহাৰিবৰ প্ৰয়োজন নাই। মিথুঁবেনে কাম কৰিবলৈ ইতিমধ্যে আৰম্ভ কৰিলেই। তেওঁ বৈ থকা বিধৱ মহিলা নহয়। তেওঁলোকে প্ৰত্যেকখন মদৰ দোকানৰ সমুখত ২০।২৫ জনীমানকৈ তিৰোতা থৈ দিব খুজিছে আৰু ব্যক্তিগতভাৱে মদৰ দোকানলৈ অহা মানুহ-বিলাকৰ সংস্পৰ্শলৈ আহি তেওঁলোকক মদৰ দোকানলৈ অহা অভ্যাস এৰুৱাবলৈ চেষ্টা চলাইছে। দোকানীসকলৰ ওচৰলৈ গৈ এই নৈতিকতা-বিহীন কামবোৰ এৰি দি ভাল উপায়েৰে জীৱিকা অৰ্জন কৰিবৰ কাৰণে তেওঁলোকে আৱেদন জনাব।

বিদেশী কাপোৰৰ দোকানতো একে ধৰণে কাম কৰিব। প্ৰশিক্ষণ-প্ৰাপ্ত স্বেচ্ছাসেৱিকাৰ সংখ্যা যথেষ্টভাৱে ওলালে তেওঁলোকে বিদেশী কাপোৰৰ দোকানতো একে ধৰণে কাম আৰম্ভ কৰিব। যদিও এখন সমিতিয়ে দুটা বৰ্জনমূলক কাম হাতত লৈছে, দুবিধ কামৰ কাৰণে এই সমিতিৰ দুটা শাখাৰ প্ৰয়োজন হ'ব। যিকোনো তিৰোতাই নিজৰ সেৱা যিকোনো শাখাতে আগবঢ়াব পাৰে। তিৰোতাসকল কংগ্ৰেছৰ সভ্য নহলেও হ'ব। তেওঁলোকে এই কাম কংগ্ৰেছৰ কাৰ্যক্ৰমণিকাৰ কাম বুলি জানিলেই হ'ব। এই কামৰ ৰাজনৈতিক তাৎপৰ্য অসীম। এই কামৰ নৈতিক আৰু অৰ্থনৈতিক গুৰুত্বও সমানে আছে।

যিসকল তিৰোতাই বিদেশী কাপোৰ বৰ্জন কৰা শাখাত কাম কৰিব তেওঁলোকে বিদেশী কাপোৰ বৰ্জন কৰাৰ লগতে খদ্দৰ উৎপাদনৰ গঠন-মূলক কাম নকৰি কেৱল বিদেশী কাপোৰ বৰ্জন কৰিব লাগে বুলি ক'লে অনিষ্ট সাধন হ'ব। খদ্দৰৰ উৎপাদন নহৈ বিদেশী কাপোৰ বৰ্জন কৰা অভিযান কৃতকাৰ্য হ'লে আমাৰ স্বাধীনতাৰ কাৰণে কৰা জাতীয় আন্দোলনেই বিফল হৈছে বুলি প্ৰমাণিত হ'ব। কাৰণ লাখ লাখ মানুহে বিদেশী কাপোৰ বৰ্জন কৰা ভাল বুলি সবলভাৱে মানি লব ঠিক, কিন্তু পিন্ধিবলৈ কাপোৰ নেপালে বা কাপোৰৰ দাম চৰা পালে তেওঁলোকে

আমাক অভিসম্পাত দিব। সেই কাৰণে বিদেশী কাপোৰ বৰ্জন কৰিব লাগে আৰু পিন্ধিবলৈ সূতা, কাটি কাপোৰ কৰি লব লাগে বুলি মন্ত্ৰ প্ৰচাৰ কৰিব লাগে। খদ্দৰৰ অভাৱ এতিয়া হৈছেই। খদ্দৰৰ বহুতো কৰ্মী এতিয়া 'লোণ-অভিযান'ত আছে। সেইকাৰণে বৰ্তমান খদ্দৰৰ উৎপাদনৰ কামে সাময়িকভাৱে অলপ বাধা পাইছে।

লজ্জা নিবাৰণৰ কাৰণে কাপোৰ কিনিব লাগে বোলা অন্ধবিশ্বাস দেশে ত্যাগ কৰিব পাৰিলে কাপোৰৰ অনাটন কেতিয়াও নহয়। এই কথা মানচেষ্টাৰৰ বিস্কুট নেপালে খাবলৈ নাই বোলা কথাষাৰৰ দৰে হব। আমি নিজে ৰান্ধি-বাঢ়ি খোৱাৰ দৰে ইচ্ছা কৰিলে আমি নিজৰ কাপোৰ বৈ পিন্ধিব পাৰোঁ। এশ বছৰৰ আগতে আমি এই কাম কৰিব পাৰিছিলোঁ—এই কৌশল আমি আকৌ শিকি লব পাৰোঁ। আচল লাগতিয়াল পদ্ধতিখিনি শিকিবলৈ বৰ সহজ। আমাৰ এই চৰম সংকট-কালীন অৱস্থাত—জাতীয় বুৰঞ্জীৰ এই সন্ধিক্ষণত আমি কোনো সংকোচ কৰিব নেলাগে আৰু এলাহক প্ৰশ্ৰয় দিব নেলাগে। মিলবিলাকৰ বিষয়ে মোৰ যুক্তিৰ পুনৰুক্তি অনাৱশ্যক। প্ৰতিটো মিল সঁচাকৈয়ে স্বদেশী আৰু দেশহিতকৰ হলেও এই মিলবোৰে আমাৰ সকলো প্ৰয়োজন পূৰণ কৰিব নোৱাৰে। আমি যদি অহিংস নীতিৰে স্বাধীনতা লাভ কৰিবলৈ ইচ্ছা কৰোঁ আৰু ১৯২০ চনতে মনস্থ কৰা মতে বিদেশী কাপোৰ বৰ্জনৰ কামত সফলতা লাভ কৰিব খোজোঁ তেন্তে আমি ভালেই পাওঁ বা বেয়াই পাওঁ, খদ্দৰক বাদ দিব নোৱাৰোঁ।

পুৰুষৰ উদ্দেশ্যে ভাষণ দিয়াৰ কথা নাছিল যদিও দান্দিলৈ অহা পুৰুষ সকললৈ এটি ভাষণ দিবলগীয়া হোৱাত সেই ভাষণত বৰ্জনমূলক আন্দোলনত পুৰুষৰ ভূমিকাৰ বিষয়ে মই বহুত কৈছোঁ। ইয়াত এইখিনি কলেই যথেষ্ট হব যে তিৰোতাই আৰম্ভ কৰা পিকেটিং প্ৰমুখ্যে বৰ্জন-মূলক আন্দোলনত পুৰুষে ভাগ ল'লে এই আন্দোলন নষ্ট হ'ব।

ইয়ং ইণ্ডিয়া : ১৭-৪-৩০

## ( বিৰাশী )

# যঁতৰ আৰু নাৰী

এই উৎপাদনখিনিৰ অৰ্থ হল বিহাৰৰ ত্ৰিশ হেজাৰ দুখীয়া মহিলাৰ মাজত ত্ৰিশ হেজাৰ টকা বিতৰণ কৰি দিয়া। দ্বাৰভাঙ্গাৰ খদ্দৰৰ কেন্দ্ৰ-সমূহলৈ মোৰ লগত আহকচোন, হিন্দু-মুছলমান মহিলাসকলক যঁতৰে দিয়া সুখ আৰু আনন্দ চাই লওকহি। যঁতৰে যদি আৰু আন বহুতক কাম দিব নোৱাৰে তেন্তে তাৰ বাবে জগৰীয়া মই নহয়—আপোনালোক। তেওঁলোকৰ হাতেকৰা বস্তুবোৰ যদি আপোনালোকে কিনিবলৈ মন নকৰে তেনেহলে খদ্দৰৰ কাম আগবাঢ়িব নোৱাৰে। আপুনি কিনা খদ্দৰৰ প্ৰতিগজ কাপোৰে এই তিৰোতাসকলক কেইটামান পইচা যোগায়—কেইটিমান তামৰ পইচা মাত্ৰ, তাতকৈ বেছি একো নহয়। কিন্তু আগেয়ে সেই তাঁমৰ পইচা কেইটাও তেওঁলোকে নেপাইছিল। মই ৰাজমুন্দ্ৰি আৰু বৰিশালত পণ্ডিতা নাৰী দেখিছিলোঁ। এজনী গাভৰু ছোৱালী আহি মোক প্ৰশ্ন কৰিলে, "গান্ধীজী, আপোনাৰ যঁতৰে আমাক কি দিব? আমাৰ ওচৰলৈ অহা পুৰুষসকলে কেইমিনিটমানৰ ভিতৰতে আমাক পাঁচ-দহ টকা দি থৈ যায়।" মই তেওঁক কলো যে যঁতৰে তেওঁলোকক ইমানকৈ দিব নোৱাৰে। তাৰ লগতে ইয়াকো কলোঁ যে তেওঁলোকে যদি লাজৰ জীৱন ত্যাগ কৰে, তেওঁলোকক সূতাকটা আৰু তাঁতবোৱা শিকাবলৈ মই দিহা কৰিব পাৰোঁ আৰু ভালভাৱে জীৱনযাপন কৰাত সহায় কৰিব পাৰোঁ। সেই ছোৱালীজনীৰ কথা শুনি মোৰ অন্তৰ জঁয় পৰি গ'ল—"ভগৱান, মই তিৰোতা হৈ জন্মগ্ৰহণ নকৰিলোঁ কিয়?" মই যদিও তিৰোতা হৈ জন্মগ্ৰহণ কৰা নাই মই তিৰোতাৰ কথা অনুভৱ কৰিব পাৰোঁ। দৈনিক এক অনা পইচাও উপাৰ্জন নকৰাকৈ থকা ভাৰতৰ অগণন দুখীয়া নাৰীৰ কাৰণে মই ভিক্ষাপাত্ৰ আৰু যঁতৰ লৈ পৰিভ্ৰমণ কৰি ফুৰিছোঁ।

ইয়ং ইণ্ডিয়া: ১০-২-২৭

## ( তিৰাশী )

# এগৰাকী ভগিনীৰ অসুবিধা

এগৰাকী ভগিনীয়ে লেখিছে—

"আমাৰ প্ৰত্যেকে খদ্দৰ পিন্ধিব লাগে বুলি আপোনাক এবছৰৰ আগতে কোৱা শুনিছিলোঁ আৰু সেইকাৰণে খদ্দৰ পিন্ধিবলৈ ঠিক কৰিছিলোঁ। আমি দুখীয়া মানুহ। মোৰ স্বামীয়ে খদ্দৰ বৰ দামী কাপোৰ বুলি কৈছে। মই মহাৰাষ্ট্ৰীয়; আমাৰ নিজস্ব ঢঙত কাপোৰ পিন্ধিবৰ কাৰণে মোক ৮ গজ দীঘৰ শাৰী লাগে। মই যদি ৬ গজ কাপোৰৰ শাৰী পিন্ধিবলৈ লওঁ বহুতো ধন বাচি যায়, কিন্তু বয়োজ্যেষ্ঠা-সকলে এই কৰ্তন মানি লব নোখোজে। শাৰী পিন্ধা ধৰণ আৰু শাৰীৰ দৈৰ্ঘ অলাগতিয়াল কথা—খদ্দৰ পিন্ধাহে অতি প্ৰয়োজনীয় বুলি মই তেওঁলোকক কৈছিলোঁ। কিন্তু মোৰ যুক্তি অথলে গ'ল। মোৰ যৌৱনেহে হেনো মোৰ মূৰত এই নতুন নতুন কথাবোৰ সুমুৱাই দিছে। তেওঁলোকে কয় যে আপুনি মোলৈ শাৰী পিন্ধা ধৰণ সলনি কৰি হলেও খদ্দৰ ব্যৱহাৰ কৰা উচিত বুলি লিখে যদি তেওঁলোকে মই কোৱা শাৰীৰ দৈৰ্ঘতা কৰ্তন কৰিবলৈ সন্মত হব বুলি মই আশা কৰিছোঁ।"

ভগিনী গৰাকীয়ে বিচৰামতে মই এই চিঠিৰ উত্তৰ দিছোঁ। ভগিনী গৰাকীৰ অসুবিধাৰ কথাটো মই মন কৰিছোঁ। বহুতো ভগিনীয়ে এই একে অসুবিধাৰে সমুখীন হবলগীয়া হৈছে বুলি মই বুজি পাইছোঁ।

এই চিঠিখনে লিখিকাৰ প্ৰবল দেশহিতৈষিতাৰ ভাব ফুটাই তুলিছে। এই লিখিকাৰ দৰে নিজৰ ইচ্ছাত পুৰণি ধৰণ-ধাৰণ, ৰীতি-নীতি এৰি দিবলৈ বেছিভাগ ভগিনীয়ে ইচ্ছা নকৰিব। বহুতো বাই-ভনী আছে যিসকলে ভাবে যে স্বৰাজ এনে এটা বস্তু যাক বিনাব্যয়ে গুণাগুণ বিচাৰ নকৰাকৈ পুৰণি আচাৰ-নীতিকে আঁকোৱালি লৈ আনন্দেৰে লাভ কৰিব

পাৰি। কিন্তু স্বৰাজ ইমান সহজলভ্য নহয়। স্বৰাজলাভ কৰিবলৈ হলে আত্মত্যাগৰ ভাব মনত জগাই তুলিব লাগিব, প্ৰাদেশিকতাৰ মনোভাব ত্যাগ কৰিব লাগিব।

জাতীয় স্বৰাজ লাভ কৰিবলৈকে কেৱল নহয়, প্ৰাদেশিক স্বায়ত্তশাসন লাভ কৰিবলৈও প্ৰাদেশিকতা প্ৰতিবন্ধক স্বৰূপ। এই সংকীৰ্ণ মনোভাব পোষণ কৰা কাৰণে পুৰুষতকৈ তিৰোতাসকল বেছি জগৰীয়া। বিচিত্ৰতা কিছুদূৰলৈ মানি লোৱা ভাল ; কিন্তু সীমা অতিক্ৰম কৰিলে সা-সুবিধা আৰু আচাৰ-নীতিয়ে বিচিত্ৰতাৰ ভুৱা নাম লৈ জাতীয়তাবোধৰ অন্যায় কৰে। দাক্ষিণাত্যৰ শাৰী সুন্দৰ, কিন্তু এই সুন্দৰতা যদি জাতিক বলি দি ৰক্ষা কৰিব লাগে তেন্তে এই সৌন্দৰ্যৰ বিনাশ বাঞ্ছনীয়। কচ্ছ উপকূলত ব্যৱহাৰ কৰা চুটি শাৰী আৰু পাঞ্জাৱী 'ওধানী' ধৰণৰ শাৰীয়ে যদি খদ্দৰৰ মূল্য সস্তা কৰিব পাৰে তেন্তে এই দুই ধৰণৰ শাৰীক কলা-সুলভ দৃষ্টিকোণেৰে বিবেচনা কৰি চাব পাৰি। দাক্ষিণাত্যৰ, গুজৰাটী, কচ্ছদেশীয়, বঙালী—শাৰী পিন্ধাৰ এই সকলোবোৰ পদ্ধতিয়ে বিবিধ জাতীয় ধৰণৰ; প্ৰতিটো ঢং জাতীয় বৈশিষ্ট্যপূৰ্ণ। এনে অৱস্থাত সুন্দৰতা ৰক্ষা কৰি যি ধৰণে শাৰী পিন্ধিলে আটাইতকৈ কম কাপোৰ লাগে সেই ধৰণটোকে আগ ঠাই দিব লাগে। কচ্ছৰ ধৰণেৰে শাৰী পিন্ধিলে আটাইতকৈ কম কাপোৰ লাগে—মাত্ৰ তিনিগজ কাপোৰেই হয়; গুজৰাটী শাৰীৰ দীৰ্ঘতাৰ আধা ভাগ। কম ওজন কঢ়িয়াই নিয়া বা কষ্টৰ লাঘৱ হোৱা কথা উল্লেখ নকৰিলোঁৱেই বাৰু। যদি 'পাচ্ছেদ' আৰু পেটিকোটটো একে ৰঙৰ হয় তেতিয়া কোনেও সোনকালে পেটিকোট নে পূৰ্ণদৈৰ্ঘ্যৰ শাৰী বুজিব নোৱাৰে। পাৰম্পৰিক সালসলনি আৰু এনে ধৰণৰ জাতীয় কাপোৰ পৰিধানৰ প্ৰণালীবোৰৰ অনুকৰণ বৰ প্ৰয়োজনীয় হৈ পৰিছে।

ধনী মানুহবিলাকে তেওঁলোকৰ চন্দুকত সকলো ধৰণৰ প্ৰাদেশিক সাজ পাৰ থৈ দিব পাৰে। গুজৰাটী পৰিবাৰে বঙালী আলহী লোধোঁতে যদি বঙালী ধৰণেৰে পোচাক পিন্ধে আৰু বঙালী পৰিবাৰে গুজৰাটী

আলহী আপ্যায়ন কৰোঁতে গুজৰাটী ধৰণেৰে পিন্ধে তেন্তে ভদ্ৰোচিত আৰু দেশহিতকৰ কথা হব—ধনাঢ্য দেশহিতৈষীসকলেহে কেৱল এনে কাম কৰিব পাৰিব। মধ্যবিত্ত আৰু দুখীয়া শ্ৰেণীৰ দেশহিতৈষীসকলে যি প্ৰদেশৰ কাপোৰ পিন্ধা ধৰণেৰে পিন্ধিলে সস্তা হয় আৰু খদ্দৰ ব্যৱহাৰ কৰাত সহায় হয় সেই ধৰণেৰে পিন্ধি গৰ্ব অনুভৱ কৰিব লাগে। এনেকুৱা ধৰণে পিন্ধিবলৈ লৈও তেওঁলোকে আটাইতকৈ দুখীয়াজনৰ কাপোৰ পিন্ধা ধৰণৰ প্ৰতি লক্ষ্য ৰাখিব লাগে।

স্বদেশীৰ অৰ্থ নিজৰ ঘৰৰ সমুখৰ জানজুৰিতে সাঁতুৰি নাদুৰি থকা নহয়; সেই জুৰিক উপনদী কৰি সাগৰলৈ বোৱাই লৈ যাব লাগিব—তাৰ মানে জাতিয়ে সেই পানী পাব লাগিব। পানী নিৰ্মল আৰু পৱিত্ৰ হলেহে জাতিক যাচিব পৰা হব। সেইকাৰণে যিবিলাক স্থানীয় আৰু প্ৰাদেশিক আচাৰ-নীতি অপৱিত্ৰ আৰু অনৈতিক নহয় সেই নীতি গোটেই দেশতে প্ৰচলন হব লাগে। এই সত্য এবাৰ উপলব্ধি কৰিব পাৰিলে জাতীয়তাবোধ মানৱতাবোধলৈ ৰূপান্তৰিত হব।

সাজপাৰৰ কথাত যি কথা প্ৰযোজ্য, ভাষা, আহাৰ আদিৰ কথাতো সেই একে কথাই প্ৰযোজ্য। আমি পৰিবেশৰ লগত খাপ খোৱাকৈ আন প্ৰদেশৰ সাজ-পোছাক অনুকৰণ কৰিব লাগে, তেনেকৈ ভাষা প্ৰমুখ্যে আন আন কথাও একেদৰেই গ্ৰহণ কৰিব পাৰোঁ। কিন্তু বৰ্তমান আমাৰ সকলো শক্তি সজ্ঞানে বা অজ্ঞানবশতঃ নিজৰ মাতৃ-ভাষাক অৱহেলা কৰি আনকি আন আন প্ৰদেশৰ ভাষাকো অৱহেলা কৰি ইংৰাজীক গৌৰৱৰ স্থান দিবলৈ কৰাটো অসম্ভৱ অলাগতিয়াল আৰু মৃত্যুৰূপী প্ৰচেষ্টাত পৰিণত হৈছে।

ইয়ং ইণ্ডিয়া: ২-২-২৮

## ( চেৰাশী )

# এয়া কি পুৰুষৰ কাম নহয় ?

এজন অধ্যাপকে এনেদৰে লিখিছে—

"যঁতৰ আৰু খদ্দৰৰ ওপৰত ব্যক্তিগতভাৱে মোৰ অগাধ বিশ্বাস। খদ্দৰৰ অবিহনে শ্ৰেণী সম্প্ৰদায় নিৰ্বিশেষে সকলো ভাৰতীয় ৰাইজৰ মাজত যোগসূত্ৰ নেথাকিব বুলি মই ভালকৈ বুজিব পাৰিছোঁ। উমৈহতীয়া যোগসূত্ৰৰ অভাৱ হলে আৰু ৰাইজৰ মাজত একতাৰ ভাব নেথাকিলে কোনো দেশে একো কাম কৰিব নোৱাৰে। ভাৰতবৰ্ষৰ কথা নকলোঁৱেই বাৰু! খদ্দৰৰ উৎপাদনে কৃতকাৰ্যতা লাভ কৰিলে বিদেশী কাপোৰ বৰ্জন কৰিব পৰা হব বুলিও মই ভালদৰে বুজি পাইছোঁ। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিবলৈ হলে খদ্দৰৰ কাৰ্যক্ৰমণিকা সাফল্যমণ্ডিত হব লাগিব।

কিন্তু আপুনি ভুল বাটে গৈছে বুলি মই ভাবোঁ। বলী হৃষ্ট-পুষ্ট পুৰুষসকলে তিৰোতাৰ দৰে সূতা কাটিবলৈ বহিলে আমি কেনেবা দেখোঁ। বৰ্তমান আমি তিৰোতাতকৈ বেছি উন্নত নহয় বুলিও মই ভালকৈ উপলব্ধি কৰোঁ। তথাপি শ শ বছৰ ধৰি তিৰোতাই কৰিব লাগে বুলি ভবা কাম এটা আচলতে আমি কৰিবলৈ লব নোৱাৰোঁ। যদি মই বুজিলোঁহেতেন যে দেশৰ গোটেই তিৰোতাসকলে সূতা কাটিব লাগে আৰু লগতে পুৰুষসকলৰো এই কামত সমৰ্থন আৰু সহযোগ থাকিব লাগে তেতিয়াও মই মোৰ এই মনোভাব জোকাৰি পেলাব পাৰিলোঁহেতেন। তিৰোতাসকল বিদেশী কাপোৰ পিন্ধি ঘূৰি ফুৰিলে পুৰুষসকলক সূতা কাটিবলৈ কলে আগৰ কাম পিচত কৰাৰ দৰে হব। তাৰ উপৰিও বিদেশী কাপোৰৰ সমস্যা তিৰোতাই সৃষ্টি কৰা সমস্যা। সেইকাৰণে খদ্দৰ আৰু যঁতৰৰ কথা তিৰোতাৰ পৰিবৰ্তে পুৰুষক কলে সমস্যাৰ সমাধান কৰিবলৈ ভুল পন্থা লোৱাৰ দৰে হব।

মোৰ বোধেৰে আপুনি পুৰুষসকলক বিবিধ ৰাজনৈতিক প্ৰচাৰৰ

কাম দিব লাগে আৰু আপোনাৰ বাণী দেশৰ তিৰোতাসকলৰ মাজত প্ৰচাৰ কৰিব লাগে। আপোনাৰ যঁতৰ আৰু খদ্দৰৰ কাৰ্যসূচী বৰ্তমান তিৰোতাসকলৰ মাজতে আবদ্ধ থাকক আৰু পুৰুষসকলক পুৰুষোচিত অস্ত্ৰেৰে স্বাধীনতাৰ কাৰণে সংগ্ৰাম কৰিবলৈ দিয়ক।”

এই চিঠিখন অলপ দীঘল। মই ভাষাৰ সালসলনি নকৰাকৈ যুক্তিবোৰ চমুকৈ দিছোঁ। এই বিদ্বান অধ্যাপকজনে ভাৰতবৰ্ষৰ তিৰোতাৰ কথা নেজানে বুলি স্পষ্ট হৈ পৰিছে; নহলে তেখেতে পুৰুষে সাধাৰণতে তিৰোতাসকলক ভাষণ দিবলৈ সুবিধা নেপায় বুলি জানিলেহেঁতেন। মোৰ ভাগ্য ভাল যে মই তিৰোতাসকলৰ উদ্দেশ্যে কবলৈ অলপ সুবিধা লাভ কৰিছোঁ। কিন্তু সকলো সুবিধা পোৱা সত্বেও মোৰ কথা তেওঁলোকৰ ওচৰ পোৱাগৈ নাই। মই পুৰুষসকলক যেনেকৈ কব পাৰিছোঁ তেওঁলোকক তেনেকৈ কব পৰা নাই। পুৰুষৰ সন্মতি বিনা তিৰোতাই যে কাম কৰিব নোৱাৰে—এই কথা অধ্যাপকজনে জনা উচিত। পুৰুষে তিৰোতাক যঁতৰ আৰু খদ্দৰ ব্যৱহাৰ কৰিবলৈ বাধা দিয়াৰ বহুতো উদাহৰণ মই দিব পাৰোঁ। তৃতীয়তে পুৰুষে যি উদ্ভাৱন কৰিব পাৰে আৰু পৰিৱৰ্তন আনিব পাৰে সাধাৰণতে তিৰোতাই নোৱাৰে। সূতাকটা আন্দোলনটো তিৰোতাৰ মাজতে আবদ্ধ হৈ থকা হলে যোৱা চাৰি বছৰে সূতাকটা সংগঠন কৰিবৰ কাৰণে যঁতৰৰ যি উন্নতি কৰা হৈছে সেই উন্নতি কৰিব পৰা নহ'লহেঁতেন। কোনো এটা কাম পুৰুষ বা তিৰোতাৰ বুলি থৈ দিয়াটো আমাৰ অভিজ্ঞতাৰ বিপৰীতাত্মক কথা। ভাত বন্ধা কামটো তিৰোতাৰ কাম; কিন্তু নিজৰ ভাতখিনি ৰান্ধিব নজনা সৈন্য এজনক একেবাৰে অনুপযুক্ত বুলি গণ্য কৰা হয়। ডাঙৰ ডাঙৰ শিবিৰবোৰত ভাত বন্ধা কাম পুৰুষে কৰে। তিৰোতাই গৃহস্থালিৰ বন্ধাবঢ়া কৰে, কিন্তু ৰাজহুৱাভাৱে বন্ধাবঢ়া কৰিবলৈ হ'লে গোটেই পৃথিৱীতে এই কাম পুৰুষে কৰে। যুদ্ধ কৰা কামটো প্ৰধানকৈ পুৰুষৰ কাম। কিন্তু ইছলাম ধৰ্মৰ সংগ্ৰামৰ প্ৰথম স্তৰত আৰবৰ নাৰীসকলে বীৰাঙ্গনাৰ

দৰে নিজৰ স্বামীৰ লগে লগে যুদ্ধ কৰিছিল। চিপাহী বিদ্ৰোহৰ সময়ত ঝান্সীৰ ৰাণীয়ে সাহসিকতাৰ কৃতিত্ব প্ৰদৰ্শন কৰিলে। এই সাহস অতি কম পুৰুষে দেখুৱাব পাৰিছিল। ইউৰোপত আজি তিৰোতাসকল চিকিৎসক, আইনজ্ঞ আৰু প্ৰশাসকৰূপে জিলিকি উঠিছে। টাইপিষ্ট, ষ্টেন'গ্ৰাফাৰ আদি কেৰাণী কাম তিৰোতাই লৈছেহি। সূতাকটা পুৰুষোচিত কাম কিয় নহয় বাৰু? যিটো কামে ভাৰতবৰ্ষৰ অৰ্থনৈতিক আৰু আধ্যাত্মিক উন্নতি কৰিব পাৰে সেইটো কাম কিয় পুৰুষোচিত নহব? (যঁতৰে এই উন্নতি আনিব পাৰিব বুলি অধ্যাপকজনে মত প্ৰকাশ কৰিছে।) কেবাডালো শলা ব্যৱহাৰ কৰি সূতা কাটিব পৰা যন্ত্ৰ পুৰুষে উদ্ভাৱন কৰিছে বুলি অধ্যাপকজনে নেজানেনে বাৰু? এই যন্ত্ৰ আৱিষ্কাৰ নোহোৱা হলে মানৱ-জাতিৰ বুৰঞ্জী বেলেগ ধৰণে লিখিবলগীয়া হ'লহেঁতেন। বেজীৰ কাম প্ৰধানকৈ তিৰোতাৰ কাম। কিন্তু পৃথিৱীৰ আচল কামিজ-পট্‌লুং কৰা প্ৰধান দৰ্জিজন হল পুৰুষ মানুহ। চিলাইকল আৱিষ্কাৰ কৰিছে এজন পুৰুষে। চিলাৰে বেজীক হেয়জ্ঞান কৰা হঁলে মানৱজাতিলৈ এই অৱদান দৈ যাব নোৱাৰিলে-হেঁতেন। আগৰ দিনৰ ভাৰতৰ তিৰোতাসকলৰ লগে লগে পুৰুষে যদি সূতা কাটিবলৈ ল'লেহেঁতেন, ইষ্ট ইণ্ডিয়া কোম্পানীৰ হেঁচাত সূতা কাটিবলৈ এৰি দিয়াৰ দৰে আমি সূতাকটা বোধকৰোঁ এৰি নিদিলোঁ-হেতেন। ৰাজনীতিবিদ্‌সকলে শুদ্ধ ৰাজনীতিত যিমান পাৰে সিমান মনোনিবেশ কৰক। কিন্তু যদি আমি ৰাজনীতিবিদ্, পণ্ডিত, ধৰ্মগুৰু, ভিকহু, পুৰুষ-মহিলা, হিন্দু-মুছলমান, খৃষ্টিয়ান, পাৰ্ছী, ইহুদী সকলোৱে যুটীয়া প্ৰচেষ্টাৰ দ্বাৰা লজ্জা নিবাৰণৰ কাৰণে কাপোৰ পিন্ধিবলৈ ইচ্ছা কৰোঁ, তেন্তে আমি সকলোৱে ধৰ্মভাৱে দেশৰ কাৰণে আধাঘণ্টা সময় সূতা কাটিব লাগে। মানৱতা ধৰ্ম কোনো এটা শ্ৰেণী বিশেষৰ বা স্ত্ৰী বা পুৰুষৰ ধৰ্ম নহয়। ভাৰতীয় মানৱ ধৰ্মই ভাৰতীয় বুলি পৰিচয় দিয়া সকলো মুনিহ তিৰোতাকে আধাঘণ্টা সময় সূতা কাটিবলৈ আহ্বান কৰিছে।

ইয়ং ইণ্ডিয়া: ১১-৬-২৫

## ( পঁচাশী )

## তিৰোতাৰ যোগেদি স্বৰাজ লাভ

সূতাকটাক আইন অমান্য আন্দোলনৰ এটা অপৰিহাৰ্য অঙ্গ বুলি কংগ্ৰেছৰ কাৰ্য নিৰ্বাহক সমিতিয়ে বৰ্তমান মানি লৈছে কাৰণে ভাৰতৰ তিৰোতাসকলে দেশসেৱা কৰিবলৈ এটা বিৰল সুবিধা লাভ কৰিছে। লোণ-আইন ভঙ্গ আন্দোলনে হেজাৰ হেজাৰ মহিলাক নিৰ্জন ঘৰুৱা পৰিৱেশৰপৰা উলিয়াই আনি দেখুৱাই দিছিল যে মহিলায়ো পুৰুষৰ দৰে সমানে দেশসেৱা কৰিব পাৰে। এই আন্দোলনে গাঁৱৰ মহিলাসকলক এটা সম্মানজনক স্থান প্ৰদান কৰিলে। এই সম্মান তেওঁলোকে আগতে লাভ কৰা নাছিল। সাম্ৰাজ্যবাদী বন্ধনৰপৰা মুক্তি পাবৰ কাৰণে কৰা ভাৰতৰ শান্তিপূৰ্ণ অভিযানত সূতাকটাক এটা প্ৰধান ভূমিকা দিয়া কাৰণে তিৰোতাসকলে এটা বিশেষ মৰ্যাদা লাভ কৰিছে। সূতাকটা বিষয়ত পুৰুষতকৈ তিৰোতাৰ স্বভাৱজাত সুবিধা আছে।

সৃষ্টি পাতনিৰেপৰা পুৰুষ আৰু তিৰোতাৰ শ্ৰমবিভাগ হৈছে। আদামে তাঁত বয়, ইভে সূতা কাটে—এই শ্ৰমবিভাগ এতিয়াও আছে। অতি কম সংখ্যক পুৰুষে সূতা কাটে। ১৯২০-১০ চনত পঞ্জাৱত পুৰুষসকলক সূতা কাটিবলৈ কওঁতে তেওঁলোকে মোক কৈছিল যে সূতাকটা এটা সম্মান লাঘৱ হোৱা কাম আৰু এই কাম তিৰোতাৰহে। সম্মানৰ কথা কৈ পুৰুষসকলে আজিকালি আপত্তি নোতোলে। হেজাৰজনে ত্যাগৰ কাৰণে সূতা কাটে। দেশহিতৈষী ভাব লৈ পুৰুষে সূতা কাটিবলৈ লোৱাৰেপৰা সূতাকটা এটা বিজ্ঞান হৈ পৰিল আৰু আন আন ক্ষেত্ৰত হোৱাৰ দৰে এই ক্ষেত্ৰতো ডাঙৰ ডাঙৰ আৱিষ্কাৰ সম্ভৱ হৈ পৰিল। কিন্তু তথাপি সূতাকটা সদায় তিৰোতাৰ বিশেষ

পাৰদৰ্শিতামূলক কাম বুলি অভিজ্ঞতাৰপৰা বুজিব পাৰি। এই অভিজ্ঞতাৰ আঁৰত যথেষ্ট যুক্তি আছে বুলি মই বিশ্বাস কৰোঁ। সূতাকটা প্ৰধানকৈ ধীৰে ধীৰে কৰা এটা নীৰৱ কাম। নাৰী হ'ল ত্যাগৰ প্ৰতিমূৰ্তি আৰু সেইকাৰণে অহিংসাৰো প্ৰতিমূৰ্তি নাৰীয়েই, গতিকে তিৰোতাই যুদ্ধতকৈ শান্তিৰ কাৰণে কাম কৰিব লাগে। হিংসাত্মক যুদ্ধলৈ তিৰোতাক লৈ অহা কাৰণে আধুনিক সভ্যতাক শলাগিব নোৱাৰি। হিংসাবৃত্তিয়ে নাৰীক শুৱনি নকৰে। নিজৰ স্বাভাৱিক গুণ অৱমাননা কৰিছে বুলি তিৰোতাই বিদ্ৰোহ কৰিব। এই বিষয়ে মোৰ কোনো সন্দেহ নাই। পুৰুষেও নিজৰ ভুলৰ কাৰণে অনুশোচনা কৰিব। স্ত্ৰী-পুৰুষ সমান বুলি কওঁতে এইটো নুবুজায় যে স্ত্ৰী-পুৰুষৰ কাম একে। চিকাৰ কৰা, কাঁড় মৰা আদি কাম কৰিবলৈ তিৰোতাক আইনে বাধা নিদিয়ে—নিজৰ স্বাভাৱিক মনোবৃত্তিৰে তিৰোতাই পুৰুষৰ এই কামবোৰৰপৰা আঁতৰি থাকে। প্ৰকৃতিয়ে স্ত্ৰী-পুৰুষক এজন আনজনৰ পৰিপূৰক হিচাপে সৃজন কৰিছে। তেওঁলোকৰ দৈহিক গঠন অনুসৰি কৰ্মৰ বিভাজনৰো নিৰ্ণয় হয়।

মোৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে স্ত্ৰী-পুৰুষৰ কৰ্মবিভাগৰ প্ৰমাণ অপ্ৰয়োজনীয়। এইটো কথা সত্য যে লাখ লাখ তিৰোতাই সূতাকটা নিজৰ স্বাভাৱিক কাম বুলি ভাবে। কাৰ্যনিৰ্বাহক সমিতিয়ে নিজে নিজেই পুৰুষৰপৰা এই কামৰ দায়িত্ব নি তিৰোতাৰ হাতত তুলি দিছে আৰু তিৰোতাসকলক নিজৰ প্ৰতিভা প্ৰদৰ্শন কৰিবলৈ সুবিধা দিছে। মোৰ ভৱিষ্যতৰ সৈন্যবাহিনীত পুৰুষতকৈ তিৰোতাৰ প্ৰাধান্য বেছি হ'লে মই সন্তোষ পাম। সংগ্ৰামৰত হবলগীয়া হলে পুৰুষ-প্ৰধান সৈন্য-বাহিনীতকৈ নাৰী-প্ৰধান সৈন্যবাহিনীৰে মই অধিক আত্মপ্ৰত্যয়েৰে সংগ্ৰামত নামিব পাৰিম। পুৰুষৰ হিংসাবৃত্তিক মই ভয় কৰোঁ। হিংসামূলক আক্ৰমণত তিৰোতাসকল মোৰ ৰক্ষাকবচৰ দৰে হব।

সেৱাগ্ৰাম : ২৭-১১-৩৯

( ছিয়াশী )

## সুৰাপানৰ অভিসম্পাত

এগৰাকী ভগিনীয়ে লিখিছে ঃ

"গাঁৱলৈ গৈ গাঁৱৰ মানুহৰ মাজত সুৰাপানে কৰা ধ্বংসলীলাৰ কথা শুনি মই দুঃখীত হৈছোঁ। কিছুমান তিৰোতাই কান্দি থাকে। তেওঁলোকে কি কৰিব? মদ বোলা বস্তুটো চিৰদিনৰ কাৰণে নাইকিয়া হৈ গ'লে সকলো তিৰোতাই কিজানি ভাল পাব। মদেই ঘৰৰ অশান্তি, দৰিদ্ৰতাৰ ঘাই কাৰণ। মদে স্বাস্থ্য ভঙ্গ কৰে, দেহশ্ৰী নষ্ট কৰে। সকলো কথাৰ দৰে পুৰুষৰ এই উদণ্ডালি-অতপালিৰ কাৰণে তিৰোতাই কষ্ট ভুগিবলগীয়া হয়। তিৰোতাসকলক মই কি কৰিবলৈ উপদেশ দিব পাৰোঁ বাৰু? ক্ৰোধ বা নিষ্ঠুৰতাৰ সমুখীন হ'বলৈ বৰ টান। সাম্প্ৰদায়িক ভাগ বিতৰণৰ অন্যায আদি কামত মূৰ ঘমাই সময নষ্ট কৰাতকৈ এই প্ৰদেশৰ নেতাসকলে এই কু-কথা বিনাশ কৰিবলৈ মন দিলে বৰ ভাল হয়। আচল কথাবোৰ আমি বৰকৈ আওহেলা কৰিছো। আমাৰ মানুহৰ নৈতিক সম্মানবোধৰ মান যদি উচ্চ হ'লহেঁতেন এই সৰুসুৰা কথাবোৰ নিজে নিজে ঠিক হৈ গল'হেতেন। সুৰাপানৰ বিৰুদ্ধে ৰাইজলৈ আমি গোহাৰি জনাব নোৱাৰোঁনে? মদৰ কাৰণে মানুহৰ নৈতিক অধঃপতন হোৱা দেখিলে বৰ দুখ লাগে।"

মদ খোৱা মানুহক গোহাৰি জনালে অথলে যাব—অথলে যাবই, তাত কোনো সন্দেহ নাই। এওঁলোকে কেতিয়াও 'হৰিজন' নপঢ়ে, পঢ়িলেও তাত লিখা কথাবোৰ হাঁহি উৰুৱাই দিবলৈকেহে পঢ়ে। মদ খোৱা অভ্যাসটো বেয়া বুলি জানিবৰ কাৰণে তেওঁলোকৰ থাউতি নাই। কু-কথাটোকে তেওঁলোকে আকোৱালি লৈ থাকে। কিন্তু মই এই ভগিনীগৰাকীক আৰু তেওঁৰ যোগেদি ভাৰতৰ সকলো মহিলাক

সোঁৱৰাই দিওঁ যে দান্দি যাত্ৰাৰ সময়ত ভাৰতৰ নাৰীয়ে মোৰ উপদেশ শুনিছিল—মদ খোৱাৰ বিৰুদ্ধে কৰা সংগ্ৰাম আৰু সূতাকটা কামক তেওঁলোকে নিজৰ বিশেষ কাম বুলি কৰিছিল। হেজাৰ হেজাৰ মহিলাই মদৰ দোকানবোৰ ঘেৰি ধৰিছিল আৰু কৃতকাৰ্যতাৰে সৈতে প্ৰায়েই মদাহীবিলাকক মদ এৰিবলৈ আৱেদন কৰিছিল। এই কথাটো লিখিকাগৰাকীয়ে যেন স্মৰণ কৰে। এই উপযাচি লোৱা কামটো কৰোঁতে তিৰোতাসকলে মদাহীবিলাকৰ গালি-শপনি খাবলগীয়া হৈছিল আৰু মদাহীৰ হাতত লঘু-লাঞ্ছনা পাবলগীয়া হৈছিল। মদৰ দোকান বৰ্জন কৰিবলৈ কোৱা কাৰণে শ শ তিৰোতাই কাৰাবৰণ কৰিবলগীয়া হৈছিল। তেওঁলোকৰ উদ্দীপনাদায়ক কাৰ্যই গোটেই দেশতে এক সুন্দৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ আইন অমান্য আন্দোলন বন্ধ হোৱাৰ লগে লগে আনকি বন্ধ হোৱাৰ আগতেই এই কামৰ জোৰ কমি গল। এই কাম শিথিল হৈ যোৱাৰ কাৰণ বিচাৰিবৰ প্ৰয়োজন নাই। এই কামৰ কাৰণে লাগে কৰ্মী। তিৰোতাসকলৰ সংকল্প এতিয়াও অসম্পূৰ্ণ হৈ আছে। এটা নিৰ্দিষ্ট সময়ৰ কাৰণে মাথোন এই কাৰ্যক্ৰম হাতত লোৱা হোৱা নাছিল। গোটেই ভাৰতবৰ্ষত মদ নিবাৰণ নোহোৱালৈকে এই কাম সম্পূৰ্ণভাৱে শেষ নহয়। নাৰী মহিমাময়ী। তেওঁলোকে মানুহৰ মহত্ত্বলৈ আৱেদন কৰি মদৰ দোকান-বোৰ জনশূন্য কৰিব লাগে। এই কাম তেওঁলোকে কৰি থাকিব পৰাহেঁতেন তেওঁলোকৰ নম্ৰতা আৰু একাগ্ৰতাৰে নিশ্চয়কৈ মদাহীসকলৰ এই অভ্যাস এৰুৱাব পাৰিলেহেঁতেন।

কিন্তু হাৰ মানিব লাগে। তিৰোতাসকলে আকৌ এই অভিযান সংগঠন কৰিব পাৰে। লিখিকাগৰাকীয়ে যিসকল লোকৰ কথা উল্লেখ কৰিছে তেওঁলোকৰ ঘৈণীয়েকবিলাকে একাগ্ৰচিত্তে চেষ্টা কৰিলে তেওঁলোকৰ গিৰিয়েকবিলাকক সলনি কৰিব পাৰিব। স্বামীৰ মঙ্গলৰ কাৰণে স্বামীৰ ওপৰত তিৰোতাই কিমান প্ৰভাৱ বিস্তাৰ কৰিব পাৰে সেই কথা অনুভৱ কৰিব নোৱাৰি। তিৰোতাই ক'ব নোৱাৰাকৈয়ে

স্বামীক প্ৰভাৱান্বিত কৰি থাকে, তাত কোনো সন্দেহ নাই। কিন্তু তেওঁলোকে এইখিনি কৰিলেই যথেষ্ট নহব। তেওঁলোকে নিজৰ শক্তিৰ প্ৰতি সচেতন হৈ কাম কৰিব লাগে—এই সচেতনতাই তেওঁলোকক বল যোগাব আৰু তেওঁলোকৰ জীৱনসঙ্গীক কেনেকৈ চলাব লাগে সেই বিষয়ে জানিব পাৰিব। বহুতো ভাৰ্যাই স্বামীৰ কাৰ্যাৱলীত মন দিবলৈ ভাল নেপায়—এইটো বৰ দুখৰ কথা। স্বামীৰ কাৰ্যত মনোনিবেশ কৰিবলৈ তেওঁলোকৰ স্বত্ব নাই বুলি ভাবে। স্বামী যেনেকৈ স্ত্ৰীৰ চৰিত্ৰৰ অভিভাৱক, স্ত্ৰীও স্বামীৰ চৰিত্ৰৰ অভিভাৱক হব লাগে বুলি তেওঁলোকে কেতিয়াও নেভাবে। স্বামী আৰু স্ত্ৰী দুয়োজন দুয়োজনৰে ধৰ্ম আৰু অধৰ্মৰ সমানে ভাগী। ইয়াতকৈ সহজ সৰল কথা আৰু কি হ'ব পাৰে? তিৰোতাৰ বাহিৰে ভাৰ্যাসকলক তেওঁলোকৰ শক্তি আৰু কৰ্তব্যৰ বিষয়ে কোনে বাৰু ভালকৈ বুজাই দিব পাৰিব? এই কাম তিৰোতাসকলৰ মদ্য পানৰ বিৰুদ্ধে কৰা অভিযানৰ এটা অঙ্গ।

মদাহীৰ পৰিসংখ্যা, মদখোৱা কাৰণ আৰু প্ৰতিকাৰৰ উপায়—এইবোৰ কথা জানিবৰ কাৰণে যথোচিত ব্যৱস্থাৰে সৈতে এই কামৰ কাৰণে বহুতো মহিলাৰ প্ৰয়োজন। মদাহীসকলক মদ এৰিবলৈ আৱেদন কৰিলেই চিৰস্থায়ী ফল পাব নোৱাৰি বুলি অতীত অভিজ্ঞতাৰ পৰা শিক্ষা লোৱা উচিত। এই অভ্যাসটো এটা ব্যাধি বুলি ধৰিলে তাৰ চিকিৎসা কৰিব লাগে। আন কথাত কবলৈ হলে কিছুমান তিৰোতা গৱেষণাৰ ছাত্ৰী হৈ নানা ধৰণেৰে এই বিষয়ে গৱেষণামূলক কাম কৰিব লাগে। প্ৰতিটো সংস্কাৰমূলক কামতে ব্যুৎপত্তি লাভ কৰিবলৈ হলে অবিৰতভাৱে অধ্যয়ন কৰা আৱশ্যক। সকলো ব্যৰ্থতাৰ গুৰিতে হল অজ্ঞতা—আংশিক অজ্ঞতা বা সম্পূৰ্ণ অজ্ঞতা। সংস্কাৰৰ নাম লৈ কৰা সকলো কামকে সংস্কাৰমূলক বুলি কব নোৱাৰি।

হৰিজন: ২৪-৪-৩০

## ( সাতাশী )

## দয়াময়ী ভগিনী হোৱা

১৯২৭ চনৰ জাফনাৰ উদিভিল ছোৱালী কলেজত এক ভাষণ প্ৰসঙ্গত গান্ধীজীয়ে কৈছিল ঃ—

"আজি ৰাতিপুৱা তোমালোকক লগ পাই মই অতিশয় আনন্দিত হৈছোঁ। কিন্তু তোমালোকৰ অন্তৰৰপৰা দিয়া দানক তোমালোকে সৰ্বসাধাৰণ পুঁজিত মিলাই দিছা—এই মনোভাবক মই শলাগিব নোৱাৰিলোঁ। তোমালোকৰ দান সৰ্বসাধাৰণৰ দানৰ লগত মিলি গৈছে আৰু এই দান মই অতি উত্তমৰূপে ব্যৱহাৰ কৰিম। তোমালোক ল'ৰাবিলাকতকৈ নম্ৰ আৰু শান্ত; আৰু সেই কাৰণে তোমালোকে কিবা দান কৰিছা বুলিয়েই মোক জনাব নোখোজা। কিন্তু গোটেই ভাৰতবৰ্ষৰ হেজাৰ হেজাৰ ছোৱালী লগ পাইছোঁ কাৰণে ছোৱালীবিলাকে তেওঁলোকৰ ভাল কামবোৰ মোৰপৰা লুকুৱাই ৰখাটো আজিকালি টান হৈ পৰিছে।

কিছুমান ছোৱালীয়ে আকৌ তেওঁলোকে কৰা বেয়া কামবোৰৰ বিষয়ে মোক কবলৈও লাজ নকৰে। বৰ্তমান মোৰ আগত থকা ছোৱালীবিলাকৰ ভিতৰত এজনীয়েও অসৎ কাম কৰা নাই বুলি মই আশা কৰিছোঁ। মোৰ হাতত সময় নাই কাৰণে প্ৰশ্ন সুধি তোমালোকক আমনি নকৰোঁ। কিন্তু আমাৰ মাজত অসৎ কাম কৰা ছোৱালী যদি আছে তেন্তে মই কওঁ যে তেওঁলোকৰ শিক্ষা অসাৰ্থক হৈছে।

তোমালোকৰ মাৰা-দেউতাৰাই তোমালোকক খেলাৰ পুতলা হবৰ কাৰণে স্কুললৈ পঠিওৱা নাই—তোমালোক একোগৰাকী দয়াশীলা নাৰী হবৰ কাৰণেহে স্কুললৈ পঠিয়াইছে। বিশেষ ধৰণৰ সাজ-সজ্জা কৰিলেহে দয়াশীলা ভগিনী হব পাৰে বুলি তোমালোকে ভুল

নকৰিবা।• যি নিজৰ কথা আনতকৈ কমকৈ ভাবে, যি নিজতকৈ দুখীয়া আৰু দুৰ্ভগীয়াজনৰ কথাহে বেছিকৈ ভাবে, তেনে ছোৱালীহে দয়াৱতী ভগিনী হব পাৰে। মোক ধনৰ টোপোলা দি তোমালোকে দয়াময়ী ভগিনীৰ কাম কৰিছা, কাৰণ এই টোপোলা তোমালোকতকৈ দুৰ্ভাগ্যক্ৰমে নিঃস্বসকললৈ দান কৰিছা।

টকা অলপ দান দিবলৈ সহজ, কিন্তু নিজে কাম কৰিবলৈ টান। তোমালোকে যাৰ কাৰণে টকা দান দিছা তেওঁলোকৰ দুখ অনুভৱ কৰিব পাৰিলে তোমালোকে আৰু এখোজ আগবাঢ়ি গৈ এই মানুহবিলাকে উৎপন্ন কৰা খদ্দৰ পিন্ধিবলৈ লবা। যদি খদ্দৰ দেখি তোমালোকে খদ্দৰক 'দগধা পিন্ধিব নোৱাৰোঁ' বুলি কোৱা তেন্তে তোমালোকৰ মাজত আত্মত্যাগৰ ভাব নাই বুলি মই জানিম।

তোমালোকৰ এই অনুষ্ঠানত যে উচ্চ-নীচৰ স্পৃশ্য-অস্পৃশ্যৰ ভেদাভেদ নাই এইটো বৰ সুখৰ কথা। তোমালোকৰ অন্তৰতো যদি এই ভেদাভেদৰ ভাব নেথাকে, তোমালোকে যদি আন ছোৱালীতকৈ নিজকে শ্ৰেষ্ঠ বুলি নেভাবা, তেতিয়াহলে সঁচাকৈয়ে বৰ ভাল কথা হব।

ঈশ্বৰ তোমালোকৰ সহায় হওক।"

সিংহলত গান্ধীজীৰ লগত : ১৯২৮
১৪৪-৪৬ পৃষ্ঠা।

( অষ্টাশী )

## ছাত্ৰীসকললৈ উপদেশ

১৯২৭ চনৰ নভেম্বৰৰ উনত্ৰিশ তাৰিখে জাফনাৰ ৰামনাথন ছোৱালী কলেজত এক ভাষণ প্ৰসঙ্গত গান্ধীজীয়ে কৈছিল—

"আজি ৰাতিপুৱা ইয়ালৈ আহিব পাৰি মই বৰ সন্তোষ পাইছোঁ। জাফনাৰ বেলেগ বেলেগ শিক্ষানুষ্ঠান পৰিদৰ্শন কৰি ইয়াতে এই

কামৰ সামৰণি মাৰিছোঁহি যেন লাগিছে। আজিৰ দিনটো তোমালোকে বছৰেকীয়া উৎসৱৰ দিন হিচাপে পালন কৰি এই দিনটো খদ্দৰৰ কাৰণে টকা তোলাৰ কামত প্ৰয়োগ কৰিবা বুলি কৈছা। অভিনন্দন-পত্ৰৰ এই কথাষাৰে মোৰ অন্তৰ স্পৰ্শ কৰিছে। ই যে তোমালোকৰ ভুৱা প্ৰতিজ্ঞা নহয় সেইটো মই জানো। তোমালোকে ধৰ্মভাবেৰে এই প্ৰতিজ্ঞা পূৰণ কৰিবা। লাখ লাখ অনাহাৰী জনতাৰ কাৰণে মই পৰিভ্ৰমণ কৰিছোঁ। তেওঁলোকে ভনীসকলৰ মনৰ দৃঢ়তা উপলব্ধি কৰিব পৰা হলে বৰ ভাল পালেহেঁতেন, কিন্তু তোমালোকে জানি দুখ পাবা যে তোমালোকে দিয়া ধনৰ টোপোলাৰ কথা আৰু সিংহলত দিয়া অলেখ দানৰ কথা বুজাবলৈ চেষ্টা কৰিলেও এই লাখ লাখ মূক জনতাই তাক বুজিব নোৱাৰিব। মোৰ বৰ্ণনাই তেওঁলোকৰ শোচনীয় জীৱনৰ দুখ-কষ্টৰ অৱস্থা সঠিককৈ বুজাই দিব নোৱাৰিব।

এই সকলোবোৰ মানুহৰ কাৰণে তোমালোকে কি কৰিব পাৰিবা এই কথাটোহে তৎক্ষণাৎ মোৰ মনলৈ আহিছে। জীৱনটো সহজ-সৰলভাৱে লব লাগে, অলপ কষ্টৰ জীৱন লব লাগে বুলি উপদেশ দিবলৈ সহজ। কিন্তু এইবোৰ কথা কৈ সমস্যাৰ লগত খেলি থকাৰ দৰেহে হব—সমস্যাৰ সমাধান নহয়।

বহুত ভাবি-চিন্তি মই যঁতৰৰ কথালৈ আহিছোঁ। তোমালোকক এতিয়া মই যি কবলৈ ওলাইছোঁ সেই কথাখিনি নিজেই নিজকে কৈছিলোঁ। এই লাখ লাখ ক্ষুধাৰ্ত্ত জনগণ আৰু তোমালোকৰ মাজত জীৱন্ত সংযোগ স্থাপন কৰিব পাৰিলে তোমালোকৰ মাজত, তেওঁলোকৰ মাজত তথা গোটেই পৃথিৱীতে আশাৰ সঞ্চাৰ হব।

ধৰ্মমূলক উপদেশ যথাৰ্থভাৱে তোমালোকে ইয়াত পাই আছা। তোমালোকৰ এটা ধুনীয়া মন্দিৰো আছে। তোমালোকে দিনৰ কাম পূজা-অৰ্চনাৰে আৰম্ভ কৰা বুলি তোমালোকৰ কাৰ্য্যসূচীত দেখিবলৈ পাইছোঁ। এই এটাইবোৰেই সৎ কথা, ইয়াৰ দ্বাৰা আত্মাৰ উন্নতি সাধন হয়, কিন্তু এই পূজাক বাস্তৱ জগতৰ দৈনন্দিন কামত ৰূপ দিব

নোৱাৰিলে তোমালোকৰ পূজা এটা সুন্দৰ আনুষ্ঠানিক ৰীতি-নীতিৰ বাহিৰে আন একো হব নোৱাৰিব। পূজা অনুসৰি কাম কৰিবৰ কাৰণে, যঁতৰত সূতা কাটিবলৈ মই তোমালোকক উপদেশ দিওঁ। যঁতৰত আধাঘণ্টা সময় সূতা কাটিবলৈ লৈ মই বৰ্ণনা কৰা লাখ লাখ অনাহাৰী জনতাৰ কথা ভাবি ঈশ্বৰক ধ্যান কৰি কবা—'মই তেওঁলোকৰ কাৰণে সূতা কাটিছোঁ।' অন্তৰেৰে সৈতে কৰা ভক্তিমূলক প্ৰকৃত কামখিনিৰ যোগেদি তোমালোকে যদি নিজকে তুচ্ছজ্ঞান কৰি নিজকে ধন্য বুলি ভাবিবলৈ শিকিব পাৰা তেতিয়া আৰু তোমালোকে প্ৰদৰ্শনৰ কাৰণে সাজ-পোছাক নকৰা হবা; নিজৰ আৱৰণৰ কাৰণেহে তেতিয়া তোমালোকে কাপোৰ পিন্ধিবা। এই ভাব হলে তোমালোকে নিঃসংকোচে খদ্দৰ পিন্ধিবলৈ লবা; এই কাৰ্য সম্ভৱ হৈ উঠিলে জনগণৰ লগত তোমালোকৰ জীৱন্ত সম্বন্ধ গঢ়ি উঠিব।

এই অনুষ্ঠানৰ ছাত্ৰীসকলক মই ইয়াকে মাথোন কবলৈ অহা নাই।

চাৰ ৰামনাথনৰ যত্ন আৰু আদৰ তোমালোকে লাভ কৰিছা। এই যত্নৰ লগতে লেডী ৰামনাথন আৰু তেখেতৰ তত্ত্বাৱধানত কাম কৰা শিক্ষয়িত্ৰীসকলৰ আদৰ-যত্নৰ উপযুক্ত হবলৈ তোমালোকে আৰু বহুতো কাম কৰিব লাগিব। তোমালোকৰ আলোচনীখনত আংশিকভাৱে ক্ষমাযোগ্য অহংকাৰেৰে প্ৰাক্তন ছাত্ৰীসকলৰ বিষয়ে প্ৰকাশ হোৱা জাননী দেখিবলৈ পাইছিলোঁ। জাননীবোৰ এনেকুৱা ধৰণেৰে লিখা: শ্ৰীমতী অমুকীৰ শ্ৰীমান অমুকৰ লগত বিবাহ হৈছে ইত্যাদি। এনে ধৰণৰ পাঁচ ছখন জাননী মই দেখিছিলোঁ। ২২ বা ২৫ বছৰ বা বিবাহৰ যোগ্য বয়সত ছোৱালীৰ বিয়া হলে একো ভুল কথা নহয়। কিন্তু ছোৱালীয়ে নিজৰ জীৱন সেৱাৰ কামতে উৎসৰ্গা কৰি দিয়া জাননী এখনো চকুত নপৰিল। বাঙ্গালোৰত মহাৰজা ছোৱালী কলেজত কোৱাৰ দৰে মই ইয়াতো কওঁ যে এনেকুৱা অনুষ্ঠানবোৰৰ পৰা ওলাই গৈ তোমালোক যদি কেৱল পুতলাৰ দৰে হৈ সমাজ-জীৱনৰ পৰা অন্তৰ্ধান হৈ যোৱা তেতিয়া হলে আমাৰ শিক্ষাবিদসকলে অকৃপণ বদান্যতাৰে কৰা

মহান প্ৰচেষ্টাৰ অতি নিঃকিন ফল বা চানেকিহে আমি লাভ কৰিব পাৰিম।

স্কুল-কলেজৰপৰা ওলাই অহা বেছিভাগ ছোৱালীকে ৰাজহুৱা জীৱনত দেখিবলৈ পোৱা নেযায়। এই অনুষ্ঠানৰ ছোৱালীবোৰ এনে ধৰণৰ হব নেলাগে। তোমালোকৰ তত্বাৱধানৰ ভাৰ লোৱা শ্ৰীযুতা এমেৰী আৰু আন বহুতৰে আদৰ্শ তোমালোকৰ আগত আছে। তেখেত-সকলক কুমাৰী বুলি ভাবি চাগৈ মই ভুল কৰা নাই।

প্ৰত্যেকজনী ছোৱালী—প্ৰত্যেকজনী ভাৰতীয় ছোৱালীয়ে কেৱল বিয়াৰ বাবেই জন্মগ্ৰহণ কৰা নাই। এজন মাত্ৰ মানুহক সেৱা কৰাৰ পৰিৱৰ্তে সেৱাৰ কামতে জীৱন উৎসৰ্গা কৰা বহুতো ছোৱালীৰ উদাহৰণ মই দিব পাৰোঁ। হিন্দু ছোৱালীবিলাকৰ নতুন সংস্কৰণ ওলাব লাগে—সম্ভৱ হলে সীতা আৰু পাৰ্বতীৰ গৰিমাময়ী সংস্কৰণ ওলাব লাগে।

তোমালোক শৈৱ ধৰ্মাৱলম্বী বুলি কৈছা। পাৰ্বতীয়ে কি কৰিছিল তোমালোকে জানানে? পাৰ্বতীয়ে স্বামী লাভ কৰিবৰ কাৰণে ধন খৰচ কৰা নাছিল। পাৰ্বতীয়ে নিজকে বেচি দিবও নোখোজে। পাৰ্বতী আজি হিন্দু নভোমণ্ডলত সপ্তসতীৰূপে জিলিকি আছে। পাৰ্বতীয়ে এই সম্মান শিক্ষানুষ্ঠানৰ মৰ্যাদা লৈ লাভ কৰা নাই—লাভ কৰিছিল তপস্যাৰ বলেৰেহে।

ইয়াত ঘৃণণীয় পণপ্ৰথা আছে বুলি মই শুনিবলৈ পাইছোঁ আৰু সেই-কাৰণে ইয়াত ছোৱালীৰ উপযুক্ত দৰা পাবলৈ টান। ডাঙৰ ছোৱালীবিলাকে এনেকুৱা প্ৰলোভনমূলক কথাত বাধা দিব লাগে। এই কু-নীতিক বাধা দিবলৈ হলে তোমালোকৰ কিছুমানে গোটেই জীৱনলৈ নহলেও অন্ততঃ কেবছৰমানলৈ অবিবাহিত হৈ থাকিব লাগিব। বিয়াৰ সময় হলে তোমালোকে যেতিয়া জীৱনৰ এজন সঙ্গী বিচাৰিবা তেতিয়া তোমালোকে এজন যশস্বী, ধনী, মানী, সুপুৰুষ লাভ কৰিবলৈকে অভিলাষ নকৰিবা। তোমালোকে অতুলনীয় গুণসম্পন্ন সৎচৰিত্ৰবান এজনক স্বামীৰূপে বৰণ কৰিবলৈহে পাৰ্বতীৰ নিচিনাকৈ ইচ্ছা কৰিবা। পাৰ্বতীৰ ওচৰত শিৱক

মহৰ্ষি নাৰদে টোকোনা, ডালদৰিদ্ৰ, ভস্মধাৰী, অসুন্দৰ আৰু ব্ৰহ্মচাৰী বুলি বৰ্ণনা কৰিছিল বুলি তোমালোকে জানানে ? কিন্তু পাৰ্বতীয়ে কৈছিল, 'হওক, এইজনেই মোৰ স্বামী হব'। পাৰ্বতীৰ দৰে তপস্যা নকৰাকৈ এনেকুৱা শিৱ ভোলানাথ হয়তো বহুতে নেপাবা—এই তপস্যা পাৰ্বতীৰ দৰে হেজাৰ বছৰ কৰিব নেলাগে। আমি দুৰ্বলমনা মানুহে এনে দীঘলীয়া ব্ৰতত ব্ৰতী হব নোৱাৰোঁ, কিন্তু তোমালোকে তোমালোকৰ জীৱনকালত অন্ততঃ মই উল্লেখ কৰা কামখিনি কৰিব পাৰা।

এইখিনি কথা মানি ললে তোমালোকে পুতলাৰ ৰাজ্যত সোমাবলৈ অস্বীকাৰ কৰিবা আৰু পাৰ্বতী, দময়ন্তী, সীতা, সাৱিত্ৰীৰ দৰে সতী হবলৈ তোমালোকৰ অভিলাষ হব। তেতিয়াহে তোমালোকে এই ধৰণৰ অনুষ্ঠানৰ যোগ্য ছাত্ৰী হব পাৰিবা।

ঈশ্বৰে তোমালোকক এই অভিলাষেৰে উদ্বুদ্ধ কৰক! তোমালোক অনুপ্ৰাণিত হৈ উঠিলে ঈশ্বৰে যেন তোমালোকৰ অভীষ্ট সিদ্ধিত সহায় কৰে!"

সিংহলত গান্ধীজীৰ লগত : ১৯২৮
১৪৬-৪৯ পৃষ্ঠা।

( উনানব্বৈ )

## নাৰী আৰু অস্পৃশ্যতা

[ হৰিজনৰ উদ্দেশ্যে ভ্ৰমণ কৰা কালত বিভিন্ন মহিলা-সভাত দিয়া মহাত্মাজীৰ ভাষণৰপৰা তলৰ কথাখিনি তুলি দিয়া হৈছে ]

**বিলাসপুৰত**

ভগিনীসকল! আপোনালোকে হৰিজনৰ কামত যিমান পাৰে সিমান দান দিব বুলি মই আশা কৰিছোঁ। আপোনালোকে মোক দিয়া অভিনন্দন-

পত্ৰত হৰিজন সেৱা কেনেকৈ কৰিব পাৰি সুধিছে। আপোনালোকে অন্তৰৰপৰা অস্পৃশ্যতাৰ মনোভাব সমূলে আঁতৰাই পেলাব বুলি মই আশা কৰিছোঁ। হৰিজনৰ ল'ৰাছোৱালীক নিজৰ সন্তানৰ দৰে ব্যৱহাৰ কৰক। সকলো ভাৰতমাতাৰ সন্তান। সেইকাৰণে আপোনালোকে নিজৰ আত্মীয়-স্বজন ভাই-ভনীৰ দৰে তেওঁলোকক ভালপোৱা উচিত। নাৰীক মই সেৱা আৰু ত্যাগৰ জীৱন্ত প্ৰতিমূৰ্তি বুলি পূজা কৰোঁ। আপোনালোকৰ অন্তৰত প্ৰকৃতিগত নিঃস্বাৰ্থ সেৱাৰ ভাব আছে—পুৰুষ কেতিয়াও এই বিষয়ত আপোনালোকৰ সমকক্ষ হব নোৱাৰে। নাৰীৰ অন্তৰ কোমল, দুখ-কষ্ট দেখিলে নাৰীৰ অন্তৰ গলি যায়। হৰিজনৰ দুখ-কষ্টই যদি আপোনালোকক অভিভূত কৰি তোলে আপোনালোকে যদি উচ্চ-নীচৰ ভেদাভেদ এৰি অস্পৃশ্যতা বৰ্জন কৰিব পাৰে তেন্তে হিন্দুধৰ্ম পৱিত্ৰ নিৰ্মল হৈ উঠিব আৰু হিন্দুসমাজ আধ্যাত্মিক উন্নতিৰ বাটত বহুগুণে আগবাঢ়ি যাব পাৰিব। এই কামে ভাৰতবৰ্ষৰ ৩৫ কোটি মানুহৰ মঙ্গল সাধিব। মানৱজাতিৰ এক-পঞ্চমাংশ মানুহে লাভ কৰা শুদ্ধ পৱিত্ৰ ভাবৰ সুস্থ প্ৰতিক্ৰিয়া গোটেই মানৱতাৰ মাজত নোহোৱাকৈ নেথাকে। এই আন্দোলনত এনেকুৱা সুদূৰপ্ৰসাৰী ফল নিহিত আছে। ই এটা বিৰাট আন্দোলন, আত্মশুদ্ধিৰ কাৰণে কৰা আন্দোলনৰ ভিতৰত আটাইতকৈ ডাঙৰ আন্দোলন। আপোনালোকে এই আন্দোলনত সম্পূৰ্ণভাৱে সহযোগ কৰিব বুলি আশা কৰিছোঁ।

### দিল্লীত

সকলোৰে সৃষ্টিকৰ্তা ঈশ্বৰৰ চকুত সকলো সমান। মানুহৰ মাজত যদি তেওঁ কিবা পাৰ্থক্য কৰিলেহেঁতেন হাতী আৰু পৰুৱাৰ মাজত থকা পাৰ্থক্যৰ দৰে সেই পাৰ্থক্যও আমাৰ চকুত পৰিলেহেঁতেন। কিন্তু ঈশ্বৰে সকলোকে নিৰপেক্ষভাৱে একে আকাৰ দিছে, একে প্ৰকৃতিগত ইচ্ছা অভিলাষ দিছে। হৰিজনবিলাকে অপৰিষ্কাৰক পৰিষ্কাৰ কৰে কাৰণে আমি তেওঁলোকক অস্পৃশ্য বুলি ভাবোঁ। ল'ৰা-ছোৱালীৰ মাকবিলাকে

সদায় এই কাম ল'ৰা-ছোৱালীৰ কাৰণে কৰিয়েই থাকে—মাকবিলাকক তেন্তে আমি কি বুলি কম ? আমাৰ সমাজৰ আটাইতকৈ লাগতিয়াল কাম কৰি থকা হৰিজনসকলক অস্পৃশ্য বুলি সমাজৰ বাহিৰ কৰি ৰখা চূড়ান্ত অন্যায়। হিন্দু ভগিনীসকলক এই পাপ কামৰ বিষয়ে বুজাই দিবৰ কাৰণে মই মোৰ এই যাত্ৰা আৰম্ভ কৰিছোঁ। মানুহক নিজতকৈ হীন আৰু নীচ বুলি ভবাটো ভাল কথা নহয়। আমি সকলোৱে একজন ঈশ্বৰক পূজা কৰোঁ আৰু সেই ঈশ্বৰক বেলেগ বেলেগ নাম দি পূজা কৰোঁ। সেইকাৰণে আমাৰ মাজত থকা প্ৰকৃত একতাৰ কথা উপলব্ধি কৰিব লাগে আৰু উচ্চাত্মিকা-নীচাত্মিকা ভাব এৰি অস্পৃশ্যতা বৰ্জন কৰিব লাগে।

## মাদ্ৰাজত

মই আপোনালোকক এটা কাম কৰিবৰ কাৰণে কবলৈ আহিছোঁ। মানুহৰ মাজৰ উচ্চ-নীচ ভাব আপোনালোকে পাহৰি পেলাওক—স্পৃশ্য-অস্পৃশ্যৰ ভাব পাহৰি পেলাওক। মোৰ দৰে আপোনালোকেও ঈশ্বৰত বিশ্বাস কৰে বুলি মই জানো। কিছুমান পুৰুষ-তিৰোতা উচ্চ আৰু কিছুমান নীচ বুলি ঈশ্বৰে পাৰ্থক্য কৰা নাই। ঈশ্বৰ ইমান নিষ্ঠুৰ আৰু অন্যায়শীল নহয়। এই অস্পৃশ্যতা হিন্দুধৰ্মৰ ডাঙৰ কলংক। অস্পৃশ্যতা থাকিলে হিন্দুধৰ্মৰ বিনাশ হব বুলি কবলৈ মই সংকোচ নকৰোঁ। ঈশ্বৰৰ কথা যদি মানুহৰ ভাষাৰে কবলৈ যাওঁ তেন্তে ঈশ্বৰে আমাক বহুখিনি সহ্য কৰি আছে বুলি কব লাগিব। কিন্তু ঈশ্বৰৰো ধৈৰ্যৰ সীমা পাৰ হৈ যাব। ঈশ্বৰে আমাৰ এই হিন্দু ভাৰতত মানুহে মানুহৰ প্ৰতি কৰা অন্যায় অত্যাচাৰ আৰু সহ্য কৰি নেথাকিব বুলি কবলৈ মই দ্বিধাবোধ নকৰোঁ।

## বাঙ্গালোৰত

কিছুমান মানুহক যদি আমি আমাতকৈ নীচ বুলি ভাবোঁ তেন্তে আমাৰ মনত বহুতো কু-ভাব আছে বুলি আমি জানিব লাগিব। এই কু-ভাব আমাৰ মনৰপৰা আঁতৰাব নোৱাৰিলে আমাক এইভাবে নিঃশেষ কৰি পেলাব—অনুতাপ কৰিবলৈকো এজন হিন্দু নেথাকিব। আমাৰ এনেকুৱা অৱস্থা হবই লাগে। ভাৰতবৰ্ষৰ এমূৰৰপৰা সিমূৰলৈকে এই সতৰ্কবাণী শুনাবলৈকে মই ঘূৰি ফুৰিছোঁ। আপোনালোকে সকলো হৰিজনকে নিজৰ ভাই-ভনী বুলি ভাবিব পাৰিলে ডাঙৰ ধৰ্মমূলক কাম কৰা হব।

হৰিজন : ১৯-১-৩৪

[ মহীশূৰত দেখা ঘৰৰ লগত সম্পূৰ্ণ সামঞ্জস্য নথকা হৰিজনসকলৰ কিছুমান থকা ঘৰ এঠাইত দেখি গান্ধীজীয়ে আন এখন সভাত ভাষণ দিওঁতে কৈছিলঃ ]

"আমি আনৰপৰা যি ব্যৱহাৰ আশা কৰোঁ আনকো আমি সেই একে ব্যৱহাৰ কৰিব লাগে—এই নীতিকথা মই বিশ্বাস কৰোঁ। অলপ আগতে আজি ৰাতিপুৱা মই যিকেইটা গাঁতৰ দৰে ঘৰ দেখিলোঁ সেই গাঁতবোৰ মানুহৰ বসতিৰ কাৰণে উপযোগী নহয়। মানৱতাৰ ওচৰত জগৰীয়া নহবৰ কাৰণে এটা নিম্নতম মানদণ্ড আছে। তাৰ তললৈ নামি যোৱা আমাৰ উচিত নহয়। এই গাঁতবোৰে নিম্নতম মানদণ্ডৰ প্ৰয়োজন পূৰণ কৰিব পৰা নাই। এই ঠাইখন বহুতো বিষয়ত অতি সুন্দৰ। এই ঠাইৰ এই কলংক যিমান পাৰে সোনকালে আঁতৰ কৰিব লাগে। এই দুৰ্ভগীয়া ভাই-ভনীসকলক ভাল বাসস্থান দিবৰ কাৰণে দিহা কৰা হৈছে বুলি মোক কৈছে। এইবোৰ সহায় সুবিধা দিয়া

কথাত সমস্য় এটা বৰ আৱশ্যকীয় কথা বুলি বোধকৰোঁ। আপোনালোকে মোৰ কথা সমৰ্থন কৰিব। এই সা-সুবিধাবোৰ বৰ বেলিকৈ পোৱা হল, এইবোৰৰ আৰু প্ৰয়োজন নাই—এইবুলি যেন আপোনালোকে শুনিব লগা নহয়।

হৰিজন : ১৯-১-৩৪

( নৈৰে )

## নাৰীৰ উদ্দেশ্যে কোৱা কিছুমান মুকলি কথা

[ বাৰাণসীৰ এখন মহিলা সভাত হৰিজন যাত্ৰাৰ শেষ ভাষণ প্ৰসঙ্গত গান্ধীজীয়ে অস্পৃশ্যতা সমস্যাৰ বিষয়ে তেওঁৰ বক্তব্যখিনি চমুকৈ এইবুলি কৈছিল ]

আমাৰ কাৰণে ধৰ্ম হ'ল আহাৰ-পানীৰ প্ৰতি থকা কিছুমান বাধা-নিষেধ আৰু মনত উচ্চ-নীচৰ মনোভাৱ পোষণ। ইয়াৰ বাহিৰে আন একো নহয়। এইটো বৰ দুখলগা কথা। ইয়াতকৈ ডাঙৰ অজ্ঞতা আন একো হব নোৱাৰে। জন্ম আৰু কিছুমান ৰীতি-নীতিৰ বাছবিচাৰে উচ্চ-নীচ নিৰ্ণয় নকৰে—চৰিত্ৰইহে কেৱল এই কথা নিৰ্ণয় কৰিব পাৰে। ঈশ্বৰে উচ্চ-নীচৰ চিন কেতবোৰ দি মানুহ সৃষ্টি কৰা নাই—জন্মৰ বিচাৰ কৰি মানুহক নীচ বা অস্পৃশ্য বুলি কবলৈ কোৱা শাস্ত্ৰই আমাৰ শ্ৰদ্ধাভক্তি লাভ কৰিব নোৱাৰে। এনে কৰিলে ঈশ্বৰক অস্বীকাৰ কৰাৰ দৰে হব, সত্যক অস্বীকাৰ কৰা হব—কাৰণ সত্যই হৈছে ঈশ্বৰ। ঈশ্বৰ সত্য, শুদ্ধ আৰু ন্যায়ৰ প্ৰতীক—আমাৰ জনসংখ্যাৰ এক-পঞ্চমাংশ মানুহক অস্পৃশ্য কৰি থোৱা ধৰ্ম বা নীতিক ঈশ্বৰে কেতিয়াও স্বীকাৰ নকৰে। সেই কাৰণে আপোনালোকে এই দানৱীয় নীতি পৰিহাৰ কৰিব বুলি মই আশা কৰিছোঁ। লেতেৰা অপৰিষ্কাৰ কামৰ লগত অস্পৃশ্যতা সকলোতে

থাকিব। লেতেৰা কাম কৰা সময়ত সকলোৱে অস্পৃশ্য—আমিও অস্পৃশ্য। কিন্তু যি মুহূৰ্ত্তত আমি পৰিষ্কাৰ হলোঁ সেই মুহূৰ্ত্তৰপৰা আমি অস্পৃশ্য নহয়। কোনো কাম বা আচাৰ-নীতিয়ে মানুহক চিৰদিনৰ কাৰণে অস্পৃশ্য কৰি থব নোৱাৰে।

কম-বেছি পৰিমাণে আমি সকলোৱে পাপী—'গীতা', 'ভাগৱত', তুলসীদাসৰ 'ৰামায়ণ' আদি প্ৰত্যেকখন ধৰ্মগ্ৰন্থই নিশ্চয়তাৰে কৈছে যে যিজনে ঈশ্বৰৰ আশ্ৰয় বিচাৰে, যিজনে ঈশ্বৰৰ নাম লয়, সেইজন পাপ-মুক্ত হয়। গোটেই মানৱজাতিৰ এইটোৱেই ধৰ্ম।

এই প্ৰশ্নটো ভালকৈ ভাবিচিন্তি চাবৰ কাৰণে মই আৰু এটা সহজ সৰল উদাহৰণ দিওঁ। মানুহ পশু সকলো প্ৰাণীৰে বৈশিষ্ট্যমূলক এটা চিন আছে, এই চিন দেখি জীৱক আমি মানুহ, জন্তু, গৰু, কুকুৰ বুলি জানিব পাৰোঁ। এই অস্পৃশ্য বুলি কোৱাসকলক অস্পৃশ্য বুলি কবলৈ এনেকুৱা বৈশিষ্ট্য প্ৰদৰ্শক চিহ্ন আছে নেকি? তেওঁলোক আমাৰ প্ৰতিজন মানুহৰ দৰেই মানুহ। আমি অমানুহকো অস্পৃশ্য জ্ঞান নকৰোঁ। এই দানৱীয় অন্যায়-নীতি ক'ৰপৰা আৰু কেতিয়াৰপৰা প্ৰচলিত হৈছে? ই ধৰ্ম নহয়, অধৰ্মৰ বিকৃত ৰূপ। আপোনালোকৰ মনত যদি এই মনোভাব এতিয়াও আছে তাক পৰিহাৰ কৰি এই পাপৰপৰা মুক্ত হওক।

এই পাপৰপৰা মুক্তি পাবলৈ হলে আপোনালোকে হৰিজনসকলৰ বাসস্থানবিলাকলৈ গৈ তেওঁলোকৰ সন্তানক নিজৰ সন্তানৰ দৰে আকোৱালি লৈ তেওঁলোকৰ লগত বন্ধুত্ব স্থাপন কৰিব লাগিব। তেওঁলোকৰ কাৰণে কৰা মঙ্গলজনক কামত সহযোগ কৰি তেওঁলোকে খাবলৈ যথেষ্ট আহাৰ, পিবলৈ নিৰ্মল পানী, থাকিবলৈ ৰ'দ-বতাহ পোৱা এডোখৰ মুকলি ঠাই পাইছেনে নাই চাবগৈ লাগিব। এই সকলোবোৰ সুবিধা আপোনালোকে প্ৰাপ্য স্বত্ব হিচাপে সদায় উপভোগ কৰি আছে। আপোনালোকে সূত্ৰযজ্ঞ আৰম্ভ কৰিব লাগে—আপোনালোকৰ প্ৰত্যেকে সূতা কাটিবলৈ লৈ খদ্দৰ পৰিধান কৰিবলৈ সংকল্প লব লাগে। খদ্দৰ পিন্ধিলে তলত পৰি থকা লাখ লাখ মানুহে খাবলৈ দুবেলা দুমুঠি ভাত

পাব। ছুত্ৰযজ্ঞই আপোনালোকক অলপকৈ হলেও সেইসকলৰে এজন বুলি ভাবি লবলৈ সহায় কৰিব আৰু আপোনালোকে পিন্ধা প্ৰতিগজ খদ্দৰে হৰিজন আৰু দুখীয়াসকললৈ কেইটামান তামৰ পইচাকে দিব পাৰিব। শেহত হৰিজন পুঁজিলৈ দান আগবঢ়াবলৈ মই আপোনালোকক কওঁ। এই হৰিজনসকলৰ অৱস্থা উন্নত কৰাৰ বাহিৰে হৰিজন পুঁজিৰ আন উদ্দেশ্য নাই।

হৰিজন : ৩১-৮-৩৪

( একান্নৰৈ )

# সমাজত নাৰীৰ স্থান

প্ৰশ্ন—ভাৰতীয় নাৰীৰ মাজত সামাজিক আৰু ৰাজনৈতিক সচেতনতা জাগ্ৰত হোৱাৰ পিচৰেপৰা তিৰোতাৰ পৰম্পৰাগত গৃহস্থালিৰ কৰ্তব্য-সমূহৰ লগত তেওঁলোকৰ সমাজৰ প্ৰতি কৰ্তব্যৰ এটা দ্বন্দ্বৰ সৃষ্টি হৈছে। তিৰোতাই বাইজৰ কামত লাগিলে নিজৰ ল'ৰাছোৱালী আৰু ঘৰখনক আওকাণ কৰিবলগীয়া হব পাৰে। এই সমস্যাৰ সমাধান কেনেকৈ কৰিব পাৰি?

উত্তৰ—তিৰোতাৰ সময় প্ৰায়েই অতি আৱশ্যকীয় গৃহস্থালিৰ কৰ্তব্য কাম কৰোঁতেই শেষ হৈ নেযায়। নিজৰ স্বামীগুৰু বা প্ৰভুৰ 'অহং' আনন্দৰ যোগান ধৰোঁতেহে বা নিজৰ ভেম বা অহংকাৰৰ কাৰণেহে সময়বোৰ শেষ হৈ যায়গৈ। মোৰ মনেৰে গৃহস্থালিৰ কাম দাসত্ব বৰ্বৰতাৰ নিদৰ্শন। ৰান্ধনিঘৰৰ দাসত্বক প্ৰধানকৈ বৰ্বৰতাৰ নিদৰ্শন বুলি মই ভাবোঁ। এই দাসত্ব বন্ধনৰপৰা তিৰোতাৰ ওলাই আহিবৰ সময় হল। গৃহস্থালিৰ কামে তিৰোতাৰ সকলো সময় লোৱা উচিত নহয়।

হৰিজন : ৮-৬-৪০

( বিৰাম্নৰৈ )

## বিবাহিত মৰ্যাদা

এগৰাকী ভগিনীয়ে দেশৰ সেৱা কৰিবৰ কাৰণে অবিবাহিত হৈ থাকিবলৈ ইচ্ছা কৰিছিল। এইগৰাকী ভগিনী আছিল এগৰাকী সু-কৰ্মী আৰু ভাল সমাজসেৱিকা। পিচে অলপতে তেওঁ তেওঁৰ সপোনৰ মানুহজনক লগ পাই তেওঁক বিয়া কৰালে। কিন্তু এতিয়া ভগিনী-গৰাকীয়ে বিয়া কৰাই ভুল কাম কৰিলে বুলি ভাবিছে। তেওঁ ভাবিছে তেওঁৰ নিজৰ উচ্চ আদৰ্শৰপৰা স্খলন হল। এই ভুল ভাৱটো তেওঁৰ মনৰপৰা আঁতৰাবলৈ মই চেষ্টা কৰিছোঁ। দেশসেৱাৰ কাৰণে ছোৱালী-বিলাক অবিবাহিত হৈ থকা বৰ ভাল কথা। এই বিষয়ে সন্দেহ নাই। কিন্তু আচলতে লাখৰ ভিতৰত এজনীহে এনেকুৱা ছোৱালী থাকিব পাৰে। বিয়া জীৱনৰ এটা স্বাভাৱিক কথা। বিয়াক অধঃপতনমূলক বা লজ্জা-জনক বেয়া কাম বুলি ভবা অতি ভুল। কোনোবাই কিবা কাম কৰি নিজৰ পতন হল বুলি ভাবিলে অতি চেষ্টা কৰিলেও তেওঁৰ নিজকে আকৌ ওপৰলৈ তোলা বৰ টান হৈ পৰে। বিয়া এটা ধৰ্মৰ কাম বুলি ভবাটো আদৰ্শ হব লাগে আৰু আত্মসংযমেৰে সৈতে বিবাহিত জীৱন যাপন কৰিব লাগে। হিন্দুধৰ্মত বিবাহ চাৰিটা আশ্ৰমৰ ভিতৰৰ এটা আশ্ৰম। প্ৰকৃততে আন তিনিওটা আশ্ৰমৰে মূলাধাৰ হল বিবাহাশ্ৰম বা গাৰ্হস্থ্যাশ্ৰম। কিন্তু আধুনিক যুগত বিবাহক মূলতে দৈহিক মিলন বুলি গণ্য কৰা হয়। আনকেইটা আশ্ৰমৰ অস্তিত্বই নোহোৱা হৈ গৈছে।

ওপৰত উল্লেখ কৰা ভগিনীগৰাকীয়ে আৰু তেওঁৰে দৰে ভবা আন আন ভগিনীয়ে নীচ কাম বুলি নেভাবি বিবাহক উচিত স্থান দিয়া উচিত আৰু বিবাহক ধৰ্মমূলক অনুষ্ঠান বুলি ভাবি লোৱা উচিত।

প্ৰয়োজনীয় আত্মসংযম চৰ্চা কৰিব পাৰিলে সেৱাৰ কাৰণে তেওঁলোকে অধিক শক্তি লাভ কৰিছে বুলি উপলব্ধি কৰিব। দেশসেৱা কৰিব খোজা ছোৱালীয়ে সাধাৰণতে একে মনোবৃত্তিৰে মানুহ এজনক জীৱন-সঙ্গী ৰূপে নিৰ্বাচন কৰে আৰু তেওঁলোকৰ যুটীয়াভাৱে কৰা দেশসেৱা দেশৰ কাৰণে লাভজনক হৈ পৰে।

সাধাৰণতে কবলৈ হলে আমাৰ ছোৱালীবিলাকক মাতৃত্বৰ কৰ্তব্যৰ বিষয়ে শিক্ষা দিয়া নহয়। এইটো বৰ দুখৰ কথা। বিবাহিত জীৱন যদি এটা ধৰ্মমূলক কৰ্তব্য হয় তেন্তে মাতৃত্বৰ কৰ্তব্যও এটা ধৰ্মমূলক কৰ্তব্য হব লাগিব। আদৰ্শ মাতৃ হোৱা সহজ কথা নহয়। সম্পূৰ্ণ দায়িত্বজ্ঞান উপলব্ধি কৰিহে লৰাছোৱালীক জন্ম দিব লাগে। অন্তঃসত্ত্বা হোৱা মুহূৰ্তৰেপৰা শিশুৰ জন্ম মুহূৰ্তলৈকে মাকে কি কৰা উচিত জানিব লাগে। যি মাতৃয়ে ভালভাৱে লালন পালন কৰি বুদ্ধিমান, স্বাস্থ্যবান সন্তান দেশক দিব পাৰে সেই মাতৃয়ে সচাঁকৈয়ে দেশৰ প্ৰকৃত সেৱা কৰে। ল'ৰাছোৱালী ডাঙৰ দীঘল হৈ তেওঁলোকো দেশৰ সেৱাৰ কাৰণে প্ৰস্তুত হব। যাৰ মনত সেৱাৰ জীৱন্ত ভাব আছে তেওঁলোকে জীৱনত যি অৱস্থাতে নেথাকক লাগে সদায় সেৱামূলক কাম কৰি থাকিব। এইটোৱেই হৈছে আচল সত্যটো। সেৱাৰ কামত বাধা দিয়া জীৱন তেওঁলোকে কেতিয়াও নলয়।

সেৱাগ্ৰাম : ৩-৩-৪২

( তিৰানব্বৈ )

## যমুনালালজী আৰু নাৰী

ৱাৰ্ধাত মহিলা আশ্ৰমত দিয়া গান্ধীজীৰ ভাষণ :—

মহিলা আশ্ৰমবাসীসকল বিশেষভাৱে যমুনালালজীৰ ওচৰত চিৰকৃতজ্ঞ, চিৰঋণী। তেওঁলোকে এই ঋণ বাৰু কেনেকৈ পৰিশোধ কৰিব পাৰিব? চকুলো টুকি লাভ নাই। সেৱাৰ দ্বাৰা তেখেতৰ স্মৃতিসৌধ ৰচনা কৰিলেহে আটাইতকৈ ভাল কাম হব। আত্মা অমৰ, দেহাহে নশ্বৰ। মানুহৰ অন্তৰত যমুনালালজী যেনেকৈ সদায় থাকিব পাৰিব তেনেকৈ সকলোৱেই থাকিব নোৱাৰে। মহিলা আশ্ৰমৰ ছাত্ৰী আৰু শিক্ষয়িত্ৰীসকলে ৱাৰ্ধাখন এখন আদৰ্শ নগৰত পৰিণত কৰিবৰ কাৰণে উঠি-পৰি লাগিব লাগে। ৱাৰ্ধাক পৰিষ্কাৰ কৰা, ইয়াৰপৰা নিৰক্ষৰতা দূৰ কৰা, খদ্দৰৰ বাণী প্ৰচাৰ কৰা, অস্পৃশ্যতা দূৰ কৰা আৰু তিৰোতাৰ উদ্দেশ্যে কাম কৰা। তেতিয়া তোমালোক গো-সেৱা সংঘৰ সভ্য হব পাৰিবা আৰু এই সংঘৰ সভ্য ভৰ্তি হোৱা কামতো সহায় কৰিব পাৰিবা। এই সংঘৰ সংকল্পবোৰ বৰ কঠোৰ নহয়। তোমালোকৰ যদি গৰু-গাইৰ প্ৰতি প্ৰেম আছে তেন্তে তোমালোকে স্ব-ইচ্ছাৰে পৰম আগ্ৰহেৰে এই সংকল্প-পত্ৰত স্বাক্ষৰ দিবা। শেহত উৰ্দু ভাষাৰ কথাটোও আহি পৰিবহি। তোমালোকে প্ৰত্যেকেই উৰ্দু পঢ়িবলৈ আৰম্ভ কৰা। হিন্দী আৰু উৰ্দু দুয়োটা ভাষা জনাবিলাকেহে সময়ত সেই সুন্দৰ সংমিশ্ৰণৰ মোৰ সপোনৰ হিন্দুস্থানী ভাষা সৃষ্টি কৰিব পাৰিবা; এই ভাষাই হব ভাৰতৰ ৰাষ্ট্ৰভাষা।

যমুনালালজীয়ে মহিলা কৰ্মী উলিয়াবৰ কাৰণে মহিলামণ্ডল প্ৰতিষ্ঠা কৰিছিল। তোমালোকে যমুনালালজীৰ সেৱাৰ ভাব অনুসৰণ কৰিব লাগে। জীৱনৰ বহুল সমুদ্ৰত প্ৰৱেশ কৰোঁতে এই সেৱাৰ আদৰ্শক

বর্মৰূপে ব্যৱহাৰ কৰিব লাগে। তোমালোকৰ বেছিভাগৰে বিয়া হ'ব। ই এটা স্বাভাৱিক কথা। মই যমুনালালজীক বিয়াৰ ঘটক বুলি জোকাইছিলোঁ। কাৰণ যমুনালালজীয়ে সদায় বিয়াৰ ঠিকঠাক কৰি দিছিল। কিছুমান ছোৱালী তেওঁলোকতকৈ দুৰ্ভগীয়া ভগিনীসকলৰ সেৱাৰ কাৰণে অবিবাহিত হৈ থাকিব লাগে বুলি মোৰ দৰে তেখেতেও ভাবিছিল। কিন্তু এনেকুৱা তিৰোতা বিৰল। মই তোমালোকৰপৰা সেৱা বিচাৰোঁ। তোমালোকৰ বিয়া হ'লে তোমালোক দুজন হ'বা আৰু মই তোমালোকৰপৰা চাৰিগুণ সেৱা লাভ কৰিম বুলি আশা কৰিছোঁ। পশুপ্ৰবৃত্তি চৰিতাৰ্থ নকৰাকৈ বিবাহিত জীৱন যাপন কৰাটো বহুতো ক্ষেত্ৰত ব্ৰহ্মচৰ্য পালন কৰাতকৈ টান।

যমুনালালজীৰ দৰে মানুহ বিৰল হ'ব। তেখেতে সেৱা কৰিবৰ কাৰণেই যেন জন্ম লৈছিল। বিশ্বৰ সকলোকে তেওঁ সেৱা কৰিছিল। সকলো কাম তেখেতে মনপুতি কৰিছিল। তেখেতৰ ধৈৰ্য আৰু অধ্যৱসায় চমকলগা। তেখেতক গাখীৰ দিয়া গাইজনীৰ শুশ্ৰূষা তেখেতে নিজে কৰিবলৈ লৈছিল। এনেদৰে আগৰপৰা গুৰিলৈকে তেখেতে সকলো কাম সমাধা কৰিছিল। কাম কৰি থাকোঁতেই তেখেতৰ মৃত্যু হ'ল। এনে মৃত্যু সকলোৰে কাম্য। তেখেতৰ সকলো কথা সকলোৱে অনুসৰণ কৰিব নোৱাৰে। তোমালোকে যদি তেখেতক সঁচাকৈয়ে ভাল পাইছিলা, তোমালোকৰ কাৰণে ইমানবোৰ কাম কৰি থৈ যোৱাজনক সঁচাকৈয়ে যদি প্ৰশংসা কৰিছিলা, তেন্তে তেখেতৰ জীৱনৰপৰা তোমালোকে এটা শিক্ষা লব লাগে। খুব কাম কৰা আৰু তোমালোকৰ আগত তেখেতে দাঙি ধৰা তিৰোতাৰ উচ্চ আদৰ্শ পূৰণ কৰিবলৈ নিজকে সম্পূৰ্ণভাৱে নিয়োগ কৰা।

হৰিজন : ১৫-৩-৪২

## ( চৌৰান্নৈ )

# ইন্দিৰা-নেহৰুৰ বিবাহ স্থিৰ

ইন্দিৰাৰ ফিৰোজ গান্ধীৰ লগত বিবাহ স্থিৰ হোৱা কাৰণে মই বহুতো চিঠি পাইছোঁ। কিছুমানে খণ্ডতে লিখিছে, কিছুমানে যুক্তি প্ৰদৰ্শন কৰি লিখিছে আৰু কিছুমানে গালি-শপনি পাৰি লিখিছে। মানুহ হিচাপে ফিৰোজ গান্ধীৰ বিষয়ে কাৰো একো কবলগীয়া নাই। ফিৰোজ গান্ধী পাৰ্চী—এইটোৱেই হল তেওঁলোকৰ মতে ফিৰোজ গান্ধীৰ দোষ। মই সদায় আৰু এতিয়াও বিয়াৰ বাবে ধৰ্ম সলনি কৰা কথাটোৰ বিৰোধিতা কৰোঁ। ইচ্ছামতে দলিয়াই পেলাব পৰা ধৰ্ম এটা পৰিচ্ছদ মাত্ৰ নহয়। বৰ্তমান ক্ষেত্ৰত ধৰ্ম পৰিৱৰ্তন কৰাব প্ৰশ্নটো নুঠে। ফিৰোজ গান্ধীৰ বহু বছৰৰ আগৰেপৰা নেহৰু পৰিয়ালৰ লগত সম্বন্ধ আছে। কমলা নেহৰুৰ অসুখৰ সময়ত ফিৰোজে কমলাক শুশ্ৰূষা কৰিছিল। ফিৰোজ কমলাৰ পুত্ৰৰ দৰে আছিল। ইউৰোপত ইন্দিৰা বেমাৰত শয্যাগত হৈ থাকোঁতে ফিৰোজে ইন্দিৰাক বৰ সহায় কৰিছিল। তেওঁলোকৰ মাজত স্বাভাৱিকতে এটা গভীৰ বন্ধুত্বৰ ভাব গঢ়ি উঠিল। এই বন্ধুত্ব সম্পূৰ্ণভাৱে সন্মানজনক আছিল। লাহে লাহে এই বন্ধুত্ব পাৰস্পৰিক ভালপোৱা বা আকৰ্ষণত পৰিণত হল কিন্তু কোনো পক্ষই জৱাহৰলাল নেহৰুৰ সন্মতি অবিহনে বিয়াৰ কথা ভাবিব নোৱাৰে। এই আকৰ্ষণৰ ভেটি সুদৃঢ় দেখি জৱাহৰলালে সন্মতি দিলে। নেহৰু পৰিয়ালৰ লগত মোৰ সম্বন্ধৰ কথা ৰাইজে জানে। ময়ো দুয়োপক্ষৰ লগতে কথা পাতিছোঁ। এই বিবাহত সন্মতি নিদিয়াটো নিষ্ঠুৰ কাম হব। সময়ৰ লগে লগে এনেকুৱা মিলন সমাজত বৃদ্ধি পাব আৰু সমাজৰ ভালৰ কাৰণেই হব। পৰস্পৰৰ প্ৰতি সহনশীলতা প্ৰদৰ্শন কৰিব পৰা স্তৰত আমি এতিয়ালৈকে উপনীত হবগৈ

পৰা নাই। সহিষ্ণুতা বৃদ্ধি হৈ পৰস্পৰৰ ধৰ্মৰ প্ৰতি শ্ৰদ্ধাত পৰিণত হ'লে এই ধৰণৰ বিবাহ মানুহে আদৰি লব। যুক্তিয়ে ঢুকি নোপোৱা সংকীৰ্ণমনা কোনো ধৰ্মই আগন্তুক সমাজ ব্যৱস্থাত তিষ্ঠি থাকিব নোৱাৰে। এনেকুৱা সমাজত মূল্যৰ পৰিৱৰ্তন হব। সম্পত্তি, উপাধি বা জন্মই যুক্তাযুক্ত বিচাৰ নকৰে—চৰিত্ৰৰ দ্বাৰাহে যোগ্যতা নিৰূপণ হয়। মোৰ ধাৰণাৰ হিন্দুধৰ্ম সংকীৰ্ণ নহয়, ই সমন্বয়ৰ দৰে প্ৰাচীন এটা ক্ৰমবিকাশমান ধৰ্ম। জৰেষ্টাৰ, মচেজ, যীশুখৃষ্ট, মহম্মদ, নানক আৰু আন আন ধৰ্মগুৰুৰ বাণীও হিন্দুধৰ্মই গ্ৰহণ কৰিব। এই ধৰ্মক সেইকাৰণে এনেদৰে ব্যাখ্যা কৰা হয়—

বিদ্বদ্ভিঃ সেৱিতঃ সদ্ভির্নিত্যমদ্বেষৰাগিভিঃ।
হৃদয়েনাভ্যনুজ্ঞাতো যো ধৰ্মস্তং নিবোধত॥

[ৰাগ-দ্বেষ-ঘৃণাৰপৰা সদামুক্ত জ্ঞানী মহৎ পুৰুষসকলে যি ধৰ্ম অনুসৰণ কৰে আৰু যি ধৰ্মই অন্তৰক আৱেদন কৰে সেই ধৰ্মই প্ৰকৃত ধৰ্ম বুলি জানিবা।]

এনেকুৱা নহলে ধৰ্মৰ বিনাশ হব। মোলৈ যিসকলে চিঠি লিখিছে তেখেতসকলৰ চিঠিৰ প্ৰাপ্তিস্বীকাৰ কৰা নাই কাৰণে মোক যেন ক্ষমা কৰে। মই তেখেতসকলক ক্ৰোধ ত্যাগ কৰিবলৈ আৰু হবলগীয়া বিয়াখনক আশীৰ্বাদ দিবলৈ অনুৰোধ কৰিছোঁ। তেখেতসকলৰ চিঠিত অজ্ঞতা, অসহিষ্ণুতা আৰু অন্ধবিশ্বাস পৰিলক্ষিত হৈছে। এইবোৰ কথা অস্পৃশ্যতাৰ নিচিনা কথা আৰু এই কথাবোৰক সহজে শ্ৰেণীভুক্ত কৰিব নোৱাৰি কাৰণে ই অতি বিপদজনক।

হৰিজন : ৮-৩-৪২

## ( পঁচাল্লৈশ )

# লৰাছোৱালীয়ে কি ধৰ্ম লব ?

প্ৰশ্ন—সমাজৰ অগগ্ৰতিৰ লগে লগে বেলেগ বেলেগ জাতিৰ মাজত বিবাহ বেছি হব। এই বিবাহ মানুহে মানি লোৱা উচিত। সংশ্লিষ্ট সকলৰ কোনো পক্ষই ধৰ্ম সলনি কৰিব নেলাগে বুলি আপুনি ঠিকেই কৈছে। কিন্তু তেওঁলোকৰ ল'ৰাছোৱালীবিলাকৰ কাৰণে আপোনাৰ উপদেশ কি? কোন ধৰ্মমতে তেওঁলোকক ডাঙৰ দীঘল কৰা হব? দেউতাকৰ নে মাকৰ?

উত্তৰ—এনেকুৱা বিবাহ হলে দেউতাক-মাকে এজনে আনজনৰ ধৰ্মক শ্ৰদ্ধা কৰে বুলি জানি লব লাগিব। দেউতাক-মাক যদি ধাৰ্মিক হয় তেন্তে ল'ৰা-ছোৱালীবিলাকে তেওঁলোকৰ কাৰণে কি আটাইতকৈ ভাল হব কবনোৱাৰাকৈয়ে জানি লব আৰু নিজৰ ধৰ্মবিশ্বাস দেউতাক-মাকৰপৰা একো বাধা নোপোৱাকৈ নিৰ্বাচন কৰি লব পাৰিব। দেউতাক-মাকে যদি ধৰ্মৰ কথা বেছিকৈ নেভাবে তেন্তে ল'ৰা-ছোৱালী-বিলাকৰো ধৰ্মৰ প্ৰতি একো ভাব নেথাকিব আৰু নিজকে কোনো এটা বিশেষ ধৰ্মৰ বুলি কৈ থব। এনেকুৱা বিবাহত মই এই কথাটোৱেই লক্ষ্য কৰিছোঁ। ল'ৰাছোৱালীক ডাঙৰ দীঘল কৰোঁতে যদি মাক-দেউতাকৰ মাজত ঘূৰ্ঘোৰ মতানৈক্য হয় তেতিয়াহে ল'ৰা-ছোৱালীৰ ধৰ্মৰ কথাটো ঠিক কৰা অতি টান হৈ পৰে।

হৰিজন : ২৯-৩-৪২

## ( ছয়ান্নবৈ )

# নাৰীৰ অৰ্থনৈতিক স্বাধীনতা

প্ৰশ্ন—তিৰোতাক অৰ্থনৈতিক স্বাধীনতা দিলে তিৰোতাৰ মাজত অনৈতিকতা বৃদ্ধি পাব আৰু ঘৰুৱা জীৱন ছেদেলি ভেদেলি হৈ যাব বুলি কিছুমান মানুহে বিবাহিত তিৰোতাক সম্পত্তিৰ অধিকাৰ দিবৰ কাৰণে আইন পৰিৱৰ্তন কৰিব খোজাত আপত্তি তুলিছে। এইবিষয়ে আপুনি কি ভাবে ?

উত্তৰ—এই প্ৰশ্নৰ উত্তৰ মই এটা বিপৰীত ধৰণৰ প্ৰশ্নৰেহে দিম। পুৰুষৰ স্বাধীনতা আৰু সম্পত্তিৰ অধিকাৰে তেওঁলোকৰ মাজত অনৈতিকতা বৃদ্ধি কৰা নাইনে? আমি যদি বৃদ্ধি কৰিছে বুলি কওঁ তেন্তে তিৰোতাক সম্পত্তিৰ অধিকাৰ দি এই একে কথাই হবলৈ নিদিওঁ কিয় ? তিৰোতাই পুৰুষৰ দৰে স্বাধীনতা আৰু সম্পত্তিৰ অধিকাৰ পালে নৈতিক বা অনৈতিক কথা কামবোৰ এই স্বত্ব উপভোগৰ ওপৰত নিৰ্ভৰ নকৰে বুলি ওলাই পৰিব। মুনিহ-তিৰোতাৰ নৈতিকতা অসহায় অৱস্থাত পৰিলেহে ওলাই পৰে—নৈতিকতা সম্পত্তিৰ অধিকাৰৰ ওপৰত নিৰ্ভৰ নকৰে। নৈতিকতা আমাৰ অন্তৰৰ পৱিত্ৰতাৰ লগত সুদৃঢ়ভাৱে জড়িত হৈ আছে।

হৰিজন : ৮-৬-৪০

## ( সাতান্নবৈ )

# পৃষ্ঠপোষকতা নিবিচাৰিব

প্ৰশ্ন— আমি দেখিছোঁ যে নিৰ্বাচিত বিষয়বাব লবৰ কাৰণে কংগ্ৰেছে তিৰোতা প্ৰতিনিধি বেছিকৈ পঠিয়াবলৈ অনিচ্ছুক হৈছে। বিভিন্ন কমিটী-বোৰত তিৰোতা প্ৰতিনিধি বেছিকৈ লব লাগে। ই এটা ন্যায়সঙ্গত আৰু আৱশ্যকীয় কথা। এই কথাটো আপুনি কেনেদৰে সমাধান কৰিবলৈ বিচাৰে ?

উত্তৰ— এনেকুৱা কথাবিলাকত সমতা বা সমানুপাতৰ কথা কলে মই ভোল নেযাওঁ। এইবোৰ বিষয়ত যোগ্যতাহে একমাত্ৰ মাপকাঠি। তিৰোতাক অসমৰ্থ বুলি কোৱা এটা নিয়মৰ দৰে হৈ পৰিছে। সেইকাৰণে তিৰোতা যদি যোগ্য আৰু উপযুক্ত হয় আৰু এই যোগ্যতা যদি পুৰুষৰ লগত সমান হয় তেনেহলে পুৰুতকৈ তিৰোতাকহে আগ ঠাই দি মনোনয়ন কৰিব লাগে বুলি এটা বিপৰীত নিয়ম হব লাগে। যদিও ইয়াৰ ফলত সকলো আসন তিৰোতাৰ দখললৈ আহে অকল তিৰোতা বুলিয়েই সভ্যপদ বিচৰাটো বৰ বিপদজনক কথা। তিৰোতাসকলেই নহয়, প্ৰকৃততে যিকোনো সম্প্ৰদায় বা শ্ৰেণীয়ে পৃষ্ঠপোষকতা বা অনুগ্ৰহ বিচাৰিব নেলাগে। তেওঁলোকে বিচাৰিব লাগে ন্যায্য অধিকাৰ। সেইকাৰণে তিৰোতাই আৰু পুৰুষেও নিজক প্ৰাদেশিক ভাষাৰ জৰিয়তে নাগৰিকৰ অলেখ কৰ্তব্যৰ বিষয়ে উপযুক্ত কৰি তুলিবৰ কাৰণে সাধাৰণ শিক্ষা প্ৰসাৰৰ অৰ্থে কাম কৰা যুগুত। এই শিক্ষা ইংৰাজী ভাষাৰ বা পশ্চিমীয়া শিক্ষাৰ প্ৰসাৰৰ কাৰণে হব নেলাগে। এই আৱশ্যকীয় সংস্কাৰৰ কামত আগভাগ লৈ পুৰুষে নাৰীক অনুগ্ৰহ কৰিছে বুলি ভাবিব নেলাগে। ই নাৰীৰ ন্যায্য অধিকাৰ দিবলৈ বুলি পলমকৈ হলেও আৰম্ভ কৰা এটা সহজ কাম বুলিহে ভাবিব লাগে।

উঁকলি কাঞ্চন : ৩০-৩-৪৬

প্ৰশ্নৰ টোপোলাৰপৰা।

## ( আঠান্নৈৰ )

## নাৰীৰ ক্ষেত্ৰত কি হ'ব ?

"নির্বাচন আৰু নির্বাচিত পদৰ কাৰণে যথেষ্ট সংখ্যক মহিলা প্ৰতিনিধি দিয়া হোৱা নাই বাবে কৰা অভিযোগৰ উত্তৰটো পঢ়ি সুখী হলোঁ। প্রার্থী নির্বাচন কৰোতে যোগ্যতাৰ কথা বিবেচনা কৰা উচিত বুলি আপুনি কোৱা কথাখিনি সম্পূর্ণভাৱে শুদ্ধ—প্রত্যেকজন চিন্তাশীল মুনিহ তিৰোতাই এই কথা সমর্থন কৰিব। 'শ্রদ্ধাৰ যোগ্য কেৱল নিপুণতা -বয়স বা মুনিহ-তিৰোতা আদি নহয়' এইবুলি এটা নীতিকথা মানি চলা নহয়। মন্ত্রীসভা, বিধানসভা আদি স্থানীয় সভা-সমিতি-বিলাকতো প্রার্থী নির্বাচন কৰোঁতে প্ৰথমতে যোগ্যতাৰ বিচাৰ নহয়। জাতি-সম্প্রদায়ত প্রদেশ আদিৰ কথাহে বিবেচনা কৰা হয় আৰু এই কেইটা কথাৰ ওপৰতে সকলো নির্ভৰ কৰে। এই কথাবোৰ আওকাণ কৰিব নোৱাৰি বুলি যুক্তি প্রদর্শন কৰে। এই যুক্তি যদি শুদ্ধ হয় তেন্তে তিৰোতাৰ ক্ষেত্ৰত কি কৰা হ'ব? এই নীতিৰ দৃষ্টিকোণৰপৰা চালে মনোনয়নৰ যোগ্যতাৰ পুনৰ ব্যাখ্যাৰ প্ৰয়োজন নহ'ব জানো ?"

এইখিনি কথা এগৰাকী শ্রদ্ধাভাজন ভগিনীৰ চিঠিৰপৰা তুলি দিছোঁ। এই ভগিনী গৰাকীৰ চিঠিৰপৰা ইয়াকে বুজিলোঁ যে সকলো কথা যেতিয়া অশুদ্ধভাৱে ভুল বাটে হৈ আছে; তদুপৰি এটা ভুল হলে একো ক্ষতি নহয়। কিন্তু আমি এনেকৈ চলিলে এই কু-কথা বাঢ়ি যাব আৰু আমি চক্রবেহুৰ মাজত সোমাই পৰাৰ দৰে হব। তিৰোতাসকলক ত্যাগৰ প্ৰতিমূৰ্তি হৈ তিৰোতা জাতিৰ শোভা বঢ়াই তিৰোতাৰ মর্যাদা আৰু লগে লগে জাতিৰ মর্যাদাৰ উন্নতি কৰিবলৈ গোহাৰি জনালোঁ।

নির্বাচনত যেতিয়ালৈকে জাতি বা সম্প্রদায়ৰ কথা বেছিকৈ বিবেচনা কৰা হয় তেতিয়ালৈকে নিজৰ সম্মান ৰক্ষা কৰি এইবোৰ কথাৰপৰা আঁতৰত থাকিবলৈ তিৰোতাসকলক মই উপদেশ দিওঁ। এই কামটো

কেনেকৈ সৰ্বসুন্দৰভাৱে কৰিব পৰা হ'ব—এইটোৱেই হ'ল প্ৰশ্ন। অতি কমসংখ্যক মহিলাই ৰাজনীতিত অংশ লয় আৰু বেছিভাগ মহিলাই স্বাধীন চিন্তা নকৰে। তেওঁলোকে নিজৰ দেউতাক বা স্বামীৰ আদেশ-মতে চলিয়েই সন্তুষ্টচিত্তে থাকে। নিজৰ পৰাধীন অৱস্থা উপলব্ধি কৰি তেওঁলোকে নাৰীৰ স্বত্বৰ বিষয়ে দাবী কৰে। এই ধৰণে নকৰি তিৰোতা-সকলে মহিলা ভোটদাত্ৰীসকলৰ নাম সংগ্ৰহ কৰি তেওঁলোকৰ ভোটাৰ তালিকাভুক্ত কৰিব লাগে—তিৰোতাক নিজৰ কামত অহা শিক্ষা প্ৰদান কৰিব লাগে। তেওঁলোকক স্বাধীন চিন্তা কৰিবলৈ শিকাব লাগে, তেওঁলোকৰ মাজত পৰিৱৰ্তন আনিবৰ কাৰণে জাতিবিচাৰৰ বান্ধোনৰপৰা তেওঁলোকক মুক্ত কৰিব লাগে। এই পৰিৱৰ্তন দেখি পুৰুষে তিৰোতাৰ মনোবল আৰু ত্যাগৰ শক্তিক উপলব্ধি কৰিব আৰু তিৰোতাক এটা সন্মানিত স্থান দিব। এই কাম কৰিব পাৰিলে বৰ্তমানৰ অপৱিত্ৰ পৰিৱেশ তেওঁলোকে পৱিত্ৰ কৰিব পাৰিব। তিৰোতাৰ কথা ইমানেই।

অপৱিত্ৰ অশুদ্ধ পৰিৱেশ দেখিলে পুৰুষসকল তাৰপৰা ওলাই আহিব লাগে। জাতি বা সম্প্ৰদায়ৰ ভাব মনৰপৰা আঁতৰি গলে পুৰুষসকলে জাতি বা সম্প্ৰদায় বিচাৰ কৰি কাম কৰিব নোৱাৰিব। এই কাম কৰিবলৈ পুৰুষ, তিৰোতা সকলোৰে কাৰণে এটা উত্তম উপায় আছে। তেওঁলোকে হৰিজন হৈ যাব লাগিব আৰু নিজকে একেবাৰে তলশ্ৰেণীৰ 'ভাঙ্গি' বা মেটৰ বুলি কব লাগিব।

যোগ্য মহিলাসকলে মনোনয়ন নেপালে পুৰুষসকলে তেওঁলোকৰ ভুল কাম শুধৰাই লব লাগে। তিৰোতাক তেওঁলোকতকৈ ওপৰলৈ উধাবৰ কাৰণে উৎসাহ যোগোৱা পুৰুষৰ কৰ্তব্য। মুনিহ-তিৰোতা দুয়োপক্ষই মই কোৱামতে কাম কৰিলে পৰিৱেশ অতি সোনকালেই পৱিত্ৰ হৈ উঠিব। পুৰুষে এনেধৰণে কৰিলেও বা নকৰিলেও তিৰোতাৰ কৰ্তব্যৰ বিষয়ে মোৰ মত স্পষ্ট হৈ আছে।

নতুন দিল্লী : ১২-৪-৪৬

হৰিজন : ২১-৪-৪৬

## ( নিৰানব্বৈ )

# সবলাৰূপে নাৰী

প্ৰশ্ন—নিষ্ক্ৰিয় প্ৰতিৰোধৰ অৰ্থ শক্তিশালীজনৰ ওচৰত আত্মসমৰ্পণ কৰা নহয়নে ?

উত্তৰ—নিষ্ক্ৰিয় প্ৰতিৰোধক দুৰ্বলীৰ অস্ত্ৰ বুলি ভবা হয়। কিন্তু শক্তিশালীৰ অস্ত্ৰ হিচাপে কৰিব খোজা প্ৰতিৰোধ নীতিৰ নতুন নাম এটা ভাবি উলিয়াব লাগিব। মোৰ মনৰ কথা বুজাবৰ কাৰণে মই এটা নতুন নাম সৃষ্টি কৰিবলগীয়া হৈছিল। যদিও এই অস্ত্ৰক সবলী বা শক্তিশালীৰ অস্ত্ৰ বুলি কোৱা হৈছে এই অস্ত্ৰ দুৰ্বলী, বুঢ়া আনকি সাহসী সৰু সৰু ল'ৰা-ছোৱালীয়েও ব্যৱহাৰ কৰিব পাৰে। এই কথাখিনিতেই এই অস্ত্ৰৰ অতুলনীয় সৌন্দৰ্য সোমাই আছে। সত্যাগ্ৰহেৰে প্ৰতিবাদ কৰা হয় কষ্ট বৰণৰ যোগেদি আৰু এইবাবে সত্যাগ্ৰহৰ অস্ত্ৰ প্ৰধানকৈ তিৰোতাই লব পাৰে। যোৱা বছৰ ভাৰতৰ মহিলাসকলে দুখ-যাতনা স্বীকাৰ কৰাত তেওঁলোকৰ ভাইসকলক চেৰ পেলাইছিল আৰু মুনিহ-তিৰোতা উভয়ে এই কামত এক মহৎ অংশ গ্ৰহণ কৰিছিল। আত্মনিৰ্যাতনৰ ভাবটো সংক্ৰমিত হৈ বিয়পি পৰিল আৰু আচৰিত ধৰণৰ আত্মত্যাগৰ ভাবেৰে তিৰোতাসকল আগবাঢ়ি আহিছিল। ইউৰোপৰ তিৰোতা আৰু ল'ৰা-ছোৱালীবিলাক যদি মানৱপ্ৰেমত উদ্বুদ্ধ হৈ পৰে তেওঁলোকে ধুমুহাৰ গতিৰে পুৰুষক পৰাভূত কৰি অতি কম সময়ৰ ভিতৰতে যুদ্ধবৃত্তি নোহোৱা কৰি দিব পাৰিব। এই কথাৰ অন্তৰ্নিহিত ভাব এয়ে যে তিৰোতা, শিশু আৰু আন সকলোৰে ভিতৰত একেই আত্মা বিৰাজমান - তাত একেই সম্ভাব্য শক্তি নিহিত আছে। সত্যৰ অপৰিসীম শক্তিৰ প্ৰকাশ কেনেকৈ কৰিব পাৰি সেইটোৱেই হল প্ৰশ্ন।

ইয়ং ইণ্ডিয়া : ১৪-১-৩২

( এশ )

## এগৰাকী ভগিনীৰ প্ৰশ্ন

প্ৰশ্ন—নাৰীৰ সন্মান কেনেকৈ ৰক্ষা কৰিব পাৰি ?

উত্তৰ—আপুনি বোধকৰোঁ নিয়মিত 'হৰিজন' নপঢ়ে। এই সমস্যাটো মই কেবাবছৰৰো আগতে আলোচনা কৰিছিলোঁ আৰু প্ৰায়েই তেতিয়াৰে-পৰা আলোচনা কৰি আছোঁ। এই প্ৰশ্নটো দুটা শিৰোনামাত আলোচনা কৰিব পাৰি।

(১) নাৰীয়ে নিজৰ সন্মান কিদৰে ৰচাব পাৰে ?

(২) সম্পৰ্কীয় পুৰুষসকলে কেনেকৈ নাৰীৰ সন্মান ৰক্ষা কৰিব পাৰে ?

প্ৰথম প্ৰশ্নৰ উত্তৰত ইয়াকে কব পাৰি যে অহিংস পৰিৱেশ য'ত আছে, য'ত অহিংসাৰ বিষয়ে ঘনাই শিক্ষা দি থকা হৈছে তেনে পৰিবেশত তিৰোতাই নিজকে অসহায়া, নিৰ্ভৰশীলা বা অবলা বুলি অনুভৱ নকৰে। শুদ্ধ আৰু পৱিত্ৰ চৰিত্ৰৰ নাৰী আচলতে অসহায় নহয়। নিজৰ পৱিত্ৰতাই তিৰোতাক নিজৰ শক্তিৰ প্ৰতি সজাগ কৰি তোলে। নিজৰ ইচ্ছাৰ বিৰুদ্ধে এগৰাকী তিৰোতাক অন্যায়ভাৱে সতীত্ব নষ্ট কৰা একেবাৰে অসম্ভৱ কথা বুলি মই সদায় ভাবোঁ। যেতিয়া তিৰোতাই নিজৰ নৈতিক শক্তিক উপলব্ধি কৰিব নোৱাৰে আৰু ভয় কৰে তেতিয়াহে এনে ধৰ্ষণৰ অপমানজনক ঘটনা হব পাৰে। আক্ৰমণকাৰীৰ শক্তিৰ সমকক্ষ হব নোৱাৰিলে সতীত্ব নষ্ট হোৱাৰ আগতেই নাৰীৰ পৱিত্ৰতাই তেওঁক মৃত্যুবৰণ কৰিবলৈ সাহস যোগাব। সীতাৰ কথাকে ভাবকচোন। শাৰীৰিক বলত ৰাৱণৰ ওচৰত সীতা অতি দুৰ্বল; কিন্তু সীতাৰ সতীত্ব আৰু পৱিত্ৰতা দানৱীয় শক্তিতকৈ বহুত ওপৰত। ৰাৱণে নানা প্ৰলোভন দেখুৱাই সীতাক জয় কৰিবলৈ

চেষ্টা কৰিছিল ; কিন্তু সীতাৰ সন্মতি নথকাত সীতাক কামভাৱেৰে স্পৰ্শ ই কৰিব নোৱাৰিলে । আনহাতে নাৰীয়ে নিজৰ শাৰীৰিক শক্তি বা হাতত থকা কিবা অস্ত্রৰ ওপৰত নিৰ্ভৰ কৰিলে সেই শক্তি শেষ হোৱাৰ লগে লগে তেওঁ হাৰ মানিব লাগিবই ।

দ্বিতীয় প্রশ্নটোৰ উত্তৰ সহজে দিব পাৰি । দেউতাক, ককায়েক বা বন্ধুৱে আক্রমণকাৰীক বাধা দি শৰণাৰ্থীক ৰক্ষা কৰিব লাগিব । তেওঁলোকে দুৰ্বৃত্তজনক দুষ্ট অভিলাষ ত্যাগ কৰিবলৈ কব বা নিজে এই কামত বাধা দি মৃত্যুবৰণ কৰিবলৈকে সাজু হব । নিজৰ জীৱন দি নিজৰ কৰ্তব্যকেই কেৱল তেওঁলোকে পালন নকৰে—তেওঁলোকে তেওঁলোকৰ শৰণাৰ্থীৰ বুকুত নতুন বল শক্তি সঞ্চাৰ কৰি কেনেকৈ নিজৰ সন্মান ৰক্ষা কৰিব পাৰি তাক জনাই দিয়ে।

পুণাৰ এগৰাকী ভগিনীয়ে কৈছে, "লেঠা এইখিনিতেই । তিৰোতাই বাৰু কেনেকৈ নিজৰ জীৱন শেষ কৰিব পাৰে ? তিৰোতাৰ কাৰণে এই কাম সম্ভৱপৰনে ?"

গান্ধীজীয়ে কৈছিল, "পুৰুষতকৈ বেছিকৈহে পাৰিব । তিৰোতাই নিজৰ জীৱন সৰুসুৰা কথাতে বিসৰ্জন দিব পাৰে বুলি মই জানোঁ । কেইদিনমান আগতে বিশ বছৰীয়া ছোৱালী এজনীয়ে নিজৰ গাত জুই লগাই মৃত্যুবৰণ কৰিলে । কাৰণ তাই ভাবিছিল তাই সাধাৰণ শিক্ষা লবলৈ অমান্তি হোৱা কাৰণে তাইক শাস্তি দিয়া হৈছে । সাধাৰণ তেলৰ চাকিৰে শাৰীত জুই লগাই নিষ্ঠুৰ সাহ আৰু দৃঢ়তাৰে তাই নিশ্চিহ্ন হৈ গ'ল । একো চিঞৰবাখৰ নকৰিলে । ওচৰৰ কোঠাত থকা মানুহে এই ঘটনা শেষলৈকে একো গম পোৱা নাছিল । তাইৰ কামৰ প্রশংসা কৰি মই ইমানবোৰ কথা লেখা নাই—তিৰোতাই কিমান সৰু কথাতে নিজৰ জীৱন শেষ কৰিব পাৰে তাকেহে দেখুৱাব খুজিছোঁ । মোৰ এই সাহ নাই । এইবোৰ কাম কৰিবৰ কাৰণে বাহিৰৰ চাকিতকৈ অন্তৰৰ চাকিৰহে প্রয়োজন বুলি মই মানি লৈছোঁ ।"

এই একেগৰাকী ভগিনীয়ে আকৌ প্ৰশ্ন কৰিছে, "ল'ৰাছোৱালীৰ লগত তাহাঁতৰ কামবোৰ কৰোঁতে খং-ৰাগ, মাৰধৰ আদি হিংসামূলক কামবোৰ নকৰাকৈ কেনেকৈ থাকিব পাৰি?" গান্ধীজীয়ে হাঁহি হাঁহি কলে, "আপুনি আমাৰ প্ৰাচীন নীতিকথা এটাৰ বিষয়ে নেজানে চাগৈ। কথাটি এনে ধৰণৰ: 'পাঁচ বছৰ বয়সলৈকে লৰাছোৱালীৰ লগত খেলিবা, দহবছৰ তাহাঁতক শিকাই বুজাই ঠিক কৰিবা, ষোল বছৰ হলে লৰাছোৱালীৰ লগত বন্ধু হৈ পৰিবা।' ল'ৰাছোৱালীৰ ওপৰত খং উঠিলেও বিৰক্তিবোধ নকৰিবা। এই খঙক মই অহিংস খং বা ৰাগ বুলিহে কম। মই জ্ঞানী মাকবিলাকৰ কথাহে কৈছোঁ—মাক হোৱাৰ অনুপযুক্ত মাতৃসকলৰ কথা মই কোৱা নাই।"

হৰিজন: ১-৯-৪০

( এশ এক )

## পাশৱিক উৎপীড়ন

গোটেই পৃথিৱী এতিয়া বিপদগ্ৰস্ত। যুদ্ধৰপৰা কোনেও ৰক্ষা পাব নোৱাৰে। ৰামায়ণ আৰু মহাভাৰত কৰিৰ কল্পনাৰ সৃষ্টি। এই মহাকাব্যৰ প্ৰণেতাসকল অকল কৱিয়েই নহয় তেওঁলোক আছিল সন্ত মহাপুৰুষ। তেওঁলোকে বৰ্ণনা কৰা কথাবোৰ আমাৰ চকুৰ আগতে বৰ্তমান হৈ থকা দেখিছোঁ। ৰাৱণৰূপী দৈত্যসকল যুদ্ধত লিপ্ত হৈছে, তেওঁলোকে অতুলনীয় বল-শক্তি প্ৰদৰ্শন কৰিছে। বায়ুমণ্ডলৰপৰা মাৰণাস্ত্ৰ তেওঁলোকে নিক্ষেপ কৰিছে। সাহসিকতামূলক সকলো কামকে তেওঁলোকে যুদ্ধক্ষেত্ৰত কৰিব পাৰে বা ভাবি উলিয়াব পাৰে।

মানুহে এনেদৰে যুদ্ধ কৰিব নোৱাৰে, দেৱতাসকলেও নোৱাৰে। নিৰ্দয় দয়া-মমতাহীন পশুবিলাকেহে এনেদৰে যুদ্ধ কৰিব পাৰে।

শাৰীৰিক বলত বলীয়ান হৈ সৈন্যবিলাকে দোকান আদি লুটপাট কৰি ফুৰিছে—তিৰোতাক অসদ্ব্যৱহাৰ কৰিবলৈকো সিহঁতে লাজ নেপায়। এনেকুৱা ঘটনাক বাধা দিবৰ কাৰণে যুদ্ধৰ সময়ত শাসন-যন্ত্ৰ বিকল হৈ ক্ষমতাহীন হৈ পৰে। বেয়া কাম বুলি নজনা ভাও ধৰি সৈন্যবিলাকে নিজৰ আদিম বাসনা চৰিতাৰ্থ কৰে। গোটেই জাতি যেতিয়া যুদ্ধত লিপ্ত হৈ যায় তেতিয়া সামৰিক জীৱনটো সভ্য জীৱনৰে এটা অঙ্গ-বিশেষ হৈ পৰে। সেইকাৰণে সৈন্যবিলাকৰ এইবোৰ কামক গৰিহণা দিয়া নহয়গৈ। এনেধৰণৰ হবলৈ ভাৰতবৰ্ষৰ হেজাৰ বছৰ লাগিব।

এগৰাকী ভগিনীয়ে পঠিওৱা প্ৰশ্নবোৰ সেইকাৰণে সাধাৰণতে মনলৈ আহে—

(১) এজন সৈন্যই কোনোবা নাৰীক ধৰ্ষণ কৰিলে সেই নাৰীৰ সতীত্ব নষ্ট হৈছে বুলি ক'ব লাগিবনেকি ?

(২) এনেকুৱা নাৰীক সমাজে গৰিহণা দি সমাজচ্যুত কৰিব লাগেনেকি ?

(৩) সেইগৰাকী নাৰী তথা ৰাইজে এনেকুৱা অৱস্থাত কি কৰিব পাৰে ?

দেখাত তিৰোতাগৰাকীৰ সতীত্ব নষ্ট হৈছে যেন লাগে; কিন্তু এইবাবে তিৰোতাগৰাকীক গৰিহণাৰ পাত্ৰী বা সমাজচ্যুত কৰিব নেলাগে। বৰং তেওঁক সহানুভূতিৰে চাব লাগে। কাৰণ তেওঁক নিষ্ঠুৰভাৱে আঘাত কৰা হৈছে। আহত মানুহবিলাকক শুশ্ৰূষা কৰাৰ দৰে আমি তেওঁক শুশ্ৰূষা কৰিব লাগে।

এনেকুৱা অসন্মানজনক কাৰ্যত তিৰোতাই স্ব-ইচ্ছাৰে যোগদান কৰিলে তিৰোতা গৰিহণাৰ পাত্ৰী হয়। তিৰোতাই স্ব-ইচ্ছাৰে আন পুৰুষৰ লগত পতা সম্বন্ধ আৰু ধৰ্ষণ কেতিয়াও একে কথা নহয়। এই দৃষ্টিৰে চালে আমি এনেকুৱা ঘটনাবোৰ এতিয়াৰ দৰে কেতিয়াও লুকাই নথলোঁহেঁতেন। তিৰোতাৰ প্ৰতি পুৰুষৰ এনে ব্যৱহাৰৰ বিৰুদ্ধে জনমত গঢ়ি উঠিলেহেঁতেন। আৰু জনমতে মুকলিভাৱে কাম কৰিব পাৰিলেহেঁতেন।

বাতৰিকাকতবোৰে সৈন্যবিলাকৰ এই আচৰণৰ বিৰুদ্ধে আন্দোলন কৰি থকা হলে শ্বেত, কৃষ্ণবৰ্ণ নিৰ্বিশেষে সকলো সৈন্যই এনে ধৰ্ষণৰ কাম কৰিবলৈ এৰি দিলেহেঁতেন। সামৰিক বিষয়াসকলে এনেকুৱা অসৎ ব্যৱহাৰ বন্ধ কৰিবলৈ বাধ্য হ'লহেঁতেন।

মই তিৰোতাসকলক নগৰ এৰি গাঁৱলৈ যাবলৈ উপদেশ দিওঁ। গাঁৱত তেওঁলোকৰ বহুতো কৰিবলগীয়া কাম আছে। গাঁৱত অপমানৰ ভয়ো তুলনামূলকভাৱে কম। তেওঁলোকে দুখীয়াৰ লগত মিলি গৈ সহজ সৰল জীৱন যাপন কৰিব লাগিব। সোণ-ৰূপৰ গহণা আৰু পাট-মেজাঙ্কৰীৰ কাপোৰ পিন্ধি তেওঁলোকে যদি নিজৰ ঐশ্বৰ্যক প্ৰদৰ্শন কৰে তেন্তে তেওঁলোকে এটা বিপদৰপৰা হাত সাৰি তাতকৈ দুগুণ ডাঙৰ বিপদৰ মুখত পৰিবগৈ। কৰ্তব্যই নগৰত থাকিবলৈ বাধ্য কৰা তিৰোতাসকললৈ মই এই উপদেশ দিয়া নাই।

তিৰোতাই প্ৰধানকৈ নিৰ্ভীক হবলৈ শিকিব লাগে। পৱিত্ৰতাক যিসকল তিৰোতাই সৰ্বোত্তম বৰ্ম বুলি জ্ঞান কৰে সেইসকল তিৰোতাৰ কেতিয়াও সন্মান হানি হোৱাৰ ভয় নাই বুলি মই দৃঢ়ভাৱে বিশ্বাস কৰোঁ। অতি নিষ্ঠুৰ পশু-প্ৰবৃত্তিৰ পুৰুষ এজনেও পৱিত্ৰতাৰ চকমকীয়া উজ্জ্বলতাৰ কাষত লাজতে মূৰ দোঁৱাব। নিজকে এনেকুৱাকৈ প্ৰতিৰক্ষা কৰা মহিলাৰ দৃষ্টান্ত আমাৰ এই আধুনিক যুগতো আনকি দেখিবলৈ পোৱা যায়। এইখিনি কথা লিখি থাকোঁতে মোৰ দুটা এনে ধৰ্ষণৰ ঘটনাৰ কথা মনত পৰিছে। এই প্ৰবন্ধটো পঢ়া মহিলাসকলক মই এই সাহস আৰু মনোবল লাভ কৰিবৰ বাবে চেষ্টা কৰিবলৈ কওঁ। অন্যায়-অপমানৰ কথা ভাবি ভয়ত কঁপি উঠাতকৈ তেওঁলোকে সম্পূৰ্ণভাৱে নিৰ্ভীক হব লাগে। সাহসৰ পৰীক্ষাত কৃতকাৰ্যতাৰে উত্তীৰ্ণ হবৰ কাৰণে তিক্ত অভিজ্ঞতাৰ মাজেৰে যাবলগীয়া নহয়। ঈশ্বৰৰ কৃপাত এনেকুৱা অভিজ্ঞতা লাখৰ ভিতৰত বা কেবা হেজাৰৰ ভিতৰত এজনৰহে হয়। প্ৰত্যেক সৈন্য পশু নহয়। ভদ্ৰতাজ্ঞান হেৰাই পেলোৱা সৈন্যৰ সংখ্যা অতি কম। শতকৰা বিশ ভাগ সাপ বিষাক্ত,

তাৰে কিছুমান সাপেহে খোটে। এই সাপবোৰেও দুখ নেপালে বা নগছকিলে নোখোটে। যিবিলাক মানুহে সাপক ভয় কৰে বা সাপ দেখিলেই জঁপিয়াই উঠে সেই মানুহবিলাকৰ কাৰণে এই জ্ঞান একো কামত নাহে। দেউতাক, মাক আৰু স্বামীয়ে তিৰোতাক নিৰ্ভীক হবলৈ শিকাব লাগে। ঈশ্বৰৰ প্ৰতি বিশ্বাস ৰাখিলে নিৰ্ভীক হব পাৰি। অদৃশ্য হলেও ঈশ্বৰহে অক্ষয় অপৰিসীম শক্তিৰে মানুহক ৰক্ষা কৰি থাকে। যাৰ এই বিশ্বাস আছে তেওঁহে কেৱল নিৰ্ভীক হব পাৰিব।

এই বিশ্বাস বা সাহস একেদিনাই লাভ কৰিব নোৱাৰি। ইতিমধ্যে আমি অন্য উপায় উদ্ভাৱন কৰিবলৈ চেষ্টা কৰিব লাগিব। অপমানিত বা উৎপীড়িত হলে তিৰোতাই হিংসা বা অহিংস নীতিৰ কথা ভাৱিব নোৱাৰে। তেওঁৰ প্ৰধান কৰ্তব্য হব আত্মৰক্ষা কৰা। নিজৰ সন্মান ৰক্ষা কৰিবৰ কাৰণে মনলৈ অহা যিকোনো উপায় বা পদ্ধতি তিৰোতাই লব পাৰে। ঈশ্বৰে তিৰোতাক দাঁত আৰু নখ দিছে। এইবোৰৰ ব্যৱহাৰ সৰ্বশক্তিৰে কৰিব লাগে আৰু প্ৰয়োজন হলে এনেদৰে চেষ্টা কৰি মৃত্যুবৰণ কৰিব লাগে। মৃত্যুৰ ভয় পৰিহাৰ কৰা পুৰুষ বা তিৰোতাই নিজকেইহে কেৱল প্ৰতিৰক্ষা কৰিব পাৰে এনে নহয়, নিজৰ জীৱন দান দি তেওঁলোকে আনকো ৰক্ষা কৰিব পাৰে। সঁচা কথা কবলৈ হলে আমি মৃত্যুক সকলোৰে খুব ভয় কৰোঁ আৰু সেইকাৰণে আমি আমাতকৈ শাৰীৰিক শক্তিত শ্ৰেষ্ঠ এজনৰ কাষত বশ্যতা স্বীকাৰ কৰোঁ। কিছুমানে আক্ৰমণকাৰীৰ ওচৰত আঁঠু লয়, কিছুমানে ভেটি দিয়ে, কিছুমানে সকলো ধৰণৰ অপমানকে মূৰপাতি লয়। মৃত্যুবৰণ কৰাতকৈ কিছুমান তিৰোতাই নিজৰ দেহাকে উচৰ্গা কৰে। মই এইখিনি কথা ঠাট্টা কৰি বা নিন্দা কৰি লিখা নাই—মই কেৱল মানুহৰ প্ৰবৃত্তিক বুজাইহে দিব খুজিছোঁ। কিছুমান মানুহে আনৰ ভৰিত দীঘল দি অনুগ্ৰহ ভিক্ষা কৰে, কিছুমান তিৰোতাই পুৰুষৰ ভোগলিপ্সাৰ ওচৰত আত্মসমৰ্পণ কৰে এইবোৰ প্ৰতীকৰূপী কথা। মানুহে জীৱনক ভাল পায় কাৰণে মান-

অপমানৰ কথা নেভাবি সৰু হৈ যায়। সেইকাৰণে যিজনে জীৱন ত্যাগ কৰিব পাৰে সেইজনেহে জীৱন ভোগ কৰিব পাৰে। "তেন ত্যক্তেন ভুঞ্জিথাঃ"—প্ৰত্যেক পাঠক-পাঠিকাই এই শ্লোকটি কণ্ঠস্থ কৰি থোৱা উচিত। কিন্তু এই শ্লোকটি মুখেৰে ভক্তিভাৱে গাই লাভ নাই, ইয়াক অন্তৰৰ গভীৰতম প্ৰদেশত স্থান দিব লাগে, ইয়াৰ তাৎপৰ্য অন্তৰেৰে উপলব্ধি কৰিব পাৰিব লাগে। জীৱন উপভোগ কৰিবলৈ হলে মানুহে জীৱনৰ মোহ এৰিব লাগিব। এই কথাখিনি আমাৰ স্বভাৱৰে অংশ-বিশেষ হৈ যাব লাগে।

তিৰোতাই কি কৰা উচিত তাক কোৱা হ'ল। এনেকুৱা দোষণীয় কাম দেখি থাকিলে পুৰুষে কি কৰিব লাগিব ইয়াৰ উত্তৰটো আগৰ কথাখিনিতে বুজাই দিয়া হৈছে। নিষ্ক্ৰিয় দৰ্শক হৈ থাকিব নেলাগিব। তিৰোতাক পুৰুষে ৰক্ষা কৰিব লাগিব। পুলিচৰ সহায় বিচাৰি দৌৰাদৌৰি কৰিব নেলাগে। ৰেলত সংকট-শিকলিডাল টানি সন্তুষ্ট হৈ থাকিব নেলাগে। তেওঁৰ যদি অহিংস উপায় অৱলম্বন কৰাৰ অভ্যাস আছে তেন্তে তেওঁ আতুৰত পৰা তিৰোতাগৰাকীক বচাবলৈ গৈ মৃত্যুবৰণ কৰিব লাগিব। যদি তেওঁ অহিংস নীতি অৱলম্বন কৰিব নোৱাৰে বা বিশ্বাস নকৰে তেন্তে তেওঁ তেওঁৰ হাতত থকা সকলো শক্তিৰে তিৰোতা-গৰাকীক ৰক্ষা কৰিব লাগিব। দুয়োটা উপায়তে তেওঁ নিজৰ প্ৰাণ বিসৰ্জন দিবলৈ প্ৰস্তুত হব লাগিব।

মোৰ দৰে সোলা বুঢ়া এজনে যদি অহিংস নীতিৰ কথা কৈ এগৰাকী ভগিনীৰ সন্মান হানি হোৱাটো অসহায়ভাৱে চাই থাকোঁ তেন্তে মোৰ মহাত্মা নাম মানুহে হাঁহি উৰুৱাই দিব, অসন্মান কৰিব আৰু এই নাম নাইকিয়া হৈ যাব; মই বা মোৰ দৰে এজনে হিংস বা অহিংস উপায়েৰে বাধা দিবলগীয়া হলে আমি শৰণাৰ্থীক ৰক্ষা কৰিব নিশ্চয় পাৰিম। তিৰোতাৰ প্ৰতি কৰা অসন্মানজনক ব্যৱহাৰৰ জীৱন্ত সাক্ষী হৈ কেতিয়াও আমি জীয়াই নেথাকোঁ।

সাক্ষীৰ কথা ইমানেই কলোঁ। এই সাহসৰ মনোভাব যদি গোটেই

দেশতে দেখিবলৈ পোৱা যায় ভাৰতীয়সকলে তিৰোতাৰ অপমান সহ্য নকৰে বুলি যদি জনাজাত হৈ যায় তেন্তে কোনো সৈন্যই তিৰোতাক স্পর্শ কৰিবলৈ সাহ নকৰিব। এই মনোভাব দেখিবলৈ পোৱা নেযায় কাৰণেহে আমাৰ লাজৰ কথা হৈছে। এই কলংক মচি পেলাবলৈ কোনোবা আগবাঢ়ি আহিলেও অন্ততঃ কিছু কাম হব।

চৰকাৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা লোকসকলে প্ৰয়োজনীয় ব্যৱস্থা লবৰ কাৰণে কর্তৃত্বশীল মহলৰপৰা সহায় লবলৈ চেষ্টা কৰিব লাগে। কিন্তু আত্মসহায়হে উত্তম সহায়। বর্তমান অৱস্থাত আমি নিজৰ শক্তি আৰু ঈশ্বৰৰ ওপৰতহে কেৱল ভৰসা কৰিব পাৰোঁ।

ৰেলেৰে ৱার্দ্ধালৈ যোৱাৰ পথত : ১৯-২-৪২
হৰিজন : ১-৩-৪২

( এশ দুই )

# নাৰী

প্ৰশ্ন—অপমান-উৎপীড়নৰ হাত সাৰিবৰ কাৰণে নগৰৰ তিৰোতা-সকলক আপুনি গাঁৱলৈ যাবলৈ উপদেশ দিছে। আমাৰ কিছুমানে সাহসেৰে এই বিপদৰ সমুখীন হব লাগে বুলি আপুনি নেভাবেনেকি? সদায় অনিষ্ট, আঘাত আদিৰপৰা আতৰত ৰাখিলে তিৰোতা সাহসী আৰু আত্মনির্ভৰশীল হব নোৱাৰে। এজনে সাহসেৰে সৈতে মৃত্যুবৰণ কৰিলে তিৰোতাৰ উদ্দেশ্য সাধনত সহায় নহবনে? আমাৰ ছোৱালী-বিলাকক মাকদেউতাক সকলে আকৌ পর্দাৰ আঁৰলৈ পঠিয়াবলৈ দিহা কৰিছে কাৰণেহে বিপজ্জনক কথা হৈছে।

উত্তৰ—যিসকল তিৰোতাই নগৰত থাকিব খুজিছে তেওঁলোক নগৰতে থাকি সকলো বিপদৰ সমুখীন হবই লাগিব। উৎসাহতে একো

কৰিব নেলাগে। তেওঁলোকে গাঁৱলৈ গ'লে দেখিব যে তাত পৰ্দা প্ৰথা নাই। দুটা পক্ষই অনবৰত আপোন শক্তি অনুসাৰে লাগি থাকিলে ঈশ্বৰ বৰ্জিত এই পৃথিৱীখনত বিপদৰপৰা ক'তো ৰক্ষা পাব নোৱাৰি। ইয়াত কেৱল কামহে কৰিব লাগে। পৰ্দাৰ দিন চিৰদিনলৈ নাইকিয়া হৈ গৈছে।

সেৱাগ্ৰাম : ২-৩-৪২
হৰিজন : ৮-৩-৪২

( এশ তিনি )

## নাৰীৰ অগ্নি পৰীক্ষা

"মৃত্যু ডাঙৰ কথা নহয়। মৃত্যু কেনেকৈ বৰণ কৰিলোঁ সেইটোহে ডাঙৰ কথা।"—তেখেতে এবাৰ এনেদৰে মত প্ৰকাশ কৰিছিল। সাহসেৰে মৃত্যুবৰণ কৰিব পাৰিলে ভ্ৰাতৃৰ হাতত মৃত্যুবৰণ কৰা ভাগ্যৰ কথা। কিন্তু যিবিলাকে তিৰোতাক অপহৰণ কৰি লৈ যায় বা আন ধৰ্মত দীক্ষিত কৰে সেই তিৰোতাসকলে কি কৰিব পাৰে? কাকো জোৰ কৰি "দীক্ষা" দিব নোৱাৰি বুলি কোৱাটো এই ক্ষেত্ৰত অবাস্তৱ। ভাৰতীয় তিৰোতাসকলে কিয় ইমান অসহায় বোধ কৰিব লাগে? সাহসিকতা পুৰুষৰে কেৱল একচেতিয়া বস্তুনেকি? তিৰোতাসকলে সাধাৰণতে ঝান্সীৰ ৰাণীৰ দৰে অস্ত্ৰধাৰণ নকৰে। অস্ত্ৰৰ সাহসত ঝান্সীৰ ৰাণীয়ে পুৰুষক চেৰ পেলাইছিল। তথাপি সকলো তিৰোতা ঝান্সীৰ ৰাণীৰ দৰে হব নোৱাৰে। কিন্তু সকলো তিৰোতাই সীতাৰ আদৰ্শ অনুসৰণ কৰিব পাৰে। প্ৰবল প্ৰতাপী ৰাৱণেও সীতাক স্পৰ্শ কৰিবলৈ সাহ নকৰিছিল। ঝান্সীৰ ৰাণীৰ দৰে তিৰোতাক পৰাজিত কৰিব পাৰি।

সীতাৰ উদাহৰণ কোনোৱেই যেন উপাখ্যানমূলক বুলি উৰুৱাই

নিদিয়ে। গান্ধীজীয়ে অলিভ ডকৰ উদাহৰণ দিলে। অলিভ ডকে সতীত্ব নষ্ট হোৱাৰ ভয় নকৰি, ধৰ্ষণ-উৎপীড়ণৰ ভয় নকৰি আফ্রিকা দেশৰ নঙঠা আদিম নিগ্ৰোজাতিৰ মাজত কাম কৰিবলৈ আগবাঢ়ি যাবলৈ সাহ কৰিছিল। এই সাহ অতি উচ্চ পৰ্যায়ৰ। ভাৰতীয় নাৰীয়ে এই সাহ লাভ কৰিবলৈ চেষ্টা কৰিব লাগে। সামৰিক বাহিনী বা পুলিচ বাহিনীয়ে অপহৰণৰপৰা ৰক্ষা কৰিব পাৰে; কিন্তু যিবিলাক তিৰোতাক অপহৰণ কৰা হ'ল, যিবিলাক তিৰোতাক পুলিচ সামৰিক বাহিনী থকা সত্বেও অপহৰণ কৰিব পাৰে তেওঁলোকৰ অৱস্থা কি হব! মূৰৰ এডাল চুলি চিঙাৰ আগতেই তেওঁলোকে মৃত্যুবৰণ কৰিবলৈ শিকিব লাগিব। তিৰোতাই জিভা কামুৰি বা ডিঙিত সোপা দি মৃত্যুবৰণ কৰিব পাৰে বুলি গান্ধীজীয়ে কৈছে।

## অপমানৰ আগতেই মৃত্যু

পিচদিনা গধূলি গান্ধীজীয়ে ওপৰত উল্লেখ কৰা মৃত্যুবৰণ কৰাৰ উপায়টো সংশোধন কৰিলে। ডাঃ সুশীলাই আগদিনা গান্ধীজীয়ে কোৱা কথাখিনি শুনি কৈছিল যে মানুহে জিভা কামুৰি বা ডিঙিত সোপা দি মৃত্যুবৰণ কৰিব নোৱাৰে। পিচদিনা ডাঃ বিধান ৰায়ে ডাঃ সুশীলাই কোৱা কথাখিনি সমৰ্থন কৰিলে। ভেষজশাস্ত্ৰমতে মানুহে আত্মবিনাশ কেৱল শক্তিশালী বিষাক্ত ঔষধ সেৱন কৰিহে কৰিব পাৰে। সেইকাৰণে অপমানিত হোৱাৰ ভয় হ'লে গান্ধীজীয়ে সকলোকে বিহপান কৰিবলৈকে উপদেশ দিয়ে। যোগবলেৰে মানুহে জীৱন ত্যাগ কৰিব পাৰে বুলি যোগাভ্যাস কৰা সকলৰপৰা গান্ধীজীয়ে শুনিবলৈ পাইছে। তেখেতে এই বিষয়ে অনুসন্ধান কৰিবলৈ চেষ্টা কৰিব। গান্ধীজীয়ে মিছা ধাৰণা লৈ নেথাকে। তেওঁ সকলো কথা বুজি উপলব্ধি কৰিহে কয়। সন্মানৰ হানি হোৱাৰ আগতে মৃত্যু হবৰ কাৰণে সাজু হোৱা মানে সংগ্ৰামৰত হবলৈ সাজু হোৱা। পতি বা চিতাগ্নি তিৰোতাৰ একমাত্ৰ নিৰাপদ

ঠাই বুলি তেওঁলোকক ভাবিবলৈ শিকোৱা হয়। ভাৰতীয় তিৰোতাৰ অসহায় ভাৰতকৈ গান্ধীজীয়ে ভাৰতীয় তিৰোতাই অস্ত্ৰচালনা কৰিবলৈ প্ৰশিক্ষণ লোৱা চাবলৈকে ভাল পাব। আজিকালি তিৰোতাই চুৰি কটাৰী, বন্দুক আদি লগত লৈ ফুৰা হৈছে। বিপদত নিজকে ৰক্ষা কৰিবৰ কাৰণে অস্ত্ৰৰ সহায় অতি দুৰ্বল সহায়। অস্ত্ৰ সহায়হীনতাৰ পৰিচায়ক, সাহসৰ পৰিচায়ক নহয়। অস্ত্ৰ নেথাকিলে বশ্যতা স্বীকাৰ কৰাৰ বাহিৰে আন উপায় নেথাকে।

প্যাৰীলালৰ সাপ্তাহিক চিঠিৰপৰা।
হৰিজন : ২৭-১০-৪৬

## ( এশ চাৰি )

## নিৰ্ভীক হোৱা

আমাৰ তিৰোতাসকলে অলপতে ভয় খায়। পৃথিৱীৰ সকলো ঠাইৰে তিৰোতা প্ৰায় একেধৰণৰ। গান্ধীজীয়ে আমাৰ তিৰোতাসকল সাহসী হব লাগে বুলি কৈছে। অপমানিত হোৱাতকৈ আত্মহত্যা কৰাই ভাল বুলি তেখেতে কোৱা কথাষাৰ বহুতে ভুল বুজিছে। আত্মৰক্ষাৰ কাৰণে তিৰোতাই ইচ্ছা কৰিলে চুৰি-কটাৰী লগত থব পাৰে কিন্তু দুৰ্ঘোৰ বিপদৰ মাজত চুৰিৰে একো কৰিব নোৱাৰি। অপমানৰ কাষত বশ্যতা স্বীকাৰ কৰাতকৈ বিহ খাই জীৱন শেষ কৰাই শ্ৰেয় বুলি তেখেতে কৈছিল। এই কামৰ বাবে তেওঁলোকৰ প্ৰস্তুতিয়ে তেওঁলোকক সাহসী কৰি তুলিব। মৃত্যুলৈ ভয় নকৰা তিৰোতাক কোনেও অপমানিত কৰিব নোৱাৰে। আত্মৰক্ষাৰ কাৰণে তিৰোতাৰ দুটা উপায় আছে: মাৰিব লাগে, আৰু মৰিব লাগে বা কাকো নমৰাকৈ নিজে মৃত্যুবৰণ কৰিব লাগে। গান্ধীজীয়ে তিৰোতাক দ্বিতীয় উপায়টো শিকাব। আগৰটো

উপায় নিশিকায়। তিৰোতাসকল নিৰ্ভীক হব লাগে—এইটোৱেই আচল কথা। কাপুৰুষালিতকৈ পাপ কাম আৰু নাই।

প্যাৰীলালৰ সাপ্তাহিক চিঠিপত্ৰ।

হৰিজন : ৩-১১-৪৬

( এশ পাঁচ )

## নাৰীলৈ উপদেশ

চণ্ডিপুৰত গান্ধীজী যিটো ঘৰত আছিল সেই ঘৰৰ চোতালত মহিলা সভা এখনত ভাষণ দি গান্ধীজীয়ে তিৰোতাসকলক আনৰ ওপৰত নিৰ্ভৰ নকৰি নিজৰ শক্তিৰ ওপৰত আৰু ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰিব লাগে বুলি কৈছিল। তেওঁলোক বেছি সাহসী হব লাগে আৰু নিজৰ শক্তিৰ ওপৰত তেওঁলোকৰ আত্মবিশ্বাস বাঢ়িব লাগে। ভয়াতুৰ হলে তেওঁলোক সহজতে দুৰ্বৃত্তৰ কবলত পৰিব।

ভাৰতীয় নাৰী অবলা নহয়। অতীতৰ বীৰত্বমূলক কামৰ কাৰণে ভাৰতীয় নাৰী বিখ্যাত হৈ আছে। এই বীৰত্বমূলক কাম তেওঁলোকে অস্ত্ৰবলেৰে কৰা নাছিল, চৰিত্ৰবলেৰেহে কৰিছিল। আজিকালিও ভাৰতীয় নাৰীয়ে জাতিক বহুত ধৰণৰে সহায় কৰিব পাৰে। তেওঁলোকে কিছুমান লাগতিয়াল কাম কৰিব পাৰে। এই কাম কৰি তেওঁলোকে নিজক সহায় কৰাৰ লগতে গোটেই জাতিটোকে সহায় কৰিব পাৰে আৰু লক্ষ্যত উপনীত হবলৈ দেশক আগবঢ়াই লৈ যাব পাৰে।

নোৱাখালিত হোৱা ঘটনাৰ কাৰণে পুৰুষসকলেই কেৱল জগৰীয়া নহয়, তিৰোতাসকলো সমানে জগৰীয়া। গান্ধীজীয়ে সকলোকে নিৰ্ভীক হবলৈ কৈছে আৰু অতীতৰ দ্ৰৌপদী আৰু সীতাৰ দৰে ঈশ্বৰৰ ওপৰত বিশ্বাস ৰাখিবলৈ কৈছে।

গান্ধীজীয়ে নাৰীক অস্পৃশ্যতা বৰ্জন কৰিবলৈ কৈছে। তেখেতে কৈছে যে এতিয়াও অস্পৃশ্য জ্ঞান কৰি হৰিজনসকলক আঁতৰ কৰি থলে ভবিষ্যতে তিৰোতাই আৰু বেছি দুখ-কষ্ট পাব লাগিব। তেখেতৰ ভাষণৰ শ্ৰোতাসকলক তেওঁলোকৰ লগত একেলগে আহাৰ কৰিবৰ কাৰণে সদায় এজোজনকৈ হৰিজনক নিমন্ত্ৰণ কৰিবলৈ কৈছে। যদি নোৱাৰে তেন্তে ভাত খোৱাৰ আগতে এজন হৰিজনক মাতি আনি খোৱাপানী বা আহাৰখিনি স্পৰ্শ কৰি দিবলৈকে মাতি আনিবলৈ কৈছে। কৃত্ৰিম জাতিবিচাৰৰ প্ৰাচীৰে বেলেগ বেলেগ শ্ৰেণীৰ মাজত যি ব্যৱধানৰ সৃষ্টি কৰিছে সেই ব্যৱধান দূৰ কৰিবলৈকে এনেবোৰ কাম কৰিলে ভাল হব বুলি ভাবে। তেওঁলোকৰ পাপৰ প্ৰায়শ্চিত্ত এনে ধৰণে নকৰিলে দুৰ্ঘোৰ বিপদে তেওঁলোকৰ সকলোকে আৱৰি ধৰিব।

হৰিজন : ২৬-১-৪৭

( এশ ছয় )

## এগৰাকী নাৰীৰ কৰ্তব্যবিমূঢ়তা

প্ৰশ্ন—দুৰ্বৃত্তই আক্ৰমণ কৰিলে তিৰোতাই কি কৰিব লাগে? পলাব লাগেনে হিংসা-নীতিৰে প্ৰতিৰোধ কৰিব লাগে? পলাবলৈ নাও আদি প্ৰস্তুত কৰি থব লাগেনেকি, নে প্ৰতিৰক্ষাৰ কাৰণে অস্ত্ৰশস্ত্ৰেৰে নিজকে প্ৰস্তুত কৰি থব লাগিব?

উত্তৰ—এই প্ৰশ্নৰ উত্তৰটো বৰ সহজ। হিংসাত্মক কামৰ কাৰণে প্ৰস্তুতি নেলাগে। উচ্চ পৰ্য্যায়ৰ সাহসৰ উৎকৰ্ষ সাধনৰ কাৰণে অহিংসাত্মক কাম কৰিবলৈহে প্ৰস্তুতিৰ প্ৰয়োজন। হিংসাত্মক কাৰ্যক সহ্য কৰিব পাৰি। কাপুৰুষালিতকৈ হিংসাত্মক কাৰ্য উত্তম। সেইকাৰণে

জৰুৰীকালীন অৱস্থাত পলাবৰ কাৰণে মোৰ বাবে নাও প্ৰস্তুত হৈ নেথাকে। অহিংস নীতিৰ ওপৰত বিশ্বাস থকা মানুহৰ কাৰণে জৰুৰীকালীন অৱস্থা নাই। তেওঁলোকে মৃত্যুবৰণ কৰিবলৈহে শান্ত গম্ভীৰভাৱে প্ৰস্তুত হয়। সেইকাৰণে মুনিহ বা তিৰোতা সকলোৱে অসহায় অৱস্থাতো মৃত্যুক অৱজ্ঞা কৰিব; কাৰণ প্ৰকৃত সহায় ঈশ্বৰৰ পৰাহে পোৱা যায়। মই ইয়াৰ বাহিৰে আন একো নকওঁ কাৰণ মই যি কৰোঁ তাকে প্ৰচাৰ কৰোঁ। এনেকুৱা ভাগ্য মোৰ কেতিয়াবা হবনে নহয় মই কব নোৱাৰোঁ। দুৰ্বৃত্তই আক্ৰমণ কৰিলে কোনোবা তিৰোতাই যদি অস্ত্ৰ নোহোৱাকৈ প্ৰতিৰোধ কৰিব নোৱাৰে তেন্তে তেওঁলোকক অস্ত্ৰ লৈ যাব নেলাগে বুলি উপদেশ দিব নেলাগে। তেওঁলোকে লগত অস্ত্ৰ লৈ যাব লাগে। অস্ত্ৰ লৈ যাব লাগে নে নেলাগে বুলি এটা প্ৰশ্নকে মোক সঘনে মানুহে সুধি থাকে। সেইকাৰণে ক'ৰবাত কিবা ভুল হৈছে যেন লাগিছে। মানুহ নিজে নিজে স্বাধীন আৰু আত্মনিৰ্ভৰশীল হবলৈ শিকিব লাগে। প্ৰকৃত কাৰ্যকৰী প্ৰতিৰোধ অহিংস নীতিৰে কৰিব পাৰি বোলা কথাষাৰৰ অন্তৰ্নিহিত শিক্ষামূলক কথাখিনি মনত ৰাখিলে মানুহে নিজৰ কাৰ্যপদ্ধতি এই আৰ্হিৰে ৰচনা কৰিব, যদিও গোটেই পৃথিৱীয়ে নজনাকৈয়ে এই ধৰণেৰেই কাম কৰি আছে। এই সাহস অহিংস সাহস নহয় কাৰণে উচ্চ পৰ্যায়ৰ সাহস নহয়; সেইবাবে এই সাহসে এনেকি আণবিক বোমাৰ দৰে অস্ত্ৰেৰে সৈতে সজ্জিত হৈ থাকে। হিংসামূলক কামৰ অসাৰতা উপলব্ধি নকৰে কাৰণে মানুহে নিজৰ সকলো শক্তিৰে নিজকে সদায় অস্ত্ৰেৰে প্ৰতিৰক্ষা কৰিবলৈ বিচাৰে।

দক্ষিণ আফ্ৰিকাৰপৰা উভতি অহা দিনৰেপৰা অহিংস নীতিৰ বিষয়ে সচেতনতাৰে সঘনে প্ৰশিক্ষণ দি থকা হৈছে—এতিয়া তাৰ ফল আমি দেখিবলৈ পাইছোঁ।

**প্ৰশ্ন—বশ্যতা স্বীকাৰ কৰাতকৈ আত্মহত্যা কৰিবলৈকে তিৰোতাক উপদেশ দিব পাৰিনেকি?**

উত্তৰ—এই প্ৰশ্নটোৰ এটা নিৰ্দিষ্ট উত্তৰ দিব লাগিব। নোৱাখালিলৈ যোৱাৰ আগতে মই এই প্ৰশ্নটোৰ উত্তৰ দিছিলোঁ। তিৰোতাই আত্মোৎসৰ্গ কৰাতকৈ নিজৰ জীৱন বিনাশ কৰিব লাগে। মোৰ জীৱনৰ আঁচনিত বশ্যতা স্বীকাৰ কৰাৰ কোনো স্থান নাই। কিন্তু নিজৰ জীৱন কেনেদৰে শেষ কৰিব পাৰি সেইবিষয়ে মোক প্ৰশ্ন কৰে। মই নিঃসংকোচে কওঁ যে মই একো উপায় দিব নোৱাৰোঁ। এনেকুৱা পৰিস্থিতিত আত্মহত্যাৰ সন্মতিৰ অন্তৰালত এটা অন্তৰ্নিহিত অৰ্থ আছে —যাৰ মন আত্মহত্যা কৰিবলৈ প্ৰস্তুত তেওঁৰ মানসিক প্ৰতিৰোধ দিবৰ কাৰণে যথেষ্ট সাহস আৰু অন্তৰৰ পৱিত্ৰতা আছে। এই সাহস দেখিলে আক্ৰমণকাৰী বলহীন নিৰস্ত্ৰ হৈ যায়, পৰাভূত হয়। ইয়াতকৈ বেছি যুক্তি প্ৰদৰ্শন কৰিব নোৱাৰিম; কাৰণ ইয়াতকৈ বেছিকৈ আৰু বুজাব নোৱাৰি। এই কথাৰ সত্যাসত্যৰ জ্বলন্ত প্ৰমাণ লাগে, প্ৰমাণ মই পাইছোঁ, কিন্তু এতিয়া অভাৱ হৈছে।

প্ৰশ্ন—নিজৰ জীৱন দিব লাগিব বা আক্ৰমণকাৰীৰ জীৱন লব লাগিব—এই দুটা কথাৰ কোনটো কৰিবলৈ আপুনি উপদেশ দিয়ে?

উত্তৰ—নিজৰ প্ৰাণ বিনাশ কৰিব লাগিব বা আক্ৰমণকাৰীক হত্যা কৰিব লাগিব—এনেকুৱা হলে প্ৰথমটোৱেই কৰিব লাগে। এই বিষয়ে মোৰ মনত অকণো সন্দেহ নাই।

পাল্লা: ২৭-১-৪৭

হৰিজন: ৯-২-৪৭

( এশ সাত )

## অপহৃতা বালিকা

প্ৰশ্ন—যিবিলাক ছোৱালীক জোৰ কৰি অপহৰণ কৰি লৈ গৈছে সেই ছোৱালীবোৰে নিজে একো দোষ কৰা নাই। সমাজে এই ছোৱালী-বিলাকক শাস্তি বিহিলে ভুল কথা হব বুলি আপুনি এই কথাটোৰ প্ৰতি সকলোৰে মনোযোগ আকৰ্ষণ কৰিছে। এনেকৈ অপহৰণ কৰি লৈ যোৱা ছোৱালীবিলাকে বিয়াত বহিব নুখুজিলেও যদি বাধ্যত পৰি বিবাহ বন্ধনত সোমাবলগীয়া হয় তেন্তে সেই বিবাহক মানি লব লাগিবনেকি? এই বিষয়ে আপুনি অলপ বহলাই কলে ভাল হয়। সমাজ আৰু পৰিয়ালে উদাৰ মনেৰে এই ছোৱালীবিলাকক আকৌ আদৰি লব নেলাগেনে? অপহৃতা বা আন অবিবাহিতা ছোৱালীক ভুৱা বিবাহ অনুষ্ঠানত বহিবলৈ বাধ্য কৰিলে সেই ছোৱালীবিলাকক কেৱল উদ্ধাৰ কৰিবলৈকে নহয় তেওঁলোকক আকৌ স্বাভাৱিক নিয়মানুসৰি পুনৰ্বিবাহ দিবলৈ বিশেষ প্ৰচেষ্টা কৰি তেওঁবিলাকৰ সন্মান পুনৰ প্ৰতিষ্ঠা কৰি সমাজৰ ভিতৰলৈ ঘূৰাই আনিবলৈ সহায় কৰিব নেলাগেনে?

উত্তৰ—আপুনি ঠিকেই কৈছে। মোৰ মন্তব্য অনুসৰি আপুনি এই কথা কৈছে। জোৰ কৰি অপহৰণ কৰি লৈ যোৱা ছোৱালীবিলাকে একো দোষণীয় কাম কৰিছে বুলি কব নোৱাৰি। তেওঁলোকে নিন্দনীয় বা ঘৃণনীয় কামো কৰা নাই। এই ছোৱালীবিলাকক প্ৰত্যেকজন সুবিবেচক মানুহে পুতৌ কৰিব লাগে আৰু সক্ৰিয়ভাৱে সহায় কৰিব লাগে। এই-বিলাক ছোৱালীক ঘৰত সাদৰেৰে সাৰটি লব লাগে আৰু একো অসুবিধা নোহোৱাকৈ এওঁলোকক উপযুক্ত পাত্ৰৰ লগত বিয়া দিব পাৰিব লাগে।

নতুন দিল্লী : ২৪-১০-৪৬

হৰিজন : ৩-১১-৪৬

গান্ধীজীয়ে কিছুমান চিঠিৰ কথা উল্লেখ কৰিছে। এই চিঠিবোৰে তেখেতৰ মনত গভীৰ দুখ দিছে। পাকিস্থানত কেবাগৰাকী তিৰোতাক অপহৰণ কৰা হৈছে আৰু তেওঁলোকক নিষ্ঠুৰভাৱে অপমান, উৎপীড়ন কৰিছে। এই তিৰোতাসকলে এই কথাবোৰ লজ্জাজনক কথা বুলি সৰুৰেপৰা শিকি আহিছে আৰু সেইকাৰণে তেওঁলোক অতিমাত্রাই লজ্জিত হৈছে, সমাজেও তেওঁলোকক ঘিণাইছে। কিন্তু সমাজে এনে কৰিলেই ই নিষ্ঠুৰতাৰ পৰিচায়ক হব। সীতাৰ তেজ আৰু পৱিত্ৰতা থকা কোনো নাৰীকে কোনেও স্পৰ্শ কৰিব নোৱাৰে—এইটো কথা সত্য। কিন্তু এই যুগত সীতা বিচাৰি পাবলৈ টান। প্ৰত্যেক তিৰোতাই পৱিত্ৰতাৰ এই উচ্চ শিখৰত উঠিব নোৱাৰে। যিবিলাক তিৰোতাক বলেৰে উৎপীড়ন কৰা হৈছে তেওঁলোকৰ লাজ পাবলগীয়া একো কথা হোৱা নাই। তেওঁলোক অসতী আৰু অসৎ নাৰীও নহয়। অসৎ প্ৰকৃতিৰ অনৈতিক কাম কৰা পুৰুষ, তিৰোতা সমাজৰ চকুত নপৰাকৈ শাস্তি নোপোৱাকৈ ঘূৰি ফুৰে, সমাজৰ গণ্যমান্য ভদ্ৰলোক-ভদ্ৰমহিলাৰ বেয়া কামবোৰ জনাজাত হৈ নেযায়। কিন্তু পাশৱিকতাৰ অসহায় নিৰীহ বণিক মানুহে সমাজচ্যুত কৰে। এই দৃষ্টিভঙ্গীয়ে গান্ধীজীৰ মনত কষ্ট দিয়ে। নিজৰ ছোৱালী বা ঘৈণীয়ে এনে অৱস্থাত পৰি মুক্ত পাই বা উদ্ধাৰ পাই উভতি আহিলে গান্ধীজীয়ে তেওঁলোকক খেদাই দিব নোৱাৰিব বা বেয়া বা নীচ বুলি তেওঁলোকক ভাবিব নোৱাৰিব। গান্ধীজীয়ে হিন্দু-মুছলমান দুয়োটা সম্প্ৰদায়ৰে এনেকুৱা বহুত তিৰোতা লগ পাইছে আৰু তেওঁলোকক লাজ পাবলগীয়া কথা একো হোৱা নাই বুলি কৈছে।

বহুতো হিন্দু আৰু শিখ ছোৱালী পাকিস্থানত অপহৃতা হৈছে। এই ছোৱালীবিলাকৰ নিৰ্যাতনৰ কথা কেৱল ঈশ্বৰেহে জানে। আমাৰ দেশৰ হিন্দু আৰু শিখসকলেও একো ভাল কাম কৰা নাই। অপহৃতা হোৱা মুছলমান ছোৱালীবিলাকে কামুক দুৰ্বৃত্তসকলৰ হাতত অবৰ্ণনীয় দুখ-যাতনা ভুগিবলগীয়া হৈছে বুলি গান্ধীজীয়ে জানিব পাৰিছে। পূব পঞ্জাৱ চৰকাৰ আৰু চৰকাৰৰ বিষয়াসকলে প্ৰত্যেকজনী ছোৱালীকে এই

অশোভনীয় বন্দী অৱস্থাৰপৰা উদ্ধাৰ কৰিব লাগে। প্ৰত্যেকটো অপহৰণ আৰু বন্দীকৰণ আৰম্ভণিতেই বে-আইনী বুলি ঘোষণা কৰিব লাগে। যেতিয়ালৈকে এনেকুৱা প্ৰতিজনী ছোৱালীক বন্দী অৱস্থাৰপৰা মুকলি কৰি নিজৰ নিজৰ চৰকাৰক গটাই দিব পৰা নহয় তেতিয়ালৈকে উভয় চৰকাৰে অবিশ্ৰান্তভাৱে এই অতি আৱশ্যকীয় কৰ্তব্যখিনি কৰি থাকিব লাগিব। এই ছোৱালীবিলাকৰ স্ব-ইচ্ছাৰে দীক্ষা বা সম্বন্ধ-সহযোগৰ প্ৰশ্ন উঠিবই নোৱাৰে।

গান্ধীজীৰ প্ৰাৰ্থনান্তত দিয়া ভাষণৰ বিৱৰণী।
হৰিজন : ৭-১২-৪২

কিছুমান ঠাইত অপহৃতা তিৰোতাসকলে নিজ ঠাইলৈ উভতি আহিবলৈ ইচ্ছা কৰা নাই বুলি কৈছে। তেওঁলোকে ধৰ্ম পৰিবৰ্তন কৰিছে আৰু বিয়া কৰাইছে। গান্ধীজীয়ে এই কথা বিশ্বাস কৰা নাই। এনেকুৱা বিবাহ আৰু ধৰ্মান্তৰ নাকচ কৰি দিব লাগে। প্ৰত্যেকজনী তিৰোতাক নিজৰ নিজৰ পৰিয়ালক গটাই দিয়া উভয় চৰকাৰৰে কৰ্তব্য। পৰিয়ালবৰ্গই তেওঁলোকক সাদৰেৰে গ্ৰহণ কৰা উচিত। দুৰ্বৃত্তৰ হাতত পৰাৰ কাৰণে সমাজচ্যুত কৰাটো তেনেই নিষ্ঠুৰ কাৰ্য হব। এই নিষ্ঠুৰতাক ক্ষমা কৰিব নোৱাৰি।

এই ছোৱালীবিলাকক পুনৰুদ্ধাৰ কৰিবৰ কাৰণে জনমত সৃষ্টি কৰিব লাগে। সকলো বিপদৰ সমুখীন হৈও এই তিৰোতাসকলক উভয় চৰকাৰে উদ্ধাৰ কৰিব লাগে। চৰকাৰে সংঘ বা আন আন ব্যক্তিৰ সহায় বিচাৰিব পাৰে। কিন্তু এই কাম বৰ ডাঙৰ—চৰকাৰৰ বাহিৰে এই কাম কোনেও হাতত লব নোৱাৰে।

হৰিজন : ১৪-১২-৪৭

অপহৃতা তিৰোতাসকলক ৰাখি থোৱা মানুহবিলাকক তিৰোতাসকলক নিজৰ নিজৰ অভিভাৱক আৰু আত্মীয়-স্বজনৰ হাতত গটাই দিবৰ কাৰণে অনুৰোধ কৰা হৈছে। এনেকুৱা তিৰোতাক উদ্ধাৰ কৰিবৰ কাৰণে সমিতি গঠিত হৈছে। এই সমিতিবিলাকৰ সংস্পৰ্শলৈ আহিবলৈ গান্ধীজীয়ে তেওঁলোকক অনুৰোধ কৰিছে। স্ব-ইচ্ছাৰে কৰিছে বুলি কলেও এনেকুৱা পৰিস্থিতিত ধৰ্মান্তৰৰ কোনো কথাই চৰকাৰে স্বীকাৰ কৰি নলয়। এনেকুৱা ধৰ্মান্তৰ গ্ৰহণৰ কোনো মানে নাই—ই ধৰ্মৰ বিপৰীতাত্মক কথা।

হৰিজন : ২৮-১২-৪৭

অপহৃতা তিৰোতাৰ কথা আকৌ এবাৰ কওঁতে গান্ধীজীয়ে কৈছিল যে কিছুমান এনেকুৱা তিৰোতা অন্তঃসত্বা হৈছে। ইয়াৰ বাবে এই তিৰোতাসকল জগৰীয়া নহয়। তেওঁলোকৰ সন্তানক আন ল'ৰা-ছোৱালীৰ দৰে শ্ৰদ্ধা আৰু সম্মানেৰে ব্যৱহাৰ কৰা উচিত। মাকৰ ধৰ্মই এই ল'ৰা-ছোৱালীবিলাকৰ ধৰ্ম হব। ডাঙৰ হৈ ইচ্ছা কৰিলে এই ল'ৰা-ছোৱালীবিলাকে ধৰ্ম সলনি কৰিব পাৰে। কিছুমান হিন্দু আৰু শিখ ছোৱালী মুছলমান পীৰসকলৰ লগত আছে। তেওঁলোকক একো বেয়া ব্যৱহাৰ কৰা নহয় বুলি কথা দিছে। কিন্তু মুছলমান ছোৱালী-বিলাকক ওভোতাই নিদিয়ালৈকে এই ছোৱালীবিলাকক ওভোতাই দিয়া নহয়। এনেকুৱা বিষয়বোৰত দৰ-দাম কৰিব লাগে জানো? ইটো পক্ষই কি কৰিছে বা নকৰিছে তাৰ বিচাৰ নকৰি দুয়োপক্ষই যিমান পাৰে সোনকালে অপহৃতা ছোৱালী উদ্ধাৰ কৰি পঠিয়াব লাগে। এনে কৰিলেহে তেওঁলোকে শ্ৰদ্ধাভাজন সম্মানিত নাগৰিক হিচাপে থাকিব পাৰিব বুলি আশা কৰিব পাৰে। নহলে তেওঁলোক চল্লিশ কোটি গুণ্ডাৰে এটা জাতি হৈ পৰিব মাত্ৰ।

হৰিজন : ৪-১-৪৮

## ( এশ আঠ )

# শান্তিপূৰ্ণ বিদ্ৰোহ

প্ৰশ্ন—আপুনি আমাৰ মাজত থকা অলেখ সামাজিক কু-নীতিৰ কথা কৈছে। এই কু-কথাবোৰ আছেই। পুৰুষসকলে যদি আৱশ্যকীয় পৰিৱৰ্তন আনিব নোখোজে আমি তিৰোতাসকলে কি কৰিব পাৰোঁ বাৰু ?

উত্তৰ—গান্ধীজীয়ে কৈছিল যে তিৰোতাই নিজকে পুৰুষৰ অধীন বা পুৰুষতকৈ হীন বুলি ভবাৰ প্ৰয়োজন নাই। ভাষা-সাহিত্যত তিৰোতা পুৰুষৰ আধা বুলি কৈছে আৰু সেইকাৰণে যুক্তি-বিচাৰেৰে চালে পুৰুষ তিৰোতাৰ আধা। তেওঁলোক দুয়োজনৰে বিভিন্ন সত্তা নাই—এজন আনজনৰ অৰ্ধেকহে মাত্ৰ। ইংৰাজী ভাষাই আকৌ তিৰোতাক পুৰুষৰ উত্তম ভাগ বুলি কয়। সেইকাৰণে গান্ধীজীয়ে তিৰোতাক সকলো অবাঞ্ছিত আৰু অনুচিত বান্ধোনৰ বিৰুদ্ধে শান্তভাৱে বিদ্ৰোহ কৰিবলৈ উপদেশ দিছে। সুফল পাবলৈ হলে বন্ধন ইচ্ছাকৃত হব লাগিব। শান্তিপূৰ্ণ বিদ্ৰোহৰ দ্বাৰা অনিষ্ট হোৱাৰ একো সম্ভাৱনা নাই। এই বিদ্ৰোহ কৰিবলৈ হলে আগতে পৱিত্ৰতা আৰু যুক্তিৰে প্ৰতিৰোধ কৰিব পৰা শক্তি লাগিব।

গান্ধীজীৰ পদযাত্ৰাৰ দিনপঞ্জীৰপৰা।

**হৰিজন :** ২৩-৩-৪৭

( এশ ন

## কস্তুৰবা ন্যাস

নাৰী আৰু লৰাছোৱালীৰ কাৰণে ভাৰতৰ গাওঁবোৰত সেৱা কৰাই এই ন্যাসৰ উদ্দেশ্য বুলি প্ৰাৰ্থনাৰ শেষত ভাষণ দিওঁতে গান্ধীজীয়ে বুজাই দিছিল। বেছিভাগ কৰ্মী নগৰৰপৰা লোৱা হৈছে। নগৰবিলাকে এতিয়ালৈকে গাঁওবিলাকক শোষণ কৰি আছে। নগৰবিলাকক গাঁৱে শোষণ কৰিব পৰা হলেহে শুদ্ধ কথা হ'লহেঁতেন। কিন্তু আজিকালি পুঁজিপতিসকলে কেঁচামাল গাঁৱৰপৰা আনে আৰু টকা ঘটিবলৈ এইবোৰ বস্তু ব্যৱহাৰ কৰে। গাঁৱক সেৱা কৰিব খুজিলে এই সেৱিকাসকলে অন্তৰেৰে সৈতে গাঁৱলীয়া হৈ পৰিব লাগিব। তেওঁলোকৰ মনবোৰ নগৰমুখী হুব নেলাগিব। স্বাস্থ্যসম্মতভাৱে থকা-মেলাৰ ব্যৱস্থা আদিৰ দৰে নগৰৰ ভাল কথাবোৰ গাঁৱলৈ গৈ শিকাব লাগে। এই ব্যৱস্থা-বিলাককো গাঁৱলীয়া ৰূপ দি গাঁৱলীয়া ধৰণে কৰিব লাগিব। তেতিয়াহে তেওঁলোকে গাঁওবিলাকক কৰা শোষণ প্ৰতিৰোধ কৰিব পাৰিব আৰু গাঁৱৰ নাৰী আৰু শিশুৰ অৱস্থাৰ উন্নতি সাধিব পাৰিব।

হৰিজন: ২১-১২-৪৭